সাধনাৰে অমৰ

# পাঁচশ মহান ব্যক্তি

শ্ৰীগুণাৰাম খনিকৰ




হেমচন্দ্ৰ গোস্বামী পথ
গোলাঘাট-৭৮৫৬২১
অসম

প্ৰকাশক :
পুথিতীৰ্থ প্ৰকাশন
হেমচন্দ্ৰ গোস্বামী পথ
গোলাঘাট-৭৮৫৬২১
অসম

শাখা :
মণিৰাম দেৱান ৰোড
শিলপুখুৰী
গুৱাহাটী-৭৮১০০৩

প্ৰথম প্ৰকাশ : ১৯৯২ চন

মূল্য : ২৫'০০ টকা।

বেটুপাত : শ্ৰীকুল বৰা
অঙ্গৰাগ । গোলাঘাট

মুদ্ৰক :
শ্ৰীসুনীলকুমাৰ নন্দী
পূৰ্ণিমা প্ৰিণ্টিং ওৱাৰ্কছ
২৮কে, অবিনাশ ঘোষ লেন,
কলিকতা-৬

# আমাৰ একাষাৰ

'সাধনাৰে অমৰ'—এই গ্ৰন্থখনিত বিশ্ববৰেণ্য বৈজ্ঞানিক, সাহিত্যিক, ৰাজনৈতিক নেতা, খেলুৱৈ, সঙ্গীতজ্ঞ, গায়ক, চিত্ৰকৰ, কথাছবিৰ শিল্পী, ধৰ্ম-প্ৰবৰ্ত্তক, শিক্ষাবিদ্, কলাকাৰ, সমাজ সেৱক, দাৰ্শনিক, স্থাপত্যবিদ্, চিকিৎসক, প্ৰকৃতিবিদ্, বিপ্লবী বীৰ আদি সমগ্ৰ বিশ্বৰ বাছক বনিয়া ৫০০ গৰাকী মহান্ ব্যক্তিৰ চমৎকাৰ কৰ্মৰাজি সহ চমু পৰিচয় দাঙি ধৰিবলৈ চেষ্টা কৰাৰ লগতে [illegible]। গ্ৰন্থখনি প্ৰস্তুত কৰোঁতে বিভিন্ন ভাষাৰ জীৱনীমূলক শতাধিক গ্ৰন্থৰ উপৰিও বিভিন্ন সমসাময়িক বাতৰি কাকত, আলোচনী আদিৰ সহায় লোৱা হৈছে।

বিশ্বৰ মহান অমৰ ব্যক্তি সকলে জীৱনৰ নানা সংঘাতৰ মাজেদি জীৱনত ধৈৰ্য্য, সাহস, আত্মবিশ্বাস, আত্মমনোবল, ত্যাগ, অধ্যৱসায়, একাগ্ৰতা, সু-চিন্তা, সত্য, আত্মবোধ, আত্মনিৰ্ভৰতা, উত্তম, উৎসাহ আৰু সূক্ষ্ম পৰ্য্যবেক্ষণ আদি সজ গুণৰ দ্বাৰা জগতত মানৱ জাতিৰ উপৰিও জীৱজন্তুৰ কল্যাণৰ কাৰণে যি অতুলনীয় অৱদান আগবঢ়াইছে তাৰ পৰা উঠি অহা ছাত্ৰ-ছাত্ৰী, যুৱক-যুৱতী আদি সকলোৱে যাতে বিশ্বৰ এই মহা মহা পুৰুষৰ খোজত খোজ মিলাই শাৰীৰিক, মানসিক, আধ্যাত্মিক, নৈতিক, শৈক্ষিক, সাংস্কৃতিক, সামাজিক, অৰ্থনৈতিক, ৰাজনৈতিক, বিজ্ঞান, সাহিত্য, কলা, কৃষ্টি আদি বিভিন্ন দিশত নিজক আৰু সমগ্ৰ মানৱ জাতিক সৰ্বতো দিশত আগুৱাই নি নিজেও যাতে মহৎ হ'ব পাৰে এই মহান উদ্দেশ্য আগত ৰাখি অতি কষ্টৰে এই গ্ৰন্থখনি যুগুত কৰা হৈছে। অসমীয়া ভাষাত একেলগে বিশ্বৰ ৫০০ জনৰ অমৰ ব্যক্তিৰ চমু পৰিচয় প্ৰকাশ নোপোৱাৰ বাবেও আমাৰ এই আন্তৰিক প্ৰচেষ্টা।

এই গ্ৰন্থৰ দ্বাৰা ছাত্ৰ-ছাত্ৰী আৰু যুৱক-যুৱতীকে প্ৰমুখ্য কৰি সকলো শ্ৰেণীৰ লোক উপকৃত হ'লে আমাৰ দীৰ্ঘদিনীয়া শ্ৰম নিশ্চয় সাৰ্থক হ'ব আৰু আমি যথেষ্ট সুখী হ'ম।

সৰ্বো শেষত, যি সকলৰ বিভিন্ন পুঁথি আৰু প্ৰবন্ধই এই গ্ৰন্থখনি লিখাত সহায় কৰিলে সেই সকললৈ আমাৰ আন্তৰিক কৃতজ্ঞতা জনাইছোঁ।

এই কিতাপখনি লিখাত প্ৰেৰণা দিয়াৰ বাবে শ্ৰীভাৰত হাজৰিকালৈ আমাৰ আন্তৰিক ধন্যবাদ জ্ঞাপন কৰিলোঁ।

সেৱাৰে
গুণাৰাম খনিকৰ
তেতেলীতল, গোলাঘাট
অসম

# সূচীপত্র

## অ



## আ

## আ



## ই



## উ

## উ



## ঋ



## এ



## ও



## ক

## ক



## খ



## গ

চ



ছ



জ

## জ



## ঝ



## ট

## প



## ফ



## ব

## র



## ল

## ৱ



## শ



## ষ



## স



## হ

## হ



## ক্ষ



## য়



---

১। অ'নীল যুজীন প্রেডষ্টোন :—১৮৮৮ চনত জন্মগ্ৰহণ কৰা আমেৰিকাৰ এই বিখ্যাত নাট্যকাৰ গৰাকীয়ে স্কুলত পঢ়ি থাকোতেই খেলাধুলা বা অন্যান্য বিষয়তকৈ বিখ্যাত সাহিত্যিক সকলৰহে কিতাপ পঢ়ি ভাল পাইছিল। ল'ৰালি কালতে সাগৰৰ জাহাজত কাম কৰি এওঁ কেইবাখনো গ্ৰন্থ ৰচনা কৰে। ইয়াৰ ভিতৰত (১) বাউণ্ড ইষ্টফৰ কৰ্ডিফ, (২) দ্য মুন অব্ দ্য কেৰিবীজ, (৩) ইন দ্য জন (৪) লং ভয়েজ হ'ম আদি উল্লেখযোগ্য। এওঁৰ অন্য বিখ্যাত নাটকসমূহ হ'ল—দ্য এম্পেৰ'ৰ জ'নছ', লং দেইজ জার্নি ইন্ টু নাইট, বিয়ণ্ড দ্য হ'ৰাইজন, এ মুন ফৰ দ্য মিছবিগটন, ডিজায়াৰ আণ্ডাৰ দ্যা এলমছ, মর্ণিং বিকামছ ইলেকট্রা, আনাক্রিষ্টি, ডে'জ-উইডাউট হ'ৰাইজন নাটকখনৰ কাৰণে পুলিৎযাৰ পুৰস্কাৰ লাভ কৰে। ইয়াৰ পাচতো এওঁ এই পুৰস্কাৰ দুবাৰ লাভ কৰে। ১৯৩৬ চনত নোবেল বঁটা লাভ কৰা এই বিখ্যাত নাট্যকাৰ গৰাকীয়ে ১৯৫৩ চনত শেষ নিশ্বাস ত্যাগ কৰে।

২। অ' হেনৰি :—ব্যঙ্গ সাহিত্যিক সকলৰ ভিতৰত বিশ্বত অমৰ হোৱা অন্যতম সাহিত্যিক অ' হেনৰিৰ প্ৰকৃত নাম উইলিয়াম চিদনি প'র্টাৰ। ১৮২৬ চনত জন্ম হৈছিল। ১৫ বছৰ বয়সতে পঢ়াশুনা শেষ কৰি খুড়ায়েকৰ দৰবৰ দোকানত কাম কৰিছিল। নানা সংঘাতৰ মাজেদি এওঁ জীৱন অতিবাহিত কৰিব লগা হৈছিল। বেঙ্কত টেলাৰ হিচাবে কাম কৰিছিল যদিও হিচাব গণ্ডগোল হোৱাত চাকৰি যায় আৰু প্ৰায় তিনি মাহ কাৰাবাস খাটে। বাতৰি কাকততো কাম কৰিছিল। ১৯০০ ৰ পৰা ১৯১০ চনৰ ভিতৰত এওঁ প্ৰায় তিনিশ মান গল্প ৰচনা কৰে। ইয়াৰ ভিতৰত উল্লেখযোগ্য সংকলন হ'ল (১) দি ফ'ৰ মিলিয়ন (১৯০৬), (২) দি ট্ৰিমদ্ লেম্প (১৯০৭) (৩) হাৰ্ট অব্ দি ওৱেষ্ট (১৯০৭), (৪) দি ভয়চ অব দি চিটি (১৯০৮), (৫) ৰদ'চ তু দেচটিনি (১৯০৯), (৬) হুিকাল বিজিনেছ (১৯১০), দি গিফট্ অব্ মেগি নামৰ গল্পটোৱেই সৰ্বাধিক জনপ্ৰিয় গল্প আৰু এই গল্পটো পৃথিৱীৰ প্ৰায়বিলাক ভাষালৈ অনুবাদ হৈছে। ১৯১০ চনত এই বিখ্যাত ব্যঙ্গ সাহিত্যিক গৰাকীৰ মৃত্যু হয়।

৩। **অলিভাৰ গল্ডস্মীথ :**—১৭২৮ চনৰ ১০ নবেম্বৰ তাৰিখে আইৰিচ্ দেশৰ পালাচ নামৰ এখন সৰু গাৱঁত এই বিখ্যাত কবি গৰাকীৰ জন্ম হৈছিল। এওঁৰ দেউতাকৰ আৰ্থিক অৱস্থা অতি শোচনীয় হোৱাৰ বাবে এওঁৰ ল'ৰালি কাল অতি দুখেৰে পাৰ কৰিছিল। এওঁৰ প্ৰথম কবিতা 'ট্ৰেভেলাৰ' ৰচনা কৰে ১৭৬৪ চনত, এওঁৰ অন্য এটা বিখ্যাত কবিতা হ'ল "দি ডিজাৰটেড ভিলেজ।" ১৭৭৪ চনত এই গৰাকী বিখ্যাত কবিৰ মৃত্যু হয়।

৪। **অষ্টিয়াছ মিডৱেল এষ্টেল :**—১৮৯৯ চনৰ ১৯ অক্টোবৰ তাৰিখে মধ্য আমেৰিকাৰ গুৱাটেমেলাত জন্ম হৈছিল। ১৯২৩ চনত গুৱাটেমেলা বিশ্ববিদ্যালয়ৰ পৰা ওকালতি পাচ কৰে। ১৯৩৬ চনত এওঁৰ চনেট নামেৰে কবিতা পুথি এখনি প্ৰথম প্ৰকাশ হয়। এওঁৰ প্ৰকাশিত গ্ৰন্থসমূহ হ'ল (১) প্ৰেচিডেণ্ট, (১৯৪৬), (২) মেন এণ্ড কৰ্ণ (১৯৪৯), (৩) ট্ৰিলজি দি চাইক্লোন (১৯৫০), (৪) দি গ্ৰীণ পপ (১৯৭১), (৫) দি আইজ অব দি ইণ্টাৰ্ড (১৯৭৩)। প্ৰেচিডেণ্ট উপন্যাসখনেই এওঁৰ জীৱনলৈ বিশ্বখ্যাতি কঢ়িয়াই আনে। এওঁৰ সাহিত্য কৰ্মৰ বাবে ১৯৬৭ চনত সাহিত্যত নোবেল বঁটা লাভ কৰে। ১৯৬৬ চনত লেনিন শান্তি বঁটা লাভ কৰে। ১৯৬৬ চনৰ পৰা প্ৰায় ৫ বছৰ কাল এওঁ গুৱাটেমেলাত ৰাষ্ট্ৰদূত হিচাবে ফ্ৰান্সত কাৰ্য্য নিৰ্বাহো কৰিছিল। ১৯৭৪ চনৰ ৯ জুনত মাদ্ৰিদ চহৰত এই গৰাকী মহান সাহিত্যিকৰ মৃত্যু হয়।

৫। **অহলিন বাৰ্টিল :**—১৯০৭ চনত জন্ম লাভ কৰা এওঁ এজন বিশ্ববিখ্যাত অৰ্থবিজ্ঞানী। আধুনিক আন্তঃৰাষ্ট্ৰীয় বাণিজ্য তত্বৰ অন্যতম প্ৰতিষ্ঠাপক। বৃটিছ অৰ্থবিজ্ঞানী জেমস্ মিডৰ লৈতে যুটীয়াভাৱে ১৯৭৭ চনত নোবেল বঁটা লাভ কৰে। আন্তঃৰাষ্ট্ৰীয় বাণিজ্যৰ ক্ষেত্ৰত এওঁৰ অৱদান যথেষ্ট আছে যাৰ বাবে এওঁ আন্তঃৰাষ্ট্ৰীয় খ্যাতি অৰ্জন কৰিবলৈ সক্ষম হয়।

৬। **অভিচেন্না :**—৯৮০ চনত আৰবীয় এই দাৰ্শনিক আৰু চিকিৎসা বিজ্ঞানী গৰাকীৰ জন্ম হৈছিল বোখৰাৰ ওচৰৰ এখন গাৱঁত। এওঁৰ পুৰা নাম আবু আলি আলি হুচাম ইবন নিচা। আৰবীয় চিকিৎসা বিজ্ঞানলৈ যথেষ্ট অৱদান আছে। এওঁ ১০০ তকৈয়ো অধিক গ্ৰন্থ ৰচনা কৰে। ইয়াৰ ভিতৰত "কেনন অব মেডিচিন" উল্লেখযোগ্য। ১০৩৭ চনত মৃত্যু হয়।

৭। অ'ৰ্থাৰ্ড হাবমেন :—১৮৯৪ চনত এই জাৰ্মান পদাৰ্থবিদ ট্ৰানচিলভেই-নিয়াৰ হাৱমেন টাটত জন্মগ্ৰহণ কৰিছিল। এওঁৱেই সৰ্বপ্ৰথমে গ্ৰহান্তৰলৈ প্ৰেৰণৰ বাবে ৰকট উদ্‌ভাৱনৰ চেষ্টা কৰে। ১৯২৩ চনত গাণিতিক পদ্ধতিৰে এই কল্পনা দাঙি ধৰে আৰু ভৱিষ্যতে সকলো গ্ৰহ ৰকেটেৰে ভ্ৰমণ কৰিব পৰা হ'ব বুলি কয়।

৮। অপেন হেইমাৰ জেৰবাৰ্ট :—১৯০৪ চনত নিউইয়ৰ্কত জন্ম হোৱা এই পদাৰ্থ বিজ্ঞানী গৰাকীয়ে তাত্ত্বিক পাৰমাণৱিক পদাৰ্থবিদ্যালৈ অসামান্য বৰঙণি আগবঢ়োৱাৰ বাবে এওঁক ভনিতিক শক্তি আয়োগে "এনৰিক ফাৰ্মি" সৰ্বোচ্চ সন্মান দিয়ে। এওঁৰ অসাধাৰণ বৈজ্ঞানিক আৰু প্ৰশাসনিক নেতৃত্বৰ বাবেই ১৯৪৫ চনত পৰমাণু বোমা তৈয়াৰ কৰা পৰিকল্পনা বাস্তৱত সম্ভৱ হৈছিল। ১৯৬৭ চনত মৃত্যু হয়।

৯। অনছেগাৰ লাৰ্চ :—জন্ম ১৯০৩ চন। মাৰ্কিন যুক্তৰাষ্ট্ৰৰ নিবাসী নৰৱেত এই তাত্ত্বিক ৰসায়নবিদ্ গৰাকীয়ে তাপগতি বিজ্ঞানৰ ৪ৰ্থ সূত্ৰ আৱিষ্কাৰ কৰাৰ বাবে ১৯৬৮ চনত ৰসায়ন বিজ্ঞানত নোবেল বঁটা লাভ কৰে। য়েইল বিশ্ব-বিদ্যালয়ত প্ৰথমে সহকাৰী অধ্যাপক হিচাবে সোমাই পিচত ১৯৪৫ চনত তাত্ত্বিক ৰসায়নত জে বিলাড' গিবছ অধ্যাপকৰ পদ লাভ কৰে। ১৯৭৬ চনত মৃত্যু হয়।

১০ অটিছ ইলাই শ্বা গ্ৰেইভছ :—১৮১১ চনত আমেৰিকাত জন্ম-গ্ৰহণ কৰা এই বৈজ্ঞানিক গৰাকীয়ে ১৮৫২ চনত আমেৰিকাত ছুটা কাম কৰি থকা অৱস্থাত এওঁ আধুনিক উত্তোলক যন্ত্ৰ আৱিষ্কাৰ কৰিছিল। ইয়াত পাচত এওঁ নিজেই ইয়াৰ উৎপাদনৰ এটা কাৰখানা খুলি ব্যৱসায় কৰে। এওঁ ৰেলৰ ব্ৰেক, ৰটাৰী অভেন, ষ্টীম প্লাউ, ছেফ্‌টি ব্ৰিজ আদি বহুতো অত্যাৱশ্যক বস্তু আৱিষ্কাৰ কৰিছিল। ১৮৬১ চনত মৃত্যু হয়।

১১। অট'হান :—১৮৮০ চনত জাৰ্মান দেশত জন্ম হৈছিল। এওঁ ভাৰতৰ পৰা নিয়া বালিৰ পৰা "থৰিয়াম" নামৰ তেজস্ক্ৰিয় ধাতুটো আৱিষ্কাৰ কৰিছিল। 'ক্ৰিৰু' নামৰ বিজ্ঞানী এজনৰ সৈতে লগ লাগি এওঁ প্ৰমাণ কৰিছিল যে ইউৰেনিয়াম ২৩৫ আইচ'ট'পটোক নিউটনেৰে খুন্দিয়ালে যি বেৰিয়াম আৰু ক্ৰিপটন নামৰ ছুটা মৌলিক ভাগি যায় আৰু ফলত প্ৰচুৰ শক্তি নিৰ্গত হয় ইয়েই নিউক্লিয় বিভঙ্গনৰ সূত্ৰপাত। এই আৱিষ্কাৰৰ বাবে ১৯৪৪ চনত ৰসায়ন বিভাগত নোবেল বঁটা লাভ কৰে। ১৯৫২ চনত আমেৰিকাত মৃত্যু হয়।

১২। জ'হাচ ৰ' ৱেয়াৰ :—১৬৪৪ চনত ডেনমাৰ্কৰ আৰ্হাচ নামৰ এখন সৰু চহৰত জন্ম হৈছিল। পোহৰৰ এটা নিৰ্দিষ্ট বেগ থকাৰ কথা প্ৰথমে আৱিষ্কাৰ কৰে আৰু প্ৰমাণো কৰে। মেৰিডিয়ান চাৰ্কোল নামৰ এটা যন্ত্ৰ উদ্ভাৱক। ১৭১০ চনত মৃত্যু হয়।

১৩। অদেচিউচ এলিটিচ :—এই কবি সাহিত্যিক গৰাকী ১৯১১ চনৰ ২ নৱেম্বৰত গ্ৰীচৰ ক্ৰীট চহৰত ইয়াক লিয়নত জন্মগ্ৰহণ কৰিছিল। অদেচিউচ এলিটিচ এওঁৰ ছদ্ম নাম। এওঁৰ প্ৰকৃত নাম হ'ল—এলিপ ভেলিছ অদেচিউচ। এথেন্স বিশ্ব বিদ্যালয়ত আইন পঢ়িছিল যদিও শিক্ষা শেষ নকৰাকৈ ওলাই আহে। ১৯৭৯ চনত সাহিত্যত বিখ্যাত নোবেল বঁটা এওঁ লাভ কৰে। এওঁৰ বিখ্যাত গ্ৰন্থসমূহ হ'ল—অৰিয়েণ্টেশ্বন (কবিতা), হৰ গ্ৰচ অৱ দি আননউন ইন চাভিচ অৱ চামাৰ, দি ৰ' এৰোজা (গীতৰ পুথি), সমালোচক গ্ৰন্থ অ'পেন বুক আৰু পেইণ্টাৰ থিঅ' ফিলচ।

১৪। অট'কন গেৰিক :—১৬০২ খ্ৰীঃ পূঃ জাৰ্মানীৰ মাগডেবুৰ্গ নামে চহৰত জন্ম হৈছিল। বায়ু বাষ্প আৱিষ্কাৰ কৰা এওঁৱেই প্ৰথম লোক। বায়ুৰ চাপ প্ৰমাণ কৰিবৰ কাৰণে এওঁ তৈয়াৰ কৰা অৰ্দ্ধ গোলক দুটা লগ লগাই বায়ু তাৰ পৰা উলিয়াই ভিতৰখন বায়ুশূন্য কৰি দিয়াৰ পিচত দুয়োটা অৰ্দ্ধ-গোলক আঁতৰাবলৈ মুঠ ৪৮টা ঘোঁৰা দৰকাৰ হৈছিল। বায়ু বিজ্ঞানৰ উপৰিও বতৰ বিজ্ঞান, জ্যোতিৰ্বিজ্ঞান, বিদ্যুৎ বিজ্ঞানলৈ এওঁৰ অৱদান যথেষ্ট আছে। একে ধৰণৰ বিদ্যুৎ কণাই যে বিকৰ্ষণ কৰে তাক তেওঁ প্ৰমাণ কৰি দেখুৱাইছিল। এওঁ মাগডেবুৰ্গ চহৰৰ মেয়ৰ আছিল। ১৬৮৬ চনত মৃত্যু হয়।

১৫। অষ্টৱাল্ট ফ্ৰিয়েডৰিখ উইলহেল্ম :—জন্ম ১৮৫৩ খ্ৰীঃ আৰু মৃত্যু ১৯৩২ খ্ৰীঃ। এওঁ জাৰ্মান ৰসায়নবিদৰ বৈজ্ঞানিক। ১৯০০ খ্ৰীঃত এওঁ এমনিয়া জাৰিত কৰি নাইট্ৰোজেন অক্সাইড্ প্ৰস্তুত কৰাৰ প্ৰণালী উদ্ভাৱন কৰে। এই প্ৰণালীৰ দ্বাৰা ১ম মহাসমৰত জাৰ্মানসকলে বিভিন্ন বিস্ফোৰক পদাৰ্থ প্ৰস্তুত কৰি যুদ্ধত ব্যৱহাৰ কৰিছিল। ১৯০৯ চনত ৰসায়নত এওঁ নোবেল বঁটা লাভ কৰে।

১৬। অয়লাৰ লে'অ'নাৰ্ট :—জন্ম ১৭০৭ খ্ৰীঃ আৰু মৃত্যু ১৭৮৩ খ্ৰীঃ। চুইজাৰলেণ্ডত জন্ম। অৱকলন গণিতৰ বিটা আৰু গামা ফলনৰ তত্ত্ব এওঁ উদ্ভাৱন কৰে। এওঁৱেই প্ৰথমে প্ৰাকৃতিক ঘাতাংকৰ মূল হিচাবে প্ৰতীকৰ ব্যৱহাৰ কৰে। জ্যোতিৰ্বিজ্ঞানৰ চান্দ্ৰ তত্ত্ব নৌ-বিমানীলৈ বিশেষ বৰঙণি। বলোন্

চ'চাইটিৰ এওঁ সদস্য। এওঁ জ্যামিতিৰ বহুতো সূত্ৰৰ আৱিষ্কাৰক। এওঁৰ সন্মানাৰ্থে গণিতৰ বহুতো সূত্ৰ, তত্ত্ব, ৰাশি আদি এওঁৰ নামেৰে নামাকৰণ কৰা হৈছে।

১৭। অশোক :—অকল ভাৰতবৰ্ষতে নহয় গোটেই পৃথিৱীতে অশোক এজন তাওঁৰ ৰজা আছিল। কলিঙ্গ যুদ্ধত অশোক বিজয়ী হৈ বিশাল সাম্ৰাজ্যৰ অধিশ্বৰ হৈছিল যদিও যুদ্ধত আঘাত আৰু মৃত্যুবৰণ কৰা লাখ লাখ মানুহৰ দৃশ্যই এওঁৰ অন্তৰলৈ এক পৰিবৰ্ত্তন আনে। যুদ্ধৰ পিচত এওঁ উপগুপ্ত সন্ন্যাসীৰ লগত বৌদ্ধদেৱৰ জন্মস্থানকে আদি কৰি বৌদ্ধ তীৰ্থবোৰ ভ্ৰমণ কৰে আৰু বৌদ্ধধৰ্ম গ্ৰহণ কৰি দেশ-বিদেশতো এই ধৰ্ম প্ৰচাৰ কৰে। এওঁ বিভিন্ন স্তম্ভ সজাই তাত ধৰ্মৰ বাণীবোৰ আজিৰ পৰা আঢ়ৈ হেজাৰ বছৰৰ পূৰ্বে সজাই তাত লিপিবদ্ধ কৰাইছিল।

১৮। অংষ্ট্ৰম এগুৰ্চ জনাচ :—১৮১৪ চনত আমেৰিকাত জন্মগ্ৰহণ কৰা এইজন পদাৰ্থবিদে ১৯২৩ চনত সূৰ্য্যত হাইড্ৰোজেনৰ অস্তিত্বৰ আৱিষ্কাৰ কৰে। আপছালা বিশ্ববিদ্যালয়ত পদাৰ্থবিজ্ঞানৰ অধ্যাপক আছিল। বৰ্ণালী বিজ্ঞানৰ অন্যতম প্ৰতিষ্ঠাপক হিচাবে গোটেই বিশ্বতে খ্যাতি লাভ কৰিবলৈ সক্ষম হৈছিল। ১৮৭৪ চনত মৃত্যু হয়। এওঁ ৰয়েল চ'চাইটিৰ সদস্য আছিল।

১৯। ডাঃ অৱতাৰ সিং পেইণ্টাল :—এফ. আৰ. এচ. লাভ কৰা প্ৰথম ভাৰতীয় চিকিৎসক। ডাঃ এ. এচ. পেইণ্টালৰ জন্ম হৈছিল ১৯২৫ চনৰ ২৪ চেপ্তেম্বৰ তাৰিখে বাৰ্মাৰ মগ'কত। ১৯৩৮ চনত এওঁ দেউতাকৰ সৈতে বৰ্ত্তমান পাকিস্থানৰ লাহোৰলৈ আহে আৰু পাচত ভাৰতৰ লক্ষ্ণৌ চহৰত নিগাজীকৈ বসবাস কৰিবলৈ লয় আৰু লক্ষ্ণৌতে চিকিৎসা শিক্ষা গ্ৰহণ কৰে। আমেৰিকাৰ ইডিংটন বিশ্ববিদ্যালয়ৰ পৰা ১৯৫২ চনত ভাৰতলৈ ঘূৰি আহি কানপুৰত প্ৰতিৰক্ষা পৰীক্ষাগাৰত আৰু পাচত বল্লভ ভাই পেটেল চেষ্ট ইনষ্টিটিউটত ১৯৫৪ চনৰ পৰা ২৫ বছৰ কাল সহকাৰী সঞ্চালক হিচাবে কাৰ্য্য নিৰ্বাহ কৰিছিল। অল ইণ্ডিয়া ইনষ্টিটিউট অৱ্ মেডিকেল চায়েন্স (নিউ দিল্লী)-ত কিছুদিন কাম কৰিছিল। ১৯৬৭ চনত ইণ্ডিয়ান একাডেমি অৱ্ মেডিকেল চায়েন্সৰ সদস্য নিৰ্বাচিত হয় আৰু ১৯৭২ চনত ইণ্ডিয়ান নেচনেল চায়েন্স একাডেমিৰ সদস্য হয়। এওঁ সাধাৰণতে হাওঁফাওঁ আৰু কলিজাৰ ওপৰতেই গৱেষণা চলাইছিল। পাকস্থলীৰ প্ৰয়োজনীয় খাদ্য আৰু পানীৰ সম্পৰ্কে গৱেষণা কৰি নতুন তথ্য আৱিষ্কাৰ কৰিছিল।

২০। অ'ৰ্ষ্টেড হান্স খৃষ্টিয়ান :—১৭৭৭ চনত ডেনমাৰ্কত জন্মগ্ৰহণ কৰি ১৭৯৯ চনত কোপেনহেগেন বিশ্ববিদ্যালয়ৰ পৰা ডক্টৰেট ডিগ্ৰী লাভ কৰি সেই বিশ্ববিদ্যালয়তে অধ্যাপনা কৰা এই পদাৰ্থ বিজ্ঞানী গৰাকীয়ে চুম্বক শলা এডালক বিদ্যুৎ প্ৰবাহৰ দ্বাৰা বিক্ষেপ কৰিব পৰা সৰ্বপ্ৰথম পৰীক্ষা চলাই ১৮১৯ চনত কৃতকাৰ্য্যতা লাভ কৰে। বিদ্যুৎ চুম্বকত্বৰ ই এক উল্লেখযোগ্য আৱিষ্কাৰ। ইনষ্টিটিউট অৱ্ পেৰিচে এই পদাৰ্থ বিজ্ঞানী গৰাকীক গণিতৰ সৰ্বোচ্চ সম্মান যচাৰ উপৰিও লণ্ডনৰ ৰয়েল চ'চাইটিয়ে কপলে পদকেৰে সম্মানিত কৰিছিল। ৰসায়ন বিজ্ঞান, সাধাৰণ বিজ্ঞান আৰু পদাৰ্থ বিজ্ঞান।

২১। আইনষ্টাইন এলবাৰ্ট :—১৮৭৯ খৃঃ জন্ম আৰু মৃত্যু ১৯৫৫ খৃঃ। জাৰ্মানিৰ ঊলম চহৰত জন্ম হৈছিল। কুৰি শতিকাৰ শ্ৰেষ্ঠতম পদাৰ্থ বিজ্ঞানী। আলোক বিদ্যুৎ তত্বৰ ওপৰত ১৯২১ খৃঃত পদাৰ্থ বিজ্ঞানত নোবেল বঁটা লাভ কৰে। এওঁ ৰচনা কৰা গৱেষণা পত্ৰ আৰু গ্ৰন্থৰ সংখ্যা ৩০০ বো অধিক। এওঁ ৰয়েল চ'চাইটি নেচনেল অকাডেমি অৱ্ চায়েন্সৰ সদস্য আছিল। এই গৰাকী বিজ্ঞানী সৰ্বযুগৰ এজন নমস্য ব্যক্তি। সাধাৰণ আপেক্ষিকতাবাদ বিখ্যাত তত্বটো উদ্ভাৱন কৰে ১৯১৫ চনত। ১৯২৫ চনত ৰয়েল চ'চাইটিৰ পৰা কপলে মেডেল লাভ কৰে।

২২। আইজাক নিউটন :—ইংলণ্ডৰ উলস্‌থপ নামৰ এখন সৰু গাঁৱত নিউটনৰ জন্ম হৈছিল। এওঁ চিৰকুমাৰ আছিল। নিউটনে অৱকলন (Differential) অনুকলন ( Intigral ) দুয়োবিধ গণিতেই আৱিষ্কাৰ কৰিছিল। মহাকৰ্ষণ তত্ব আৱিষ্কাৰেই নিউটনৰ জীৱনৰ সৰ্বশ্ৰেষ্ঠ কীৰ্তি। মহাকৰ্ষণ সম্পৰ্কীয় এওঁৰ কিতাপখনৰ নাম 'নেচাৰেলিচ্ ফিল'চ'ফিয়া প্ৰিন্সিপিয়া মেথেমেটিকা' প্ৰকাশ, ১৬৮৭ চন। এইখন মহা মূল্যবান চিৰস্মৰণীয় পুথিকেই প্ৰাকৃতিক দৰ্শন বুলি কোৱা হৈছিল। নিউটনৰ মহাকৰ্ষণ তত্বৰ প্ৰধান সূত্ৰটো হ'ল—বিশ্বৰ প্ৰতিটো পদাৰ্থকণাই এটাই আনটোক আকৰ্ষণ কৰে।

২৩। আইজাক ৰ্বাৰ্লো :— বৃটিছ গণিতজ্ঞ আৰু বিজ্ঞানী গৰাকীৰ জন্ম হৈছিল ১৬৩০ চনত। বিদ্যুৎ বিজ্ঞানৰ বিখ্যাত "ৰ্বাৰ্লোৰ চক্ৰ" আৱিষ্কাৰক। মৃত্যু ১৬৭৭ চন।

২৪। আইৰিন জলিয়' কুৰি :—এওঁ ১৮৯৭ চনত জন্মগ্ৰহণ কৰে। বৈজ্ঞানিক মাডাম কুৰি আৰু পীয়েৰে জীয়েক। কৃত্ৰিম তেজস্ক্ৰিয়তা এওঁ স্বামী

ফ্ৰেক্তাৱিক জলিগ'ৰ সহায়ত আৱিষ্কাৰ কৰে। এই কামৰ বাবে ফ্ৰেক্তাৱিক জলিগ'ৰ সৈতে যুটীয়াভাৱে নোবেল বঁটা লাভ কৰে। মৃত্যু হয় ১৯৫৬ চনত।

২৫। **আইজেনষ্টাইন্ চাৰ্গেই মিখাই লোভিচ্**ঃ—১৮৯৮ চনত জন্মগ্ৰহণ কৰা কচ দেশীয় এগৰাকী বিখ্যাত চলচ্চিত্ৰ পৰিচালক আৰু সূত্ৰকাৰ। এওঁ ছাত্ৰ অৱস্থাতে ৰেড আৰ্মিত ১৯১৮ চনত যোগদান কৰিছিল। পিচত মঞ্চসজ্জা চানেকী নিৰ্মাণ আৰু নাটক পৰিচালক ৰূপে কাৰ্য্য কৰে। এওঁৰ প্ৰথম চলচ্চিত্ৰ ষ্ট্ৰাইক্। দ্বিতীয়খন হ'ল 'বেটল শিপ পটেমকি'ন। এই দ্বিতীয়খনৰ বাবে এওঁ আন্তঃৰাষ্ট্ৰীয় খ্যাতি লাভ কৰিছিল।

২৬। **আইগুভেন ৱিলেম**ঃ—হলেণ্ডৰ এই শৰীৰ বিজ্ঞানী গৰাকীয়ে ১৮৮৫ চনত উট্ৰেক বিশ্ববিদ্যালয়ৰ পৰা এম. ডি. ডিগ্ৰী লাভ কৰি লিডেন বিশ্ববিদ্যালয়ত শৰীৰ বিজ্ঞানৰ প্ৰফেচাৰ পদত নিযুক্তি পায়। ১৯০৩ চনত ইলেক্ট্ৰ' কাৰ্ডিঅ'গ্ৰাফ যন্ত্ৰ এটা আৱিষ্কাৰ কৰে, যিটোৰ দ্বাৰা মানুহৰ হৃদযন্ত্ৰত হোৱা বৈদ্যুতিক পৰিবৰ্তন ধৰা পেলাব পাৰে। ১৯০৭ চনত হৃদ্‌কম্পনৰ শব্দ ৰেকৰ্ড কৰিব পৰা ফ'ন'কৰ্ডিঅ'গ্ৰাফ নামৰ অন্য এবিধ যন্ত্ৰ উদ্ভাৱন কৰে। ১৯২৪ চনত শৰীৰ বিজ্ঞানলৈ আগবঢ়োৱা বিশেষ বৰঙণিৰ বাবে নোবেল বঁটা লাভ কৰে।

২৭। **আউৰংজেৱ**ঃ—বহুমুখী প্ৰতিভাবান শ্ৰেষ্ঠ ৬ষ্ঠ মোগল সম্ৰাট। সম্ৰাট চাহজাহানৰ তৃতীয় পুত্ৰ। আউৰংজেৱ এজন ধৰ্মপ্ৰাণ, শক্তিমন্ত, বিদ্বান, ৰণনিপুণ, অধ্যৱসায়ী, ৰাজনীতিজ্ঞ, সাহসী আৰু বিচক্ষণ লোক। এই সম্ৰাট গৰাকীৰ জন্ম হৈছিল ১৬১৮ খৃঃত। সিংহাসনত উঠি এওঁ নাম লয়—আবুল মুজফৰ মুহিউদ্দিন মহম্মদ আউৰংজেৱ বাহাদুৰ। আলমগীৰ বাদছাহ গাজী ১৬৩৬—৪৪ খৃঃলৈ ভাৰতৰ দাক্ষিণাত্যৰ এওঁ চুবেদাৰ আছিল। ১৬৪৫ খৃঃত গুজৰাটৰ শাসনকৰ্তা নিযুক্ত হয়। ১৬৫৮ খৃঃত এওঁৰ ভায়েক চুজা আৰু মুৰাদক পৰাস্ত কৰি নিজকে সম্ৰাট বুলি ঘোষণা কৰে। এওঁ ইছ্‌লাম ধৰ্মৰ সকলো নিয়ম-নীতি মানি চলিছিল যদিও এওঁৰ অদূৰদৰ্শিতাৰ কাৰণেই মোগল সাম্ৰাজ্য ধ্বংস হৈছিল। ১৭০১ খৃঃত এওঁৰ মৃত্যু হয়।

২৮। **আৰ্কিমিডিচ**ঃ—খৃঃ পূঃ ২৮৭ত গ্ৰীচ দেশৰ এক সম্ভ্ৰান্ত পৰিয়ালত এই গৰাকী বিজ্ঞানীৰ জন্ম হৈছিল। এওঁ আৱিষ্কাৰ কৰা যন্ত্ৰপাতিৰ সংখ্যা প্ৰায় কুৰি। ইয়াৰ ভিতৰত আৰ্কিমিডিচৰ পেচকল নামে এটা পানী তোলা

খ্ৰী। এওঁৱেই জ্যামিতিৰ বৃত্তৰ পৰিধি আৰু ব্যাসৰ অনুপাতত মান প্ৰথমে নিৰ্ধাৰণ কৰে। এওঁ প্ৰমাণ কৰে যে এটা গোলকৰ ঘনফল ব্যাস আৰু সমান উচ্চতাৰ চুঙা এটাৰ ঘনফলৰ দুই-তৃতীয়াংশ। পদাৰ্থবিদ্ আৰু গণিতজ্ঞ হিচাবে এওঁ আছিল মূৰৰ ওপৰত অপ্ৰতিদ্বন্দী। পৃথিৱীৰ সৰ্বশ্ৰেষ্ঠ ভৌতিক বিজ্ঞানী বুলি আৰ্কিমিডিচক ক'ব পাৰি। জ্যামিতি আৰু বল বিজ্ঞান সম্পৰ্কীয় এওঁৰ পুঁথিসমূহ হ'ল—

(১) বৃত্তৰ জোখ, (২) গোলক আৰু চুঙা, (৩) ক্ষেৰইড আৰু কনয়ড, (৪) কুণ্ডলীৰ বিষয়ে, (৫) পদ্ধতি, (৬) ভাসমান পদাৰ্থ, (৭) বালি ঘড়ী, (৮) উপপাদ্যৰ সংকলন, (৯) অধিবৃত্তৰ বৰ্গ, (১০) সমতলৰ ভাৰ কেন্দ্ৰ। এওঁ আৱিষ্কাৰ কৰা কোনো এটা বস্তু তৰলত ডুবালে বস্তুটোৰ ওজন কিছু হ্ৰাস পায়, এই হ্ৰাস পোৱা ওজন বস্তুটোৱে অপসাৰিত কৰাও তৰল ওজনৰ সমান। ইয়াকেই আৰ্কিমিডিচৰ সূত্ৰ বোলে। এই সূত্ৰৰ বলতেই জাহাজ নিৰ্মাণ কৰিব পৰা হয়।

২৯। **আগষ্টাছ:**—৬৩ চনত এওঁ ৰোমত জন্মগ্ৰহণ কৰিছিল। এওঁৰ আগৰ নাম গেয়াছ জুলিয়াছ ছিজাৰ অক্টেভিয়েনাচ্। ৰোমৰ সংবিধান প্ৰণয়ন কৰোঁতা। এওঁ এজন উচ্চাকাঙ্ক্ষী ৰাজনীতিজ্ঞ আৰু পৃথিৱীৰ এজন সাম্ৰাজ্য প্ৰতিষ্ঠাপক। এওঁ আগষ্টাছ উপাধি লাভ কৰিছিল।

৩০। **আদামছ জেন্:**—১৮৬০ চনত জন্মগ্ৰহণ কৰা সমাজ সেৱক। জাতীয় সন্মিলনত সভাপতিত্ব কৰা এওঁৱেই বিশ্বৰ প্ৰথম মহিলা। ১৯১৫ চনত হেইগ চহৰত অনুষ্ঠিত হোৱা নাৰী আন্তৰ্জাতিক সন্মিলনত সভানেত্ৰীত্ব কৰিছিল। এওঁ নাৰীৰ উন্নতিৰ কাৰণে বহু কাম কৰি গৈছে। ১৯৩১ চনত নিকলাচ মাৰি বাটলাৰৰ সৈতে যুটীয়াভাৱে নোবেল বঁটা লাভ কৰে।

৩১। **আদামছ ৰবাৰ্ট:**—১৭৯১ চনত জন্মগ্ৰহণ কৰা এই গৰাকী বিশ্ব খ্যাতিসম্পন্ন চিকিৎসকে "ষ্টোকছ আদামছ চাইন্‌ড্ৰোম" নামৰ ৰোগটো আৱিষ্কাৰ কৰিছিল। ১৮২৭ চনত হৃদৰোগ আৰু গাঁঠি বাতৰোগৰ বিশেষজ্ঞ। ১৮৭৫ চনত মৃত্যু হয়।

৩২। **আগথা ক্ৰিচ্‌ভাই:**—বিশ্বৰ জনপ্ৰিয় ৰহস্য লিখিকা অগাথা ক্ৰিচভাইৰ জন্ম হৈছিল ১৮৯১ চনত বৃটেইনৰ এটা ধনী পৰিয়ালত। এওঁৰ ল'ৰালি কালৰ নাম আগথা মিলাৰ। এওঁ ৫০ খন ডিটেক্‌টিভ উপন্যাস আৰু ডিটেক্‌টিভ

গল্প ৰচনা কৰিছিল। ১৯২৬ চনত প্ৰকাশ হোৱা দি মাৰ্ডাৰ অৱ্ ৰগাৰ একৰয়ড নামৰ গ্ৰন্থখন এওঁৰ প্ৰথম উপন্যাস। এওঁৰ ডিটেক্‌টিভ উপন্যাসৰ বাণী বুলিও জনা যায়। এওঁ প্ৰায়ে ইৰাকত স্বামীৰ সৈতে কটোৱাৰ সময়তে বহু মূল্যবান গ্ৰন্থ ৰচনা কৰিছিল। ১৯৭৬ চনত ৮৫ বছৰ বয়সত এই ৰহস্য লিখিকাৰ মৃত্যু হয়।

৭৩। **আঁদ্ৰে মালৰো** :—১৯০১ চনৰ ৩ নৱেম্বৰত জন্মগ্ৰহণ কৰা ফৰাচী লেখক আৰু শিল্প সমালোচক আঁদ্ৰে মালৰোৱে ১৯৪৭ চনত নেহৰু পুৰস্কাৰ লাভ কৰিছিল। আন্তৰ্জাতিক বুজাবুজি স্থাপন ক্ষেত্ৰত এওঁ আগবঢ়োৱা বিশেষ বৰঙণিৰ বাবে এওঁ জীৱনৰ অধিককাল বিশ্বৰ বিভিন্ন প্ৰান্তত মুক্তি সংগ্ৰামত সক্ৰিয়ভাৱে জড়িত হৈ সুখী হৈছিল। স্পেইনৰ গণতন্ত্ৰী বাহিনীত সৈনিক হিচাবে যোগদান কৰি ৬৫ বাৰ ফেচীবাদী সকলৰ বিৰুদ্ধে বিমান আক্ৰমণ পৰিচালনা কৰিছিল। এই যোদ্ধাজনে যুদ্ধৰ অভিজ্ঞতাৰে তিনিখন উপন্যাস লিখিছিল। সেই কেইখন হ'ল—(১) The Conquerors, (২) The Royal Way, আৰু (৩) Man's Fate—ইয়াৰ ভিতৰত সৰ্বশ্ৰেষ্ঠ উপন্যাসখন Man's Fate,। ১৯৫৮ চনত চাৰ্লচ্ দি ছানৰ সংস্কৃতি বিভাগত মন্ত্ৰীসভাত যোগদান কৰিছিল। শিল্পকলা সম্পৰ্কীয় এওঁৰ বিখ্যাত গ্ৰন্থ ২ খন হ'ল—(১) দি চাইক'লজি অৱ আৰ্ট (২) দি ভাইচেচ্ অৱ্ চাইলেন্স। সমগ্ৰ জীৱন বিপ্লৱ কৰা এই মহান্ ব্যক্তি গৰাকী ১৯৭৬ চনৰ ২৩ নৱেম্বৰ তাৰিখে ৭৫ বছৰ বয়সত শেষ নিশ্বাস ত্যাগ কৰে।

৭৪। **আন্দ্ৰেপল গুইলম গিডে** :—১৮৬৯ চনৰ ২২ নৱেম্বৰত পেৰিচত জন্ম হয়। মৃত্যু হয় ১৯৫১ চনৰ ১৯ ফেব্ৰুৱাৰীত। সৃষ্টিশীল গুণৰাশিৰ বাবে সাহিত্যত ১৯৪৭ চনত নোবেল বঁটা লাভ কৰে। এওঁৰ কেইবাখনো গ্ৰন্থ দি ট্ৰিটিজ অৱ্ নাৰ্ছিচাছ, দি এটেম্পট্ এট লাভ, ট্ৰেভেলচ্ অৱ্ ইউৰিয়েন, মাৰ্ছলেণ্ড ছল, প্ৰমিথিউচ্ আনচেইনড্, ভি ইমবেলিষ্ট দি পেষ্টৰেল চিম্ফনি আদি।

৭৫। **আঁদ্ৰে মেৰি এম্পিয়েৰ** :—১৭৭৫ চনৰ ২০ জানুৱাৰী দিনা ফ্ৰান্সৰ লিয়ন্স চহৰৰ উপকণ্ঠ এটাত এম্পিয়েৰৰ জন্ম হয়। ১২ বছৰ নৌ হওঁতেই বীজগণিতৰো যি কোনো সম্পৰ্কে ব'ৰ্ড সমাধান কৰিব পাৰিছিল। ১৮০৯ চনত গণিত আৰু পদাৰ্থবিজ্ঞানৰ অধ্যাপকৰূপে ইকল পলিটেকনিকত যোগদান কৰিছিল।

এম্পিয়েৰে উত্তাৱন কৰা "এম্পিয়েৰ নিয়মৰ" দ্বাৰা বিদ্যুৎ-প্ৰবাহ আৰু চুম্বক গতিৰ দিশ নিৰ্ণয় কৰিব পাৰি। গণিতত্ত মেধা জোৱাৰ বাবেই ফ্ৰেঞ্চ একাডেমী অৱ্ আৰ্টচ্ এণ্ড চায়েন্স সংস্থাৰ সভ্য নিৰ্বাচিত হৈছিল। এম্পিয়ে সন্মানাৰ্থে চল-বিদ্যুতৰ ব্যৱহাৰিক এককটোৰ নাম ৰখা হৈছে এম্পিয়েৰে আৰু বিদ্যুৎ জোখা এটা যন্ত্ৰৰ নাম ৰখা হৈছে "এম্পিয়েৰ মিটাৰ" চমুকৈ "এম্মিটাৰ"। ১৮৩৬ চনৰ ১০ জুন তাৰিখে শেষ নিশ্বাস ত্যাগ কৰে।

৩৬। **আৰ্নেষ্ট হেমিংওয়ে :**—এই গৰাকী জনপ্ৰিয় কথাশিল্পী চিকাগো ১৮৯৯ চনৰ ২২ জুলাই তাৰিখে জন্ম হয়। মৃত্যু ১৯৬১ চনত। জীৱনৰ প্ৰথম কিতাপ হ'ল "থ্ৰি ষ্টোৰিজ এণ্ড টেন পয়েমচ্"। এওঁৰ অন্য গ্ৰন্থ হ'ল—ইন আৱাৰ টাইম্, দি টৰেণ্টচ্ অৱ্ স্প্ৰিং, দি চান অলচো ৰাইজেচ্, ফেৱায়েলচ্ টু আৰ্মচ্, কৰ হোম দি বেল টোলচ্, এক্ৰোজ দি ৰিভাৰ এণ্ড ইন টু দি ট্ৰিজ আদি। ১৯৫৩ চনত আমেৰিকাৰ শ্ৰেষ্ঠ সাহিত্য বঁটা 'পুলিটজাৰ' বঁটা লাভ কৰে আৰু ১৯৫৪ চনত দি অ'ল্ড মেন্ এণ্ড দি চি উপন্যাসৰ বাবে সাহিত্যিক নোবেল বঁটা পায়।

৩৭। **আৰ্নেষ্ট ৰাডাৰ ফৰ্ড :**—বিজ্ঞান জগতত ভোলপাৰ লগোৱা বিশ্বৰ প্ৰায় ৰসবিদ ৰাডাৰ ফৰ্ডৰ জন্ম হৈছিল ১৮৭১ চনৰ ৩০ আগষ্ট তাৰিখে নিউজিলেণ্ডৰ ফক্সহিল নামৰ এখন চহৰত। ল'ৰালি কালতে এওঁ এটা কেমেৰা তৈয়াৰ কৰিছিল। তেজস্ক্ৰীয়তাৰ স্বৰূপ সম্পৰ্কে প্ৰথম ব্যাখ্যা কৰা বিজ্ঞানী। তেজস্ক্ৰীয়তা সম্পৰ্কীয় এওঁৰ গুৰুত্বপূৰ্ণ পুথি হ'ল তেজস্ক্ৰীয় পদাৰ্থৰ বিকিৰণ। পদাৰ্থ-বিজ্ঞানৰ অধ্যাপক আছিল যদিও এই ৰসায়ন বিজ্ঞানতহে নোবেল বঁটা লাভ কৰাটো মন কৰিবলগীয়া। "গাইগাৰ কাউণ্টাৰ" যন্ত্ৰ উদ্ভাৱন কৰোঁতা। ৰাডাৰ ফ'ৰ্ডৰ আৱিষ্কাৰসমূহে বিজ্ঞান জগতত খলকনি লগোৱাৰ প্ৰায় ২৫ খন বিশ্ববিদ্যালয়ে এওঁলৈ সন্মানিত ডক্টৰেট্ উপাধি প্ৰদান কৰে। ১৯১৪ চনত ইংলণ্ডৰ ৰাণীয়ে চাৰ উপাধি দিয়ে। ১৯৩১ চনত লৰ্ড উপাধি লাভ কৰে। ১৯৩৭ চনত ৰক্তচাপ ৰোগত এই গৰাকী মহান সহজ সৰল বিজ্ঞানীৰ জীৱনৰ অৱসান ঘটে।

৩৮। **আৰ্নেষ্ট অৰ্লেণ্ডো লৰেন্স :**—১৯০১ চনত আমেৰিকাত জন্ম হৈছিল। ১৯২৫ চনত ডক্টৰেট উপাধি লয় পটাচিয়াম ভাপৰ ওপৰত আলোক-বিদ্যুৎ-প্ৰক্ৰিয়া নামৰ গৱেষণা গ্ৰন্থখনৰ বাবে। ১৯৩৪ চনত বিখ্যাত "চাইক্লট্ৰন"

ৰয়টো শাজি উলিয়াইছিল। যিটো পৰমাণু বিজ্ঞানৰ গৱেষণাৰ বাবে অপৰিহাৰ্য্য। এই আৱিষ্কাৰৰ বাবে ১৯৪০ চনত নোবেল বঁটা লাভ কৰে। ১৯৫৮ চনত বিখ্যাত এনৰিক ফাৰ্মি পুৰস্কাৰ লাভ কৰে। পৃথিৱীৰ প্ৰথম শ্ৰেণীৰ বিজ্ঞানীসকলৰ ভিতৰত লৰেন্স অন্যতম। ১৯৫৮ চনত মৃত্যু হয়।

৩৯। **আৰ্নে'ষ্ট চে'গুৱে ভাৰা** :—আৰ্জেন্টিনাৰ ৰজাৰিও নামে ঠাইত ১৯২৮ চনৰ জুন মাহৰ ১৪ তাৰিখে বিশ্বত শোষিত নিপীড়িত লোকৰ মুক্তিৰ বাবে প্ৰাণ বিসৰ্জন দিয়া বিশ্বৰ অন্যতম মহান বিপ্লৱী গৰাকীৰ জন্ম হৈছিল। আমেৰিকাত বিভিন্ন দেশৰ মাজেদি প্ৰায় ৪ হাজাৰ মাইল চাইকেলেৰে ভ্ৰমণ কৰোতে বিভিন্ন নিষ্পেষিত জনতাক দেখি এই সকলৰ মুক্তিৰ বাবে প্ৰত্তঁৰ প্ৰাণ কান্দি উঠে। ১৯৫৩ চনত এওঁ এজন চিকিৎসক হিচাবে স্বীকৃতি পায়। মেক্সিকো ইন্‌ষ্টিটিউট অব্‌ কাৰ্ডিঅ'লজিত চিকিৎসক হিচাপে কাম কৰিছিল। এওঁ স্বাধীন কিউবাৰ মন্ত্ৰী-সভাত উদ্যোগ মন্ত্ৰী আছিল। ১৯৬৭ চনৰ ২৩ মাৰ্চ তাৰিখে বলিভিয়াৰ জাতীয় মুক্তি বাহিনীৰ অধিনায়ক হিচাবে পুনৰ গেৰিলা যুদ্ধ কৰে। ১৯৬৮ চনৰ ৮ অক্টোবৰ তাৰিখে শত্ৰু সৈন্যই এওঁক এখন অৰণ্যত বন্দী কৰি ৯ অক্টোবৰৰ দিনা শত্ৰু সেনাই নৃশংসভাৱে হত্যা কৰে।

৪০। **আঁতোইনৰেঁ লেভইচিয়েৰ** :—ফৰাচী বিজ্ঞানী লেভইচিয়েৰৰ জন্ম হৈছিল ১৭৪৩ চনৰ ২৪ আগষ্টৰ তাৰিখে পেৰিচৰ এটা ধনী পৰিয়ালত। ১৫ বছৰ বয়সতে মাক দেউতাকক হেৰুৱাই লেভইচিয়েৰ খুড়ীয়েকৰ তত্বাবধানত ডাঙৰ-দীঘল হয়। লেভইচিয়েৰে ৰসায়ন বিজ্ঞানক সম্পূৰ্ণ বিজ্ঞান ভিত্তিত প্ৰতিষ্ঠা কৰিছিল। ১৭৭৪ চনত লেভইচিয়েৰে প্ৰমাণ কৰিছিল যে সকলো ধৰণৰ ভৌতিক আৰু ৰাসায়নিক পৰিবৰ্তনত এটা পদ্ধতিৰ মুঠ ৫০ সদায় একে থাকে অৰ্থাৎ পদাৰ্থক ধ্বংসও কৰিব নোৱাৰি সৃষ্টিও কৰিব নোৱাৰি। ইয়েই ভৌতিক বিজ্ঞানৰ প্ৰধান সূত্ৰ। বায়ু যে প্ৰধানকৈ নাইট্ৰোজেন আৰু অক্সিজেনৰ সৃষ্টি তাক তেওঁ প্ৰমাণ কৰি দেখুৱাইছিল। ৰসায়ন বিজ্ঞান সম্পৰ্কীয় তেওঁৰ ৰচিত পুথি হ'ল—(১) ৰাসায়নিক নামাকৰণ পদ্ধতি, (২) ৰসায়ন বিজ্ঞানৰ প্ৰাথমিক গ্ৰন্থ। লেভইচিয়েৰে পুৰণি ৰাসায়নিক প্ৰতীক আৰু পদাৰ্থৰ কিছুমান সলনি কৰি অৰ্থপূৰ্ণ আৰু সহজ নাম দিছিল। যেনে—ফেৰা ফলিয়াটা টাটাৰিক্কৰ নাম দিলে পটাচ, কলকুছ অব্‌ এ মেটেলৰ নাম দিলে অক্সাইড ইত্যাদি। ১৭৯৪ চনত এওঁৰ ওপৰত ভুৱা বিচাৰ কৰি মৃত্যুদণ্ডেৰে দণ্ডিত কৰে।

৪১। আঁতই আৰি বেকাৰেল :—১৮৫২ চনত ফ্ৰান্সৰ ৰাজধানী পেৰিছত আঁতই আৰি বেকাৰেলৰ জন্ম হৈছিল। এওঁ তেজস্ক্ৰীয় ৰশ্মিৰ আৱিষ্কাৰক। সমৱৰ্তন আৰু অনুপ্ৰভা নামৰ পৰিঘটনা দুটাৰ কিছুমান আকৰ্ষণীয় তথ্য আৱিষ্কাৰ কৰিছিল। এওঁৰ জীৱনৰ সৰ্বশ্ৰেষ্ঠ আৱিষ্কাৰ প্ৰাকৃতিক তেজস্ক্ৰীয়ৰ বাবে মাডাম কুৰিৰ লগতে ১৯০৩ চনত নোবেল বঁটা লাভ কৰে। ১৯০৮ চনত মৃত্যু হয়।

৪২। আৰ্থাৰ ষ্টেন্‌লি এডিংটন :—১৮৮২ চনত ইংলণ্ডৰ কেণ্ডেল নামৰ এখন সৰু চহৰত জন্মগ্ৰহণ কৰিছিল। ১৯০৭ চনত বিখ্যাত 'স্মিথচ প্ৰাইজ' লাভ কৰে। ১৯০৬ চনত গ্ৰীনউইৰে মান মন্দিৰৰ প্ৰধান সহায়ক পদত নিযুক্তি পায়। ইয়াৰ ৭ বছৰৰ পাচত প্লুমিয়াম প্ৰফেছাৰ হিচাবে কেম্ব্ৰিজ বিশ্ববিদ্যালয়ত যোগদান কৰে আৰু এই বিশ্ববিদ্যালয়ৰ গৱেষণাগাৰৰ অধিকৰ্তা হৈছিল। এওঁক জ্যোতি-বল-বিজ্ঞানৰ জনক বুলি কব পাৰি। তত্ত্ব সত্য বুলি পৰীক্ষামূলকভাৱে প্ৰথম প্ৰমাণ কৰা এওঁ অন্যতম। এওঁ বিজ্ঞান বিষয়ত কাৰিকৰী দিশত কেইবাখনো পুথি লিখি গৈছে। জ্যোতিৰ বিজ্ঞানৰ বিশেষ অৰিহণা আছে। ১৯৪৪ চনত মৃত্যু হয়।

৪৩। আৰ্থাৰ হলি কম্পটন :—১৮৯২ চনত আমেৰিকাৰ অহাইও প্ৰদেশৰ উলষ্টাৰ নামে এখন ঠাইত জন্মগ্ৰহণ কৰিছিল। ১৯৬৬ চনত প্ৰিন্সটন বিশ্ববিদ্যালয়ৰপৰা ডক্টৰেট উপাধি লাভ কৰে। "কম্পটন প্ৰতিক্ৰিয়া নামৰ বিখ্যাত পৰিঘটনাটোৰ উদ্ভাৱক। এই আৱিষ্কাৰৰ বাবে ১৯২৭ চনত এওঁ নোবেল বঁটা লাভ কৰে। দ্বিতীয় মহাযুদ্ধৰ পাচত এওঁ ৱাশিংটন বিশ্ববিদ্যালয়ৰ আচাৰ্য্য নিৰ্বাচিত হয়। ১৯৪৭ চনত মৃত্যু হয়।

৪৪। আলেকজেণ্ডাৰ গ্ৰাহাম বেল :—ইংলণ্ডৰ এডিনবাৰ্গ চহৰত এই গৰাকী বিশ্ববিখ্যাত বৈজ্ঞানিকৰ ১৮৪৭ চনৰ ৩ মাৰ্চ তাৰিখে জন্ম হয়। সৰুতে এওঁ ধানৰ পৰা সহজে তুঁহ গুচোৱাৰ এটা যন্ত্ৰ আৱিষ্কাৰ কৰিছিল। অশেষ চেষ্টাৰ ফলত ১৮৬৭ চনৰ জানুৱাৰী মাহত এটা টেলিফোন যন্ত্ৰ তৈয়াৰ কৰি উলিয়াইছিল। আমেৰিকাতে তেওঁ 'এক্সচেঞ্জ চিষ্টেম্" প্ৰৱৰ্তন কৰে। বেলৰ টেলিফোন সৰ্বশ্ৰেষ্ঠ কীৰ্তি যদিও তেওঁৰ কামত ব্যাঘাত জন্মে বুলি ভাল পোৱা নাছিল। সেই কাৰণে টেলিফোনৰ বেলটো বাজিব নোৱাৰাকৈ কাগজেৰে ঢাকি ৰাখিছিল। ১৯২২ চনৰ ২ আগষ্টৰ দিনা এওঁৰ মৃত্যু হয়। মৃত্যুৰ দিনা এওঁৰ

সন্মানাৰ্থে আমেৰিকাৰ সকলোবিলাক বাজ্যতে কৈলিফোৰ্ণ ১ মিনিট সময়ৰ বাবে বন্ধ ৰাখিছিল। শব্দ প্ৰবৰ্ত্তনৰ এটা এককৰ নাম 'বেল' ৰখা হৈছে এই গৰাকী বিজ্ঞানীৰ সন্মানাৰ্থে।

৪৫। **আল খোৱা বজ মি :**—আৰব দেশীয় এই গণিতজ্ঞ গৰাকীৰ আনুমানিক ৭৮০ খৃঃ জন্ম হৈছিল। হিন্দু আৰু বেবিলনীয় গণিতৰ ওপৰত নিৰ্ভৰ কৰি আলজাব্‌তা ( ইং এলজেব্ৰা ) নামৰ পুথিৰ ৰচক।

৪৬। **আলকিণ্ডি :**—ইৰাকৰ কুছা নামে এখন চহৰত ৮১৩ খৃঃ পূঃ জন্ম হৈছিল। এই গৰাকী দাৰ্শনিক গণিতজ্ঞ জ্যোতিৰ্বিদ, ৰসায়নবিদ আৰু চিকিৎসকৰ আৰবৰ ১২ জন শ্ৰেষ্ঠ পণ্ডিতৰ ভিতৰত আলকিণ্ডি অন্যতম। লোহাৰ প্ৰস্তুত প্ৰণালী সম্পৰ্কে এওঁ বহু কথা লিখি থৈ গৈছে। পোহৰ বিজ্ঞানলৈ এওঁৰ যথেষ্ট অৱদান আছে।

৪৭। **আলফ্ৰেড্ চাৰ্লচ হাৰ্মচ ওৱৰ্থ :**—সাংবাদিকতা কৰি গোটেই বিশ্বত সুখ্যাতি অৰ্জন কৰা এই গৰাকী মহান ব্যক্তিৰ জন্ম হৈছিল ১৯৬৫ চনৰ ১৫ জুলাই তাৰিখে আয়াৰলেণ্ডৰ ৰাজধানী ডাবলিন চহৰত। ১৬ বছৰ বয়সতে আলফ্ৰেডে বিদ্যালয়ৰপৰা এখন আলোচনী সম্পাদনা কৰি উলিয়াইছিল যিখনে সকলোকে আকৰ্ষণ কৰিব পাৰিছিল। দেউতাকে এওঁক সাংবাদিক হোৱা বিচৰা নাছিল যদিও ১৮ বছৰ বয়সতে এওঁ Youth নামৰ কাকতখনৰ সম্পাদক হোৱাৰ উপৰিও অন্য কাকতত লেখাপঢ়া কৰি অৰ্থ উপাৰ্জন কৰিছিল। "বাইচাইক্লিং নিউজ" কাকতখন সম্পাদনা কৰাৰ পাচতে এওঁ সাংবাদিক হিচাবে যথেষ্ট খ্যাতি অৰ্জন কৰিবলৈ সক্ষম হয়। এওঁৰ বিয়াৰ আগদিনা প্ৰকাশ পোৱা নিজৰ 'আন্‌ছাৰ্চ' নামৰ বাতৰি কাকতখনে প্ৰথমে এওঁক বিক্ৰিৰ ক্ষেত্ৰত হতাশ কৰিছিল যদিও প্ৰথমে ৬০ হেজাৰ কপিৰ ভিতৰত মাত্ৰ ১২ হেজাৰ বিক্ৰি হোৱা এই কাকতখনে খুব কম দিনৰ ভিতৰতে ৬ লাখ ৫ হেজাৰ কপি বিক্ৰি হয়। ইয়ে প্ৰমাণ কৰে আলফ্ৰেডৰ সাংবাদিকতাৰ পূৰ্ণ সফলতা। একে সময়তে তেওঁ কেইবাখনো বাতৰি কাকত সম্পাদনা কৰি জনপ্ৰিয় হৈ পৰাৰ লগতে এজন কোটিপতি হ'ল মাত্ৰ ৩৯ বছৰ বয়সতে। এওঁ লৰ্ড উপাধিৰে বিভূষিত হোৱাৰ পাচত এওঁৰ নাম হয় লৰ্ড নৰ্থ ক্লিফ। এওঁ ব্ৰিটিছ পাৰ্লামেণ্টৰ সদস্যও আছিল। ১৯২২ চনৰ ১৪ আগষ্ট তাৰিখে ৫৭ বছৰ বয়সত এই গৰাকী বিশ্বৰ মহান সাংবাদিকৰ দেহৰ অৱসান ঘটে।

৪৮। **আলবেৰুনী :**—বিশ্ববিখ্যাত পণ্ডিত আলবেৰুনীৰ জন্ম হৈছিল ৯৭৩ চনত খিভা প্ৰদেশত। এওঁ এজন গণিতজ্ঞ, জ্যোতিৰ্বিদ, দাৰ্শনিক আৰু সংস্কৃতৰ পণ্ডিত। ১০১৭ পাচত এওঁ মামুদৰ লগত ভাৰতলৈ আহে আৰু সমাজ-ব্যৱস্থাৰ বিষয়ে লিখি থৈ গৈছে।

৪৯। **আলেকজেণ্ডোভিচ ব্ৰডস্কি :**—নোবেল বঁটা বিজয়ী এই সাহিত্যিক গৰাকী ১৯৪০ চনত লেনিনগ্ৰাডত জন্মগ্ৰহণ কৰে। বৰ্তমান আমেৰিকাৰ নাগৰিক হৈ আছে। ১৫ বছৰ বয়সতে স্কুল এৰি কাৰখানা এটাৰ মেচিন অপাৰেটৰ কাম কৰিছিল। এওঁ ইংৰাজী আৰু পোলিছ ভাষা আহৰণ কৰি কিছুমান কবিতা কচ ভাষালৈ অনুবাদ কৰিছিল। এই লিখা কবিতাবিলাকত অশ্লীলতা থকাৰ বাবে এওঁক বিভিন্ন বাতৰি কাকতে সমালোচনা কৰাৰ উপৰিও চৰকাৰে শাস্তি বিহিছিল। ইজৰাইল দেশৰ নাগৰিকত্ব লাভ কৰিবৰ বাবে এই কবি গৰাকীক আমন্ত্ৰণ কৰিছিল যদিও স্বদেশৰ মোহ এৰি এওঁ যোৱা নাছিল। পিচত চোভিয়েট দেশ ভিছা দি দেশ এৰিবলৈ কোৱাত এওঁ আমেৰিকালৈ যায় আৰু ১৯৭৭ চনত আমেৰিকাৰ নাগৰিক হয়। নানা ঘাত-প্ৰতিঘাতৰ সন্মুখীন হোৱা এই গৰাকী কবিয়ে ১৯৮৭ চনত সাহিত্যত নোবেল বঁটা লাভ কৰে।

৫০। **আলবেয়াৰ কেমু :**—সু-সাহিত্যিক আৰু এসময়ৰ ফুটবল খেলুৱৈ আলবেয়াৰ কেমুৰ ১৯১৩ চনত আলজেৰিয়াত জন্ম হয়। দেউতাক সাধাৰণ শ্ৰমিক হৈয়ো আলবেয়াৰক বিশ্ববিদ্যালয়ত দৰ্শন শাস্ত্ৰ অধ্যয়ন কৰিবলৈ সুবিধা কৰি দিছিল। এওঁৰ বিখ্যাত গ্ৰন্থ কেইখন হ'ল—(১) ষ্ট্ৰেঞ্জাৰ, (২) দি আউট চাইদাৰ, (৩) দি ফ'ল', (৪) প্লেগ আদি। দৰ্শন বিষয়ৰ এওঁৰ বিখ্যাত গ্ৰন্থ হ'ল মিথ অৱ্ চিচিফাচ। এওঁৰ অন্যান্য ৰচনা হ'ল 'দি ৰেবেল' আৰু কেইখনমান নাটক। ১৯৫৭ চনত নোবেল বঁটাই এই সাহিত্যিক গৰাকীক সন্মানিত কৰা হয়। ১৯৬০ চনত এক মটৰ দুৰ্ঘটনাত মৃত্যু হয়।

৫১। **আল্‌ফ্ৰেড্‌ ষ্টিয়েগ্‌ লিৎজ :**—বিশ্ববিখ্যাত ফটোগ্ৰাফাৰ ষ্টিয়েগ লিৎজৰ জন্ম হৈছিল ১৮৬৪ চনৰ ১ জানুৱাৰী তাৰিখে, আমেৰিকাৰ নিউৱাৰ্কৰ এক জাৰ্মান পৰিয়ালত। ১৮৮৩ চনত জাৰ্মানত অভিযান্ত্ৰিক শিক্ষা ল'বলৈ গৈছিল যদিও এই শিক্ষা শেষ নকৰি এওঁ ফটোগ্ৰাফিৰ প্ৰতি আকৃষ্ট হৈ এই বিষয়ত অধিক মনোনিবেশ দিয়ে। শেষত এই গৰাকী ফটোগ্ৰাফাৰে বিভিন্ন দেশৰপৰা দেৰশতকৈয়ো অধিক পুৰস্কাৰে সন্মানিত হৈ বিশ্বৰ ভিতৰতে

এজন লেখত লবলগীয়া ফটোগ্ৰাফাৰ হয়। ফটোগ্ৰাফীৰ দ্ৰুত উন্নয়নৰ ধাৰা পোন প্ৰথমে প্ৰবৰ্তন কৰা এই বিখ্যাত লোকজনৰ ১৯৪৬ চনৰ ১৩ জুলাই তাৰিখে মৃত্যু হয়।

৫২। **আলেক্‌জেণ্ডাৰ ডোমাচ্‌ :**—১৮০২ চনত ফ্ৰান্সত জন্মগ্ৰহণ কৰা এই বিখ্যত ঔপন্যাসিকে ৰচনা কৰা কেইখনমান উপন্যাস গ্ৰন্থৰ বাবে পৃথিবীত বিখ্যাত হৈ পৰে। এওঁৰ অতি জনপ্ৰিয় উপন্যাস কেইখন হ'ল (১) দি থ্ৰি মাচকিটাৰচ্‌ (২) দি কাউণ্ট অৱ্‌ মনটিক্ৰিষ্ট', (৩) ব্ৰেক টু লিপ, (৪) দি মেন ইন দা আইৰণ। 'দি কাউণ্ট অৱ্‌ মন্টিক্ৰিষ্ট' উপন্যাসখনৰ কাহিনীকলৈ বহু কথাছবি কৰা হৈছে। এই বিখ্যাত ঔপন্যাসিক গৰাকীয়ে ১৮৭০ চনত শেষ নিশ্বাস এৰে।

৫৩। **আলেক্‌জেণ্ডাৰ ছল জেনিংছি :**—১৯৭০ চনত সাহিত্যত নোবেল বঁটা পোৱা এই গৰাকী সাহিত্যিকৰ জন্ম হৈছিল ১৯১৮ চনৰ ১১ ডিচেম্বৰত কচিয়াৰ কিছলোভোস্কত। ৰোস্তোভা ইউনিভাৰচিটিৰ পৰা অঙ্ক শাস্ত্ৰত স্নাতক উপাধি লোৱাৰ পাচত এওঁ দ্বিতীয় বিশ্ব যুদ্ধৰ সময়ত সৈনিক হিচাপে যোগদান কৰি সৈন্য দলৰ কেপ্টেইন হয়। ষ্টেলিনক সমালোচনা কৰি চিঠি আদি লিখাৰ বাবে তিনি বছৰ কাৰাবাস আৰু বন্দী জীৱন যাপন কৰিবলাগীয়া হৈছিল। পিচত ১৯৫৬ চনত অঙ্ক বিষয়ৰ শিক্ষক হিচাবে মধ্য কচিয়াৰ বিয়াত শিক্ষাদান কৰে। এওঁৰ বিখ্যাত গ্ৰন্থসমূহ হ'ল—(১) ওৱান দে ইন্‌ দি লাইফ অৱ্‌ আইভান ডেনিচোভিক'ভ (১৯৬২), (২) দি কেন্সাৰ ওৰ্ৱাড (১৯৬৮), (৩) দি ফাষ্ট পেলেগো ১৯১৮-১৯৫৬ আদি উল্লেখযোগ্য। ইয়াৰ বেছিভাগ গ্ৰন্থই বিদেশী প্ৰকাশকে প্ৰকাশ কৰিবলগীয়া হৈছিল কাৰণ নিজৰ চৰকাৰে এই গ্ৰন্থবিলাকৰ প্ৰকাশ বন্ধ কৰাই নহয় বহু পাণ্ডুলিপি বাজেয়াপ্ত বা ধ্বংস কৰিছিল। আনকি ষ্টকহলমত গৈ এই প্ৰখ্যাত সাহিত্যিক গৰাকীয়ে লাভ কৰা পুৰস্কাৰো গ্ৰহণ কৰাত চৰকাৰে বাধা প্ৰদান কৰিছিল। ১৯৭৪ চনত এওঁ চুইজাৰলেণ্ডলৈ গৈ বসবাস কৰিবলৈ লয় আৰু বৰ্তমান এওঁ আমেৰিকাৰ নাগৰিক। আমেৰিকান একাডেমি আৰ্টচ্‌ এণ্ড চায়েন্সৰ সদস্য নিৰ্বাচিত হয় ১৯৬৯ চনত।

৫৪। **আন্না আখমাট'ভা :**—বিশ্বজোৰা খ্যাতি অৰ্জন কৰা আন্না গোৰেংকো ( পাচত আন্না আখমাট'ভা ) ১৮৮৯ চনত চোভিয়েট দেশৰ ওডিছা নামৰ নাগৰৰ পাৰৰ এখন সৰু গাঁৱত জন্ম হৈছিল। প্ৰেমৰ কবিতাৰ বাবেই এওঁ

বিশ্বজোৰা খ্যাতি লাভ কৰিবলৈ সক্ষম হৈছিল। এওঁ গোটেই জীৱন না না সংগ্ৰামৰ মাজেদি পাৰ কৰিছিল। জীৱিত কালতেই কিংবদন্তী হৈ পৰা এই বিশ্ব-বিখ্যাত কবি গৰাকীৰ প্ৰতিভাক চৰকাৰে বন্ধ কৰি ৰাখিছিল একমাত্ৰ সমাজৰ সভ্য নহ ৰূপক কবিতাৰ মাধ্যমেৰে জনগণৰ আগত ৰাখি ধৰাৰ বাবে। এওঁৰ কবিতা কোনো বাতৰি কাকত আলোচনী আদিত প্ৰকাশ নকৰিবৰ বাবে চৰকাৰে এক ঘোষণা পত্ৰৰ যোগে ১৯০৬ চনৰ ১৪ আগষ্ট তাৰিখে বন্ধ কৰি দিছিল। আনকি ১৭ মাহ জেলত ৰাখি এওঁৰ ওপৰত নানা অত্যাচাৰ চলাইছিল। জেলৰ ভিতৰতে ৰচনা কৰিছিল এওঁৰ আটাইতকৈ হৃদয়গ্ৰাহী কবিতা Requem। এওঁৰ স্বামী নিকোলাই আখমাট'ভাকোক ১৯২১ চনত গুলিয়াই হত্যা কৰাই ক্ষান্ত নাথাকি এওঁৰ একমাত্ৰ ল'ৰাটোৰ ওপৰতো নিৰ্মম অত্যাচাৰ চলাইছিল যাৰ ফলত আয়াই ২৫ বছৰ কাল অজ্ঞাতবাসত কটাইছিল। এওঁৰ কবিতা চৰকাৰে চেন্সৰ-শিপ কৰিছিল। এওঁ এওঁৰ বিখ্যাত বহু কবিতা চিকিৎসাধীনহৈ চিকিৎসালয়তে ৰচনা কৰিছিল। ১৯৬৬ চনত Komarovo নামৰ ঠাইত এই কবি গৰাকীৰ মৃত্যু হয়। মৃত্যুৰ পিচত এওঁৰ কবিতাসমূহ বন্ধুসকলে প্ৰকাশ কৰিছে আৰু সমগ্ৰ ৰাচিয়াত জন্ম-শতবাৰ্ষিকী ১৯৮৯ চনত পালন কৰিছে।

৫৫। **আৰ্ণল্ড টয়নবী** ঃ—এই গৰাকী মহান সাহিত্যিকৰ জীৱনকাল মুঠ ৮৬ বছৰ। জীৱিত কালছোৱাৰ ভিতৰৰ ৬৫ বছৰ কেৱল এখন কিতাপহে ৰচনা কৰিছিল। যি কিতাপ বিংশ শতাব্দীৰ বিশ্বত অন্যতম মহৎ গ্ৰন্থ হিচাপে পৰিগণিত হৈছে। সৰ্বমুঠ ৬টা খণ্ড, সৰ্বমুঠ পৃষ্ঠা হ'ল ৩৪৮৮। ইয়াৰে ১ম তিনিটা খণ্ড প্ৰকাশ হয় ১৯৩৪ চনত আৰু পিচত তিনিটা খণ্ড প্ৰকাশ হয় ১৯৩৯ চনত। ইয়াৰ পাচত পঞ্চাশৰ দশকত শেষৰ ছয়টা খণ্ড প্ৰকাশ হয়। বিশ্বই এই মহৎ গ্ৰন্থ-খনৰ নাম A Study of History বা ইতিহাসৰ অধ্যয়ন। এই পুথিয়ে বিশ্বত এওঁক যুগমীয়া কৰি ৰাখিব। এওঁৰ মতে যেতিয়াই এখন সমাজ বা এটা সভ্যতাই ক্লান্তি বা আত্ম-সন্তুষ্টিৰ বশবৰ্তী হৈ বাহিৰৰ বা ভিতৰত পৰা অহা প্ৰত্যাহ্বানৰ সন্মুখীন হবলৈ অসমৰ্থ হৈ পৰে, তেতিয়াই এই সমাজ বা সভ্যতা ধ্বংস প্ৰাপ্ত হয়।

৫৬। **আবদাস ছালাম** :—পাকিস্থানত জন্মগ্ৰহণ কৰা এই পদাৰ্থ বিজ্ঞানী গৰাকীয়ে সফলতে লিখা-পঢ়া কৰিছিল ইংল্যাণ্ডৰ কেম্ব্ৰিজত। ১৯৫৭ চনত লণ্ডনৰ "ইম্পিৰিয়েল কলেজ অব্ চায়েন্স এণ্ড টেকন'লজী"ৰ পদাৰ্থ বিজ্ঞান বিভাগৰ অধ্যাপক আছিল। ইণ্টাৰনেচনেল চেণ্টাৰ অব্ থিওৰেটিকেল ফিজিক্সত

ভক্টৰেট আছিল। পৃথিৱীৰ সৰ্ববৃহৎ বিশিষ্টতম এই গৱেষণা কেন্দ্ৰটো এওঁৰ চেষ্টাতে গঢ়ি উঠিছিল ১৯১৯ চনৰ ১০ ডিচেম্বৰত। পদাৰ্থ বিজ্ঞানত আন এজন বিজ্ঞানীৰ সৈতে নোবেল বঁটা লাভ কৰে।

৫৭। **আমুণ্ড চেন ৰুল্ড :**—১৮৭২ চনত জন্মগ্ৰহণ কৰা এওঁৱেই প্ৰথমে দক্ষিণ মেৰুত পদাৰ্পণ কৰিছিল। দক্ষিণ মেৰু আৱিষ্কাৰ কৰে ১৯২৬ চনত। এওঁ বিমানেৰে উত্তৰ মেৰু প্ৰদক্ষিণ কৰে। ১৯২৮ চনত মৃত্যু হয়।

৫৮। **আইক্‌মেন খৃষ্টান :**—১৮৫৮ চনত হলেণ্ডত জন্মগ্ৰহণ কৰা এই প্ৰখ্যাত বিজ্ঞানী গৰাকীয়ে পোন প্ৰথম বাৰৰ বাবে প্ৰমাণ কৰিছিল যে চাউলৰ কণিকা অংশত বেৰি বেৰি ৰোগ প্ৰতিৰোধ কৰিব পৰা এবিধ ৰাসায়নিক পদাৰ্থ থাকে। বেৰি বেৰি ৰোগ প্ৰতিৰোধ কৰিব পৰা উপায় উদ্ভাৱন কৰাৰ বাবে ১৯২৯ চনত এওঁ নোবেল বঁটা লাভ কৰে। মৃত্যু হয় ১৯৩০ চনত।

৫৯। **আব্ৰাহাম লিঙ্কন :**—আমেৰিকাৰ এটা অতি দুখীয়া সাধাৰণ পৰিয়ালত ১৯০৯ চনত জন্মগ্ৰহণ কৰি অতি দুঃখ-কষ্টৰ মাজেদি কাঠকটীয়া সাধাৰণ অৱস্থাৰ পৰা গৈ আমেৰিকাৰ নিচিনা এখন দেশৰ ৰাষ্ট্ৰপতি হয়গৈ। নিজৰ অশেষ চেষ্টা আৰু ব্যক্তিত্বৰ ওপৰত এওঁ দোকানদাৰী আৰু পিচত পোষ্ট মাষ্টাৰৰ চাকৰি কৰিছিল। ১৮৬০ চনত ৰিপাব্লিকান পাৰ্টিৰ প্ৰাৰ্থী হৈ আমেৰিকাৰ প্ৰেচিডেণ্ট হিচাবে নিৰ্বাচিত হয়। আমেৰিকাত ক্ৰীতদাস প্ৰথা উচ্ছেদ কৰি নিগ্ৰো জাতিক এওঁৱেই মুক্তি দান কৰিছিল। এক ষড়যন্ত্ৰ কৰি লিঙ্কনক এটা প্ৰেক্ষাগৃহত থিয়েটাৰ চাই থাকোঁতেই গুলি কৰি হত্যা কৰি এই মহান ব্যক্তি গৰাকীৰ জীৱন অৱসান কৰিছিল।

৬০। **আলেক্‌জেণ্ডাৰ ফ্লেমিং :**—১৮৮১ চনৰ ৬ আগষ্ট তাৰিখে দাইভলৰ অন্তৰ্গত লক্‌ফিল্ড নামে এখন ঠাইত জন্ম হৈছিল। এওঁৰ দেউতাক এজন সাধাৰণ খেতিয়ক আছিল। ১৮২৮ চনত আধুনিক চিকিৎসাৰ মকৰধ্বজ স্বৰূপ প্ৰথম "এণ্টিবায়টিক পেনিচিলিন" আৱিষ্কাৰ কৰে। আৰ্থিক দুৰৱস্থাৰ বাবেই স্কুলৰ শিক্ষা শেষ কৰাৰ পাচত কলেজত নাম লগাব নোৱাৰি ১৬ বছৰ বয়সতে জাহাজ কোম্পানীৰ কেৰাণীৰ চাকৰি কৰিবলগা হৈছিল। পিচত অৰ্থ উপাৰ্জন হোৱাত কলেজত পঢ়িবলৈ লয় আৰু পিচত ১৯০৫ চনত সুখ্যাতিৰে ডাক্তৰী পাচ কৰে। ১৯২২ চনত "লাইচো জাইম্" নামৰ বীজাণুনাশক এটা নতুন ঔষধ আৱিষ্কাৰ কৰে। পেনিচিলিনৰ উপৰিও এওঁ আৰু বহুতো "এণ্টিবায়টিকচ" আৱিষ্কাৰ কৰিছিল।

৬১। **আব্দুল গফ্ফৰ খান** :—সীমান্ত গান্ধী নামেৰে জনাজাত এই গৰাকী ভাৰতৰ স্বাধীনতা মুক্তি যুঁজাৰুৰ জন্ম হৈছিল ১৮৯০ চনত নৰ্থ-ৱেষ্ট ফ্ৰণ্টিয়াৰ প্ৰভিন্সত ( পাকিস্থান )। সমনীয়া সকলে এওঁক বাদচাহ খান বা কিংখান বুলি কৈছিল। আনকি মহাত্মা গান্ধীয়েও এই নামেৰেহে এওঁক মাতিছিল। ভাৰত চৰকাৰৰ আমন্ত্ৰণ মতে ১৯৬৯ চনত ভাৰতলৈ আহি বহু ঠাইত এওঁ ভাষণ দিছিল। ভাৰত চৰকাৰে আটাইতকৈ সন্মানিত ভাৰত ৰত্ন উপাধিৰে এওঁক বিভূষিত কৰিছিল। ১৯৮৮ চনত ৯৮ বছৰ বয়সত এই গৰাকী মহান নেতাই শেষ নিশ্বাস ত্যাগ কৰে।

৬২। **আসাণ্ড ফিজ্ঝ** :—এই ফৰাচী বিজ্ঞানী গৰাকীৰ ১৮১৯ চনত জন্ম হৈছিল। পোহৰৰ বেগ শুদ্ধকৈ গণনা কৰা প্ৰথম বৈজ্ঞানিক। পোহৰ বিজ্ঞানৰ বিভিন্ন বিষয়ত এজন গৱেষক। ১৮৯৬ চনত মৃত্যু হয়।

৬৩। **আৰ্ণেষ্ট চলভে** :—এই ৰসায়ন বিজ্ঞানী গৰাকী ১৮২৬ চনত বেলজিয়ামত জন্ম হৈছিল। চ'ডিয়াম কাৰ্বনেট প্ৰস্তুত কৰা বাণিজ্যিক পদ্ধতিৰ উদ্ভাবক। বিজ্ঞানীসকলৰ এখন বছেৰেকীয়া সন্মিলন পাতিবৰ কাৰণে এওঁ বহু টকা দান দিছিল। ১৯১০ চনত মৃত্যু হয়।

৬৪। **আৰি ময়চাঁ** :—১৮৫২ চনত ফৰাচী দেশত জন্ম হৈছিল। ক্লৰিণ ৰসায়নাগাৰত প্ৰস্তুত কৰি নোবেল বঁটা পাইছিল। ১৯০৭ চনত মৃত্যু হয়।

৬৫। **আৰভিং লাং মুইৰ** :—১৮৮১ চনত মাৰ্কিনত জন্মগ্ৰহণ কৰিছিল। এওঁ মাৰ্কিনৰ এজন পৰমাণু বিজ্ঞানী। ১৯৩২ চনত ৰসায়ন বিজ্ঞানত নোবেল বঁটা লাভ কৰিছিল। ১৯৫৭ চনত মৃত্যু হয়।

৬৬। **আৰ্য্যভট্ট** :—( প্ৰথম ) দক্ষিণ ভাৰতৰ কেৰালা প্ৰদেশত ৪৪৭ খৃঃ পূঃত জন্ম হৈছিল। মাত্ৰ ২৩ বছৰ বয়সতে ৪টা খণ্ডত 'আৰ্য্য ভটীয়ম' নামৰ এখন গ্ৰন্থ লিখে। নিজ অক্ষত চাৰিওফালে পৃথিবীৰ দৈনিক আৱৰ্তনৰ পৰিমাণ হিচাবে জ্যোতিষ্ক বিলাকৰ গতি ব্যাখ্যা দিয়া এওঁৱেই প্ৰথম ভাৰতীয়। গণিতক জ্যোতিৰ্বিদ্যাৰ এটা অংশ হিচাবে আৰ্য্যভট্টই প্ৰথম বিবেচনা কৰিছিল। বৃত্তৰ পৰিধি আৰু ব্যাসৰ অনুপাত তেওঁ শুদ্ধকৈ নিৰূপণ কৰিছিল। এওঁ অতি তীক্ষ্ণ বুধিয়ক আছিল।

৬৭। **আজেন্দ্ জেলিষ্টা টৰি চেল্লি** :—উত্তৰ ইটালিৰ ফাবেঞ্জা নামে ঠাইত ১৬০৮ চনত জন্ম হৈছিল। গেলিলিওৰ যোগ্য ছাত্ৰ। 'চাপমান' যন্ত্ৰৰ

উদ্ভাবক। এওঁ গেলিলিওৰ দূৰবীণ যন্ত্ৰৰ উন্নতি সাধন কৰে। এওঁ অণুবীক্ষণ যন্ত্ৰ এটাও সাজি উলিয়ায়। ৬৯ বছৰ বয়সত ১৬৪৭ চনত মৃত্যু হয়।

৬৮। **আৰউইন শ্ৰোডিংগাৰ** :—১৮৮৭ চনত অষ্ট্ৰিয়াৰ ৰাজধানী ভিয়েনা চহৰত জন্ম হৈছিল। এঘাৰ বছৰ বয়সলৈকে ঘৰতে ঘৰুৱা শিক্ষকৰ দ্বাৰা শিক্ষা গ্ৰহণ কৰিছিল পিচত ভিয়েনা জিমনাচিয়ামত আৰু শেষত ভিয়েনা বিশ্ববিদ্যালয়ত অধ্যয়ন কৰি এওঁ কেইবাখনো বিশ্ববিদ্যালয়ত অধ্যাপনা কৰিছিল। সুবিখ্যাত "তৰঙ্গ বলবিজ্ঞানৰ" এওঁয়েই উদ্ভাবক। এই অৱদানৰ বাবে পলডিৰাকৰ সৈতে ১৯৩৩ চনত যুটীয়াভাৱে নোবেল বঁটা লাভ কৰে। বিশ্ব তত্ত্বলৈও এওঁৰ যথেষ্ট অৱদান আছে। ১৯৬১ চনত মৃত্যু হয়।

৬৯। **ওস্তাদ আমজাদ আলি খান** :—১৯৪৫ চনৰ ৯ই অক্টোবৰ তাৰিখে সঙ্গীতৰ পুণ্যতীৰ্থ স্বৰূপ গোৱালিয়ৰ এওঁৰ জন্ম হৈছিল। সৰুৰে পৰাই সঙ্গীতৰ পৰিৱেশত ডাঙৰ-দীঘল হৈছিল। এওঁৰ দেউতাক প্ৰখ্যাত সাৰোদ বাদক পদ্মভূষণ ওস্তাজ হাফিজ আলি খানৰ সঙ্গীত সমিতিয়ে এওঁক সাৰোদ সম্ৰাট উপাধিৰে বিভূষিত কৰিছিল। ১৯৭৫ চনত পদ্মশ্ৰী উপাধি ভাৰত চৰকাৰে আগবঢ়ায়। ১৯৭১ চনত অৰ্থাৎ মাত্ৰ ২৬ চছৰ বয়সতে এওঁলৈ ইণ্টাৰনেশ্যনেল মিউজিক ফ'ৰাম অব পেৰিচৰ "ইউনেচ্‌ক" (UNESCO) বঁটা আগবঢ়ায়। এওঁৰ সহধৰ্মীনি অসমৰ জীয়াৰী বিখ্যাত নৃত্যশিল্পী শুভলক্ষ্মী বৰুৱা। আমজেদ আলি খানৰ সঙ্গীতে বিশ্বৰ সঙ্গীত প্ৰেমী লোকক মোহিত কৰিবলৈ সক্ষম হৈছে।

৭০। **আৰিষ্ট্ৰাৰ কাচ** :—এওঁ গ্ৰীক জ্যোতিৰ্বিদ। এই গৰাকী জ্যোতিৰ্বিদেই পৃথিৱীখন সূৰ্য্যৰ চাৰিওফালে ঘূৰে বুলি প্ৰচাৰ কৰিছিল।

৭১। **আচাৰ্য্য বিনোৱা ভাৱে** :—এওঁৰ প্ৰকৃত নাম বিনায়ক ৰাও ভাৱে। বিনোৱা নামটি গান্ধীজীয়ে দিয়া। ১৮৯৫ চনৰ ১১ চেপ্তেম্বৰত মহাৰাষ্ট্ৰৰ গাগোদ নামৰ গাঁৱত বিনোৱাজীৰ জন্ম হৈছিল। সত্য সংযম ব্ৰহ্মচৰ্য্য পালন কৰি স্বাৱলম্বী আদৰ্শত একনিষ্ঠ হোৱাৰ বাবে গান্ধীজীয়ে এওঁক আচাৰ্য্য উপাধি প্ৰদান কৰিছিল। স্বাধীনতা আন্দোলনত এওঁ কেইবাবাৰো ফাটেক খাটিবলগীয়া হৈছিল। এওঁৰ সৰ্বোদয় আৰু ভূদান আন্দোলন ভাৰতৰ জনগণৰ বাবে প্ৰকৃত মুক্তিৰ প্ৰতীক। আধুনিক ভাৰতৰ ঋষি স্বৰূপ এই গৰাকী মহান ত্যাগী আদৰ্শনীয় ব্যক্তিৰ ১৯৮২ চনৰ ১৬ নবেম্বৰত পৌণাৰ আশ্ৰমতে দেহ ত্যাগ কৰে।

১২। **আবুবকৰ চিদ্দিক** :—জন্ম ৫৭২ খৃঃ আৰু মৃত্যু ৬৩৫ খৃঃত। মক্কাৰ প্ৰখ্যাত কোৰেচ বংশত জন্মিছিল। হজৰত মহম্মদৰ মৃত্যুৰ পিচত মুছলমানৰ ৰাজ সত্তাও এওঁৰ ওপৰত অৰ্পিত হয়। সেয়েহে মহম্মদৰ পিচত এওঁৱেই প্ৰথম খলিফা। হজৰত মহম্মদৰ মেৰাজ (সাক্ষাত) সম্বন্ধে এওঁৱেই প্ৰথমতে বিশ্বাস কৰিছিল কাৰণেই এওঁৰ উপাধি চিদ্দিক অৰ্থাৎ সত্যবাদী বা বিশ্বাসী হয়।

১৩। **ইউক্লিড** :—গ্ৰীচৰ এথেন্স চহৰত খৃঃ পূঃ ৩৩০ মানত জন্ম হৈছিল। জ্যামিতিৰ বিভিন্ন উপপাদ্যসংগ্ৰহ কৰাৰ লগতে নিজৰো দুই-এটা উপপাদ্য সংযোজন কৰি সৰু সৰু ১৩টা খণ্ডত জ্যামিতি বিষয়ৰ প্ৰথম পুথি 'এলিমেণ্ট' প্ৰকাশ কৰে। এওঁৰ অন্য উল্লেখযোগ্য পুথি হ'ল (১) অপ্টিক্স (২) ডাটা (৩) ফেন'মেনা।

১৪। **ইউজিন গ্লেডষ্টোন অ' নেইল** :—১৮৮৮ চনৰ ১৬ অক্টোবৰ তাৰিখে বিশ্ববিখ্যাত এই নাট্যকাৰ গৰাকীৰ নিউয়ৰ্কত জন্ম হৈছিল। সৰু অৱস্থাতে এওঁ নিৰাপত্তাহীনতাত ভুগিছিল। এওঁ প্ৰিষ্টন বিশ্ববিদ্যালয়ত এবছৰ অধ্যয়ন কৰাৰ পাচত নৌ-বিভাগৰ চাকৰিত ভৰ্তি হয়। এওঁ স্বাস্থ্যজনিত কাৰণত স্বাস্থ্য নিবাসত থকা সময়ত নাটক ৰচনা কৰিছিল। এওঁৰ প্ৰথমখন নাটক আছিল "ব্ৰাউণ্ড ইষ্ট ফৰ কাৰডিফ"।

পুলিৎজাৰ বঁটাৰে পুৰস্কৃত হোৱা এওঁৰ দ্বিতীয়খন পূৰ্ণাঙ্গ নাটক হ'ল—'বিয়ণ্ড দি হৰাইজন'। ইয়াৰ উপৰিও আন্না ক্ৰীষ্টি, ষ্ট্ৰেঞ্জ ইণ্টাৰলুড আৰু লং ডেজ জার্নি ইন টু নাইট', নাটক কেইখনৰ বাবেও এওঁ পুৰস্কাৰ পাইছিল। ইয়াৰ উপৰিও এওঁ কেইবাখনো মঞ্চ সফল নাটক ৰচনা কৰিছিল। সাহিত্যৰ বাবে পুৰস্কৃত হোৱা এওঁৱেই প্ৰথমজন আমেৰিকান নাট্যকাৰ। 'আইচমেন কমেথ' নামৰ নাটকখন এওঁৰ সৰ্বশ্ৰেষ্ঠ নাটক। ১৯৫৩ চনৰ ২৭ নবেম্বৰত এওঁৰ দেহৰ অৱসান ঘটে।

১৫। **ইয়াচা হাই ফেটচ্** :—১৯০১ চনত ফেব্ৰুৱাৰী মাহত চোভিয়েট ৰাচিয়াত এই গৰাকী প্ৰতিভাবান সঙ্গীতজ্ঞৰ জন্ম হৈছিল। সকৰে পৰাই এওঁক সঙ্গীত সাধনা কৰিবলৈ দেউতাকে সুবিধা দিছিল। ৬ বছৰ বয়সতে বাৰ্লিন চহৰত বাজহুৱা সভাত বেহেলা বজাই ভূয়সী সমাদৰ লাভ কৰিছিল আৰু বিভিন্ন ঠাইলৈ বেহেলা বজাবৰ বাবে আমন্ত্ৰণ পাইছিল। এওঁ কন্‌চাৰ্ট আৰু ৰেকৰ্ডিং ষ্টুডিঅ' দুয়োটাতে সমানে সাফল্য লাভ কৰিছিল। পাশ্চাত্য সংগীত জগতত কিংবদন্তী প্ৰতিভাসম্পন্ন এগৰাকী মহান শিল্পী।

১৬। **ইটাইলুন :**—চীন দেশীয় লোক। আজিৰ পৰা প্ৰায় ১৯০০ বছৰ পূৰ্বে এওঁ প্ৰথমে কাগজ তৈয়াৰ কৰিছিল। এই কাগজ তৈয়াৰ কৰিছিল কপাহ আৰু তাং গছৰ পাত মিহলাই মণ্ড তৈয়াৰ কৰি। এই কাগজ তৈয়াৰ কৰাই ইটাইলুনক পৃথিৱীত বিখ্যাত কৰি তুলিছিল। ১৮০৩ চনত ইংলেণ্ডৰ ফাৰ ফিগেৰ ভিকৃচন নামৰ এজন বিজ্ঞানীয়ে পোন প্ৰথম বাৰৰ বাবে যন্ত্ৰৰ সহায়ত কাগজ তৈয়াৰ কৰি উলিয়াইছিল।

১৭। **ইভান টুৰ্গেনেভ :**—১৮১৮ চনৰ নবেম্বৰ মাহৰ ৯ তাৰিখে মধ্য ৰাচিয়াৰ অৰেল নামৰ ঠাইত জন্মগ্ৰহণ কৰা বিশ্ব সাহিত্যত সৰ্বপ্ৰথম ৰুচ সাহিত্যিক হিচাবে স্থান পোৱা এই মহান সাহিত্যিক গৰাকীয়ে ভূমিদাস প্ৰথাৰ বিৰুদ্ধে থিয় দি মাকৰ লগত মতভেদ হৈ মাকক ত্যাগ কৰি ঘৰৰ পৰা ওলাই গৈ সমাজত এই ঘৃণাৰ প্ৰথাৰ বিৰোধী সংগ্ৰাম চলাই যোৱাৰ প্ৰতিশ্ৰুতিৰে হানিবেলাৰ নামত সকতে ঘৰতে পঢ়িছিল। এওঁ সৰু কালৰে পৰাই সাহিত্য চৰ্চা কৰে। প্ৰথম উপন্যাস ৰুদিন ১৮৫৬ চনত প্ৰকাশ হয়। এওঁৰ অন্যতম শ্ৰেষ্ঠ ৰচনা 'পিতা-পুত্ৰ', এশ বছৰ আগতে ৰচনা কৰা এই সাহিত্যৰাজি আজিও নতুন হৈ আছে আৰু আগলৈও নতুন হৈয়েই থাকিব। এই মহৎ কথাশিল্পী গৰাকী ৬৫ বছৰ বয়সত পেৰিচৰ ওচৰৰ বগিভেলত ১৮৮৩ চনৰ ৩ চেপ্তেম্বৰত মৃত্যু হয়।

১৮। **ইন্দিৰা গান্ধী :**—১৯১৭ চনৰ ১৯ নবেম্বৰ তাৰিখে উত্তৰ প্ৰদেশৰ এলাহাবাদত জন্মগ্ৰহণ কৰিছিল। ১৯৬৬ চনৰ ২৪ জানুৱাৰীত ভাৰতৰ ৩য় গৰাকী প্ৰধান মন্ত্ৰী হিচাবে কাৰ্য্যভাৰ গ্ৰহণ কৰে। এওঁৱেই প্ৰথম মহিলা প্ৰধান-মন্ত্ৰী। ১৯৭৭ চনলৈকে সুদীৰ্ঘকাল প্ৰধানমন্ত্ৰী হিচাবে আছিল। এওঁৰ কাৰ্য্য-কালতে উল্লেখযোগ্য কাৰ্য্য বেঙ্ক ৰাষ্ট্ৰীয়কৰণ, বাংলাদেশ মুক্তি, কুৰি দফিয়া আঁচনি প্ৰৱৰ্তন আদি সম্পাদিত হৈছিল। এচিয়াত লৌহ মহিলা হিচাবে জনাজাত এই গৰাকী মহিলাক ১৯৮৪ চনৰ ৩১ অক্টোবৰ তাৰিখে চৰকাৰী বাসভৱনৰ চৌহদতে নিজৰ প্ৰহৰীয়েই গুলিয়াই হত্যা কৰে।

১৯। **ইভান গেলিচটা টৰিচেল্লি :**—বেৰোমিটাৰ আবিষ্কাৰক এই গৰাকী বিজ্ঞানীয়ে ১৬০৮ চনৰ ১৫ অক্টোবৰ তাৰিখে ইটালিৰ ফানজা নামৰ ঠাইত জন্ম-গ্ৰহণ কৰিছিল। এওঁ বিভিন্ন দূৰবীক্ষণ আৰু অণুবীক্ষণ যন্ত্ৰৰ নক্সা তৈয়াৰ কৰিছিল। ৰোম বিশ্ববিদ্যালয়ত মাত্ৰ ১৯ বছৰ বয়সতে অধ্যাপনা কৰিবলৈ

সুবিধা পাইছিল। এই নাৰী গণিত আৰু বিজ্ঞানী গৰাকী মাত্ৰ ৩৯ বছৰ জীয়াই থাকি ১৯৪৭ চনৰ ২৫ অক্টোবৰ তাৰিখে মৃত্যুবৰণ কৰে।

৮০। **ইমানুয়েল কাণ্ট্‌** :—জাৰ্মানীৰ বিশিষ্ট দাৰ্শনিক ইমানুৱেল কাণ্টৰ জন্ম হৈছিল ১৭২৪ চনৰ ২২ এপ্ৰিল তাৰিখে জাৰ্মানীৰ প্ৰুচিয়াৰ প্ৰদেশৰ কনিগছ-বাৰ্গ চহৰত। কাণ্টৰ ঘৰুৱা অৱস্থা ইমানেই বেয়া আছিল যে এওঁৰ তিনিজনী ভনীয়েকে আনৰ ঘৰত চাকৰণী কৰি পেট প্ৰবৰ্ত্তাইছিল। কনিগছ বাৰ্গ বিশ্ববিদ্যালয়ত ১৭৭৫ চনৰ পৰা অস্থায়ী শিক্ষক হিচাবে ১৫ বছৰ কাল শিক্ষাদান দিয়ে। এওঁৰ আৰ্থিক অনাটন, শাৰীৰিক দুৰ্বলতা আৰু জ্ঞানপিপাসু মানসিক তাৰ বাবে কাণ্টে বিয়া-বাক কৰা নাছিল। ৮০ বছৰ বয়সলৈকে ঘৰুৱা কামবোৰ তেওঁ নিজেই কৰিছিল। এওঁ বক্তৃতা দিও অৰ্থ উপাৰ্জন কৰিছিল। এওঁৰ বিখ্যাত গ্ৰন্থ হ'ল—(১) বিশুদ্ধ যুক্তিৰ সমীক্ষা (২) ব্যৱহাৰিক বিচাৰশক্তি (৩) সমীক্ষা (Critique of Practical Reason) (৪) অৱধাৰিকা শক্তিৰ সমীক্ষা (Critique of Faculties of Judgement) তদুপৰি তৰ্কশাস্ত্ৰ, নীতিশাস্ত্ৰ, জ্যোতিৰ্বিজ্ঞান, পদাৰ্থ বিজ্ঞান আদিৰ বিষয়ে লিখা বহু মূল্যবান গ্ৰন্থ প্ৰকাশ হৈছে। ১৮০৪ চনত এইজনা মহান দাৰ্শনিকৰ জন্মস্থানতে দেহ অৱসান ঘটে।

৮১। **ইগ্‌নেচ জেন পেডেৰেস্কি** :—বিশ্ববিখ্যাত পিয়ানো বাদক ইগনেচ্‌ জেন্‌ পেডেৰেস্কিৰ জন্ম হৈছিল ১৮৬০ চনৰ ১৮ নবেম্বৰ তাৰিখে পোলেণ্ডৰ ক্ৰিলৱকা নামে ঠাইত। সৰুতে মাক ঢুকুৱাত এগৰাকী পৰিচাৰিকাই ডাঙৰ কৰে। প্ৰায় তিনি বছৰৰ পৰাই এওঁৰ বাদ্যযন্ত্ৰৰ প্ৰতি বিশেষ ৰাপ আছিল। ১২ বছৰ নৌ হওঁতেই অশেষ চেষ্টাৰ ফলত এওঁ পিয়ানো বাদনত বিশেষ দক্ষতা লাভ কৰিবলৈ সক্ষম হয়। বাৰশত থকা সঙ্গীত বিদ্যালয়ত ১৮৭৮ চনত সঙ্গীত শিক্ষক হিচাবে যোগদান কৰে। এওঁ বিশ্বৰ বিভিন্ন দেশত পিয়ানো বজাই সুখ্যাতি লাভ কৰিছিল। এওঁৰ পিয়ানো বাদনত ভূয়সী প্ৰশংসা কৰি বাৰ্ণাৰ্ড শ্বয়ে কৈছিল—পৃথিৱীৰ সৰ্বকালৰ শীৰ্ষস্থানীয় পিয়ানো বাদক পেডেৰেস্কি যি সময়ত তেওঁৰ শিল্প-কৃতিৰ উচ্চতম শিখৰত আৰোহণ কৰিছিল সেই একেসময়তে তেওঁ নিৰ্বাচিত হৈছে পোলেণ্ডৰ ৰাষ্ট্ৰপতি হিচাবে। ১৯১৯ চনত হোৱা স্বাধীন পোলেণ্ডৰ এওঁ প্ৰথম ৰাষ্ট্ৰপতি। ১৯৪১ চনৰ ২ জুন তাৰিখে আমেৰিকাৰ নিউইয়ৰ্ক চহৰত এই মহান সঙ্গীতজ্ঞ আৰু ৰাজনৈতিক নেতাজনৰ জীৱনৰ অৱসান ঘটে।

৮২। **ইলিয়াচ কেনেটি** :—১৯০৫ চনৰ ২৫ জুলাইত এই বিখ্যাত সাহিত্যিক গৰাকীৰ ৰুমানিয়াৰ বাটাচাকত জন্মগ্ৰহণ কৰিছিল। এওঁ সৰুতে ১৯১১ চনত দেউতাকৰ সৈতে ইংলেণ্ডলৈ আহে যদিও দেউতাকৰ মৃত্যুৰ পিচত ১৯১৩ চনত ভিয়েনালৈ পৰিয়ালৰ সৈতে যায়। নাৎচী বাহিনীয়ে অষ্ট্ৰিয়াৰ ওপৰত ১৯৩৮ চনত আক্ৰমণ চলোৱাত ফ্ৰান্সলৈ পলাই গৈ শেষত লণ্ডনত বসবাস কৰিবলৈ লয়। এওঁ ফেচিষ্ট বিৰোধী আছিল। এওঁৰ প্ৰকাশিত কাৰ্য্যকাজ আদাৰ ট্ৰায়েল, ক্ৰাউডচ এণ্ড পাৱাৰ, ডাইৰেণ্ডাং আদিৰ ভিতৰত ডাইৰেণ্ডাং নামৰ উপন্যাসখনৰ বাবেই এওঁ বিশ্বৰ সৰ্বোচ্চ সন্মান নোবেল বঁটা ১৯৮১ চনত লাভ কৰে। ১৯৪৭ চনত দি টাৱাৰ অৱ বাবেল নামেৰে পুনৰ "ডাইৰেণ্ডাং" কিতাপখন প্ৰকাশ কৰে।

৮৩। **ইউৰি পাইডিচ** :—৪৮৫ খৃঃ এথেন্সত জন্মগ্ৰহণ কৰা এই বিখ্যাত নাট্যকাৰ গৰাকীয়ে ৯২খন নাটক ৰচনা কৰিছিল বুলি জনা যায়। ইয়াৰে ১৯খন সংৰক্ষিত। 'চাইক্লপচ' এওঁৰ বিখ্যাত নাটক। এওঁ অকল নাট্যকাৰেই নহয় মহান কবিও। শেষ বয়সত এথেন্সৰ পৰা মেচিডিনীয়ালৈ যায়। এওঁৰ নাটক-বিলাকে প্ৰতিযোগিতাত ৪ বাৰহে অৱশ্যে পুৰস্কাৰ লাভ কৰিছিল।

৮৪। **ইভান পেট্ৰোভিচ পাভ্‌লভ** :—নোবেল বঁটা বিজয়ী এই গৰাকী প্ৰধানতঃ শৰীৰ বিদ্যা বিজ্ঞানীৰ জন্ম হৈছিল ১৮৪৯ চনত ৰাচিয়াৰ ৰিয়াজান চহৰত। লৰালি কালত এওঁ অতি বুদ্ধিমান আছিল। ১৮৭৯ চনত এওঁ চিকিৎসা বিজ্ঞানত স্নাতক হোৱাৰ পিচতে ৰাচিয়াৰ এটা গৱেষণাগাৰত গৱেষণা কৰিবলৈ লয়। হৃৎপিণ্ড আৰু শৰীৰৰ তেজ সঞ্চালনৰ ওপৰত প্ৰায় দহ বছৰ কাল গৱেষণা কৰিছিল। পৰিপাক যন্ত্ৰৰ সম্পৰ্কতো এওঁ গৱেষণা কৰিছিল। চিকিৎসা বিদ্যা একাডেমিত এওঁ ১৮৯০ চনত অধ্যাপক নিযুক্ত হয়। প্ৰায় ১১ বছৰ ধৰি পাচন তন্ত্ৰৰ গ্ৰন্থিৰ বিষয়ত এওঁ গৱেষণা কৰিছিল। এওঁৰ গৱেষণা-সমূহৰ বাবেই ১৯০৪ চনত নোবেল বঁটা লাভ কৰিবলৈ সক্ষম হয়। ১৯৩৫ চনত ৰাচিয়াত অনুষ্ঠিত হোৱা পঞ্চদশ আন্তৰ্জাতিক শৰীৰ বিদ্যা সন্মিলনৰ এওঁৱেই উদ্যোক্তা আছিল। এই মহান বিজ্ঞানীজনৰ দেহৰ অৱসান ঘটে ১৯৩৬ চনৰ ২৭ ফেব্ৰুৱাৰী তাৰিখে।

৮৫। **ইয়াচা হাইফেটচ** :—১৯০১ চনৰ ফেব্ৰুৱাৰী মাহত ছোভিয়েট ৰাচিয়াত এই গৰাকী প্ৰতিভাবান সঙ্গীতজ্ঞৰ জন্ম হৈছিল। সৰুৰে পৰাই এওঁক

সঙ্গীত সাধনা কৰিবলৈ যেউতাকে সুবিধা দিছিল। ৬ বছৰ বয়সতে বার্লিন চহৰত বাজহুৱা সভাত বেহেলা বজাই ভূয়সী সমাদৰ লাভ কৰিছিল আৰু বিভিন্ন ঠাইলৈ বেহেলা বজাবৰ বাবে আমন্ত্ৰণ পাইছিল। এওঁ কনচার্ট আৰু ৰেকৰ্ডিং ষ্টুডিঅ' দুয়োটাতে সমানে সাফল্য লাভ কৰিছিল। পাশ্চাত্য সঙ্গীত জগতত এওঁ কিংবদন্তী প্ৰতিভা সম্পন্ন এগৰাকী মহান শিল্পী।

৮৬। **ইলিয়াচ হাৱে** :—আমেৰিকাৰ অতি দুখীয়া পৰিয়ালত জন্মগ্ৰহণ কৰিছিল। সৰু অৱস্থাৰ পৰাই এওঁ নিজৰ পেটৰ অন্ন মুঠিৰ বাবে বিভিন্ন ঠাইত নানা কাম কৰিব লগা হৈছিল। সৰুৰ পৰাই এওঁৰ মগজু অতি চোকা আছিল। কিন্তু, অর্থনৈতিক সঙ্কটত পৰি নিজৰ প্ৰতিভা বিকাশ আৰু প্ৰকাশৰ সুবিধা পোৱা নাছিল। এওঁ ঘৰতে প্ৰথমে গোদাম ঘৰত আৰু পিচত এটা যন্ত্ৰপাতিৰ কাৰখানাত কাম কৰিবলৈ সোমায়। এওঁৰ এজন বন্ধুৰ কথা মতেই ১৮৪২ চনত এটা চিলাই কল আৱিষ্কাৰ কৰিছিল। প্ৰথমে বেজিত সূতা লগোৱা ফুটাটোৰ বিষয়ে চিন্তা কৰিব পৰা নাছিল যদিও এটা সপোনে তেওঁৰ এই কাম দিঠকত পৰিণত কৰিলে। ইয়াৰ পিচত ইলিয়াচৰ আহিয়েই ১৮৫১ চনৰ পৰা প্ৰচলন হোৱা চিলাই কল সৰহীয়াকৈ তৈয়াৰ কৰে আমেৰিকাৰ আইজাক মেৰিট চিংগাৰে।

৮৭। **উইনি মেণ্ডেলা** :—১৯৩৬ চনত দক্ষিণ আফ্ৰিকাত জন্মগ্ৰহণ কৰা এই গৰাকী আফ্ৰিকাৰ বৰ্ণবাদবিৰোধী অক্লান্ত সংগ্ৰামী যোদ্ধাৰ জন্ম হৈছিল ১৯৫৮ চনত। বিশিষ্ট সমাজ সেৱক নেলচন মেণ্ডেলাৰ সৈতে বিবাহ হয়। চৰকাৰে এওঁৰ স্বামীক যাৱজ্জীৱন কাৰাদণ্ড দিয়াৰ পাচত এওঁ অতি দুখ-কষ্টৰে দিন কটাব-লগীয়া অৱস্থাতে কেইবাবাৰো কৃষ্ণাঙ্গলোকৰ সংগ্ৰামী নেত্ৰী গৰাকীক জেলত ৰাখিছিল। ১৯৮৮ চনত চোৱেটোৰ টাউনশ্বিপত থকা এওঁৰ ঘৰটো চৰকাৰে জ্বলাই দিছিল। নেলচন মেণ্ডেলা কাৰাগাৰত থকা সময়ত এওঁৰ স্বামীৰ পৰা সকলো খা-খবৰ কঢ়িয়াই আনিছিল। আৰু এই সংবাদসমূহ বিশ্বৰ আগশাৰী বাতৰি কাকত বিলাকত ঠাই পাইছিল। নেলচন মেণ্ডেলাক মুক্তি দিয়াৰ পাচত উইনি মেণ্ডেলা আৰু নেলচনক আফ্ৰিকাৰ কৃষ্ণাঙ্গ সকলে বিপুলভাৱে আদৰণি জনোৱাৰ উপৰিও বিশ্বৰ বিভিন্ন দেশে দুয়োকো শ্ৰদ্ধা নিবেদন কৰিছিল।

৮৮। **উইনষ্টন স্পেনচাৰ চার্চিল** :—শিশু অৱস্থাত এগৰাকী শিক্ষয়িত্ৰীয়ে আটাইতকৈ দুষ্ট ল'ৰা বুলি কোৱা ল'ৰাটোৱেই ডাঙৰ হৈ সেনানায়ক, বিশিষ্ট

সাংবাদিক, বুৰঞ্জীবিদ, খেলুৱৈ, চিত্ৰকৰ, কূটনীতিবিদ, বাগ্মিৰব আৰু ইংলেণ্ডৰ সৰ্বাত্তোত্তকৈ যোগ্য প্ৰধানমন্ত্ৰী ৰূপে স্বীকৃতি পাইছিল। এওঁ ১৮৭৪ চনত জন্মগ্ৰহণ কৰিছিল। স্কুলৰ শিক্ষা শেষ কৰি এওঁ সৈন্য বাহিনীত যোগদান কৰে আৰু পিচত সেনাধিনায়ক হয়গৈ। এওঁ কেইবাখনো যুদ্ধত সাহসিকতা আৰু সামৰিক কৌশলতাৰ বাবে অতি জনপ্ৰিয় হৈ পৰিছিল। যুদ্ধৰ পিচত এওঁ "দি বিভাৰ বাৰ" নামৰ এখন প্ৰকাণ্ড গ্ৰন্থ লিখি প্ৰকাশ কৰে—যিখনে এওঁৰ জীৱনলৈ সুখ্যাতি কঢ়িয়াই অনাৰ লগতে যথেষ্ট অৰ্থ আৰ্জন কৰে। ১৪ বছৰ তলৰ শিশুক খনি বিভাগত কাম কৰোৱাৰ নোৱাৰা আইন প্ৰণয়ন কৰে এওঁ গৃহ দপ্তৰত যোগদান কৰিয়েই। ১৯১১ চনত ব্ৰিটিচ নৌবাহিনীৰ ফাষ্ট লৰ্ড হিচাবে সন্মানিত হয়। "দ্বিতীয় মহাযুদ্ধৰ ইতিহাস" নামৰ বিখ্যাত এওঁৰ গ্ৰন্থখনৰ বাবে এওঁ সাহিত্য নোবেল বঁটা লাভ কৰিছিল। ১৯৬২ চনত আমেৰিকা যুক্তৰাষ্ট্ৰই বিশিষ্ট নাগৰিক সন্মান যাচে। ১৯৫৫ চনৰ ৫ এপ্ৰিলত ৮০ বছৰ বয়সত ৰাজনীতিৰ পৰা অৱসৰ লয়। ১৯৬৪ চনৰ ২৪ জানুৱাৰীত এই গৰাকী বিশ্ববৰেণ্য প্ৰবীণ ৰাজনীতিজ্ঞ আৰু সাহিত্যিকৰ দেহৰ অৱসান ঘটে।

৮৯। **উইলিয়াম চকলে ঃ**—১৯১০ চনত জন্মগ্ৰহণ কৰা এই পদাৰ্থ বিজ্ঞানী গৰাকীয়ে ট্ৰানজিষ্টৰ যুটীয়াভাৱে আবিষ্কাৰ কৰিছিল। এওঁ বিজ্ঞানত নোবেল বঁটা বিজয়ী এজন বিজ্ঞানী।

৯০। **উইলিয়াম বাটলাৰ ইয়েট্‌ছ ঃ**—১৮৬৫ চনৰ ১৩ জুনত আয়াৰলেণ্ডৰ ডাব্লিনৰ চেণ্ডিমাউণ্টত জন্ম হৈছিল। ১৮৯০ চনত এওঁ ৰাইমাৰছ ক্লাব আৰু আইৰিচ লিটাৰেৰি চোচাইটি গঠন কৰিছিল। এওঁৰ বিখ্যাত গ্ৰন্থ হ'ল— ১। দি ওৱাইল্ড ছৱান এট কুলে। ২। ইষ্টাৰ (বিখ্যাত কবিতা পুথি)। ৩। দি টাৱাৰ। এওঁ ৰবীন্দ্ৰনাথ ঠাকুৰৰ গীতাঞ্জলীৰ প্ৰথম ইংৰাজী সংস্কৰণৰ ২২ পৃষ্ঠা পাতনি লিখিছিল। এই নোবেল বঁটা বিজয়ী সাহিত্যিক গৰাকী ১৯৩৯ চনৰ ২৮ ফেব্ৰুৱাৰীত ফ্ৰান্সত মৃত্যু হয়।

৯১। **উইলহেম্ ৰিচাৰ্ড ওৱাগণাৰ ঃ**—বিশ্ব প্ৰসিদ্ধ এই সঙ্গীতজ্ঞ গৰাকী ১৮১৩ চনৰ ২২ মে তাৰিখে জাৰ্মানীৰ লীপজীগ্ চহৰত জন্মগ্ৰহণ কৰিছিল। এওঁ অকল সঙ্গীতজ্ঞই নাছিল এওঁ আছিল এজন লেখক, কবি আৰু বিপ্লৱী লোক। সকলো দেউতাকক হেৰুওৱা এই সঙ্গীতজ্ঞজনে আৰ্থিক দুৰৱস্থাত পৰি বিভিন্ন ঠাইত ধৰুৱা হৈ কেইবাবাৰো জেল খাটিবলগীয়া হৈছিল আৰু নিজৰ স্ত্ৰীৰ লগত

আৰ্থিক দুৰৱস্থাৰ বাবেই সম্পৰ্ক ছেদ কৰিছিল। বিশ্ব বিখ্যাত এওঁৰ গীতিনাট্য কেইখনৰ ভিতৰত Rienzi, The Rhingold, The flying Dutch man, Town hauser, Lohengrin, The Master Singers উল্লেখযোগ্য। ইয়াৰ উপৰিও সঙ্গীতৰ ওপৰত Judaism in Music, Art and Revolution, Opera and Drama—গ্ৰন্থ আজিও বিখ্যাত হৈয়ে আছে। ১৮৮৩ চনৰ ১৩ ফেব্ৰুৱাৰী তাৰিখে ৭০ বছৰ বয়সত ভেনিচত মৃত্যু হয়।

৯২। **উইলিয়াম ক্ৰুক্স** :—১৮৩২ চনত এই ইংৰাজ বিজ্ঞানী গৰাকীৰ জন্ম হৈছিল। বেৰিয়াম নামৰ মৌল পদাৰ্থটো এওঁ আৱিষ্কাৰ কৰিছিল। কেথড ৰশ্মিৰ ক্ষেত্ৰত যথেষ্ট অৰিহণা আছে। ১৯১৯ চনত এই গৰাকী বিজ্ঞানীৰ মৃত্যু হয়।

৯৩। **উইলিয়াম হাৰছেল** :—১৭৩৮ চনত জাৰ্মানীৰ হানভাৰত জন্ম-গ্ৰহণ কৰা এই বৃটিছ জ্যোতিৰ্বিজ্ঞানী গৰাকীয়ে 'ইউৰেনাচ' নামৰ গ্ৰহটো আৱিষ্কাৰ কৰিছিল। "অৱলোহিত বিকিৰণ"ৰ এওঁৱেই উদ্ভাৱক। লণ্ডনৰ ৰয়েল এষ্ট্ৰলজিকেল চোচাইটিৰ প্ৰথম সভাপতি ১৮১৬ চনত এওঁ নাইট উপাধি লাভ কৰে। পৃথিৱীৰ সৰ্ববৃহৎ দূৰবীক্ষণ যন্ত্ৰ আৱিষ্কাৰ কৰি ছায়াপথৰ নতুন তথ্য উদ্ভাৱন কৰিছিল। ১৮২২ চনত এওঁ শেষ নিশ্বাস ত্যাগ কৰে।

৯৪। **উইলিয়াম চেক্সপীয়েৰ** :—১৫৬৪ চনৰ ২৬ এপ্ৰিল তাৰিখে ইংলেণ্ডৰ ইয়ৰ্কচায়াৰ অঞ্চলৰ ষ্ট্ৰাটফোৰড্ নামৰ নগৰখনত বিশ্ববিখ্যাত নাট্যকাৰ চেক্সপীয়েৰৰ জন্ম হৈছিল। মহান নাট্যকাৰ ৰূপে বিশ্বত খ্যাতি অৰ্জন কৰা চেক্সপীয়েৰে অভিনয়ো কৰিছিল। বিশ্বৰ নাট্য-সাহিত্যত এওঁ মুকুট বিহীন সম্ৰাট। চেক্সপীয়েৰে ৰচনা কৰা প্ৰধান নাট্যসমূহ হ'ল—১। হেমলেট, ২। ওথেলো, ৩। কিং লিয়েৰ, ৪। মেকবেথ, ৫। টেমপেষ্ট, ৬। এজ ইউ লাইক, ৭। জুলিয়াচ চিজাৰ, ৮। মাৰ্চেণ্ট অফ ভেনিচ ইত্যাদি। এই বিশ্ববিখ্যাত নাট্যকাৰ গৰাকীৰ জীৱনৰ অৱসান ঘটে ১৬১৬ চনৰ ২৩ এপ্ৰিল তাৰিখে।

৯৫। **উইলবাৰ ৰাইট** :—১৮৭১ চনত আমেৰিকাৰ ইণ্ডিয়ানা প্ৰদেশত মিলভাইল নামৰ চহৰত জন্ম হৈছিল। পিচত এওঁৰ ভায়েক অভিল ৰাইটৰ সৈতে ফ্ৰান্সলৈ যায় আৰু তাতে উৰাজাহাজ তৈয়াৰ কৰে। ১৯০৯ চনৰ ডিচেম্বৰ মাহত পোন প্ৰথমে তেওঁলোকেই আকাশ ভ্ৰমণ কৰে।

৯৬। **ঋষি অৰবিন্দ** :—১৮৭২ চনত অৰবিন্দৰ কলিকতাত জন্ম হৈছিল।

প্ৰাথমিক শিক্ষা এওঁ বিলাতত গ্ৰহণ কৰিছিল। ইংৰাজী, মৰাঠী, গ্ৰীক আৰু লেটিন ভাষাত অগাধ পণ্ডিত আছিল। ১৪ বছৰ কাল বিলাতত শিক্ষা গ্ৰহণ কৰিছিল। এওঁ দেশৰ কাৰণে বহুবাৰ কাটেক খাটিবলগীয়া হৈছিল। বিশ্বৰ সকলো মানুহকে আকৰ্ষণ কৰি অহা পণ্ডিচেৰীত যি আশ্ৰম পাতিছিল এই আশ্ৰমেই ভাৰতীয় আধ্যাত্মিক চিন্তা ধাৰাৰ এক আদৰ্শ আশ্ৰম। এওঁৰ মতে সত্যনিষ্ঠা, প্ৰেম আৰু আত্মবিশ্বাসৰ দ্বাৰা সকলোকে জয় কৰিব পাৰি। এওঁ যোগ সাধনা কৰাৰ সময়ত বাহিৰৰ সকলো কথা সম্পূৰ্ণ ত্যাগ কৰিছিল। System of National Education এওঁৰ শিক্ষা সমালোচনা গ্ৰন্থ। ১৯৫০ চনত বিখ্যাত বঙৰ দাৰ্শনিক আৰু আধ্যাত্মিক কবি গৰাকীৰ মৃত্যু হয়।

২৭। **এগনন চেমুৱেল য়ুচোক :**—১৮৮৮ চনৰ ১৭ জুলাই তাৰিখে পোলেণ্ডৰ গালিচিয়াত জন্ম হৈছিল। হিব্ৰু ভাষাৰ এওঁ এজন প্ৰখ্যাত লেখক। ১৯৫৮ চনত জেৰুজালেম বিশ্ববিদ্যালয়ৰ পৰা ডক্টৰেট উপাধি লাভ কৰে। এওঁ বহু কেইখন মূল্যবান গ্ৰন্থ লিখি গৈছে। ইয়াৰ ভিতৰত—ব্ৰাইডেল কেনোপাই, এগেষ্ট ফৰ নাইট, দি ডে বিফৰ ইয়েনষ্টাৰ ডেট আদিয়েই বিশেষভাৱে উল্লেখযোগ্য। ১৯৬৬ চনত সাহিত্যত জাৰ্মানীৰ ছেচ্ছনেলীৰ সৈতে বিশ্বৰ সৰ্বোচ্চ সন্মান নোবেল বঁটা লাভ কৰে। এওঁ বই নোবেল বঁটা লাভ কৰা হিব্ৰু ভাষাৰ প্ৰথম লিখক। ১৯৭০ চনৰ ১৮ ফেব্ৰুৱাৰী তাৰিখে এই বিখ্যাত সাহিত্যিক গৰাকীৰ মৃত্যু হয়।

২৮। **এডলফ হিটলাৰ :**—অষ্ট্ৰিয়াৰ আদৰিয়াত ১৮৮৯ চনৰ ২০ এপ্ৰিল তাৰিখে জন্ম হৈছিল। ১৬ বছৰ বয়সতে এওঁ বিদ্যালয় এৰিছিল। ১৯০৮ চনৰ পৰা ১৯১৩ চন পৰ্য্যন্ত জীৱিকাৰ বাবে এওঁ ছবিত ৰং কৰিছিল আৰু ১ম বিশ্ব যুদ্ধৰ আৰম্ভণিতে এওঁ সৈন্য বিভাগত ভৰ্তি হয় আৰু অসীম বীৰত্বৰ পৰিচয় দিয়ে। ১৯৩৩ চনত নাৎসী দলৰ নেতৃত্বত অধিষ্ঠিত এডলফ হিটলাৰে জাৰ্মানীৰ শাসনভাৰ হস্তগত কৰি বিজয়ী হয়। গণতন্ত্ৰত বিশ্বাস নথকা এই গৰাকী নেতাই বিশ্ব সাহিত্যত আলোড়নকাৰী গ্ৰন্থ "মাইন কাম্ফ" ৰচনা কৰিছিল। দ্বিতীয় বিশ্ব যুদ্ধত ৰাচিয়ান সৈন্যই যেতিয়া জাৰ্মান সৈনিকক বাৰ্লিনলৈ পিচুৱাই পঠালে তেতিয়া জাৰ্মানীৰ পতন হ'ব বুলি ভাবি ১৯৪৫ চনৰ ৩০ এপ্ৰিল তাৰিখে এওঁ আত্মহত্যা কৰে।

২৯। **এডৱাৰ্ড জেনাৰ :**—ইংলেণ্ডৰ বাৰ্কেলিত এই বৈজ্ঞানিক জনৰ জন্ম হৈছিল। ৪৩ বছৰ বয়সলৈকে এওঁ কোনো ডিগ্ৰী লোৱা নাছিল। সকৰ

সবাই অতি চিন্তাশীল এই গৰাকী বৈজ্ঞানিকে মহৎ উদ্দেশ্য আগত ৰাখি ত্যাগ, কষ্ট আৰু আত্মবিশ্বাসৰ ওপৰত আস্থা ৰাখি দুঃসাহসিক গৱেষণা কৰি মানুহৰ ইঙ্গিতিংলৈ কাগজৰ নকৰি বসন্ত ৰোগৰ ছিটা আৱিষ্কাৰ কৰিছিল। এই আৱিষ্কাৰৰ পাচত জেনাৰলৈ বৃটিছ পাৰ্লামেণ্টৰ উপৰিও বিভিন্ন ঠাইৰ পৰা হাজাৰ হাজাৰ ধনৰ টোপোলা আৰু সন্মান আহিবলৈ ধৰিলে। ১৮২৩ চনত ৭৪ বছৰ বয়সত এই ত্যাগী মহান বিজ্ঞানী গৰাকীয়ে শেষ নিশ্বাস ত্যাগ কৰে।

১০০। **এডমাণ্ড হেলি** :—এই ইংৰাজ জ্যোতিৰ্বিদ গৰাকীৰ ১৬৫৬ চনত জন্ম হৈছিল। 'হেলিৰ ধূমকেতু'ৰ পৰ্য্যায়কাল গণনাৰ বাবে এওঁ বিখ্যাত। বৈজ্ঞানিক নিউটনৰ "প্ৰিন্সিপিয়া" গ্ৰন্থৰ ছাপাৰ খৰচ সম্পূৰ্ণ এডমাণ্ড হেলিয়ে দিছিল। ১৭৪২ চনত এই জ্যোতিৰ্বিদ গৰাকীৰ জীৱনৰ অৱসান ঘটে।

১০১। **এডৱাৰ্ড ফিটজেৰাল্ড** :—এই ইংৰাজ কবি আৰু অনুবাদক গৰাকীৰ জন্ম হৈছিল ১৮০৯ চনত। এওঁ ফাৰ্চি, গ্ৰীক, স্পেনিচ ভাষাৰ কবিতা অনুবাদ কৰি সুখ্যাতি লাভ কৰিছিল। "ৰুবাইয়ৎ অৱ ওমৰ খৈয়াম" এওঁ অনুবাদ কৰা বিখ্যাত কাব্য গ্ৰন্থ। ১৮৮৩ চনত এই কবি গৰাকীৰ মৃত্যু হয়।

১০২। **এণ্ড্ৰিয়াছ ভেচেলিয়াচ** :—বেলজিয়াম ৰাজ্যৰ বুচেলচৰ বাসিন্দা এণ্ড্ৰিয়াচ ভেচেলিয়াচে ১৫৩১ চনত পেৰিচত চিকিৎসা বিদ্যা অধ্যয়ন কৰিছিল আৰু সেই সময়ৰ শৰীৰ বিদ্যাৰ ওপৰত এওঁৰ বিশ্বাস হেৰাই যোৱাত নতুন কথা সন্ধান কৰিবলৈ লাগিল। এই চিকিৎসা বিজ্ঞানী গৰাকীয়ে শৰীৰবিদ্যা অধ্যয়নৰ বাবে মৰিশালিয়েই এওঁৰ বাবে শিক্ষানুষ্ঠান হৈ পৰিছিল। জগতবাসীলৈ এওঁৰ অমূল্য অৱদান হ'ল—শৰীৰবিদ্যা সম্পৰ্কীয় গ্ৰন্থ—Structure of Human body ( De Humani Corpari Fabrisa) এওঁৰ নেৰানেপেৰা অশেষ চেষ্টা আৰু ধৈৰ্য্যৰ গুণত মানৱ জাতিলৈ অন্য এখন মূল্যবান গ্ৰন্থ—The Motion of Heart and Blood আগবঢ়াই গৈছে।

১০৩। **এডোৱাৰ্ড টেলাৰ** :—১৯০৮ চনত হাংগেৰীত জন্মগ্ৰহণ কৰা এই মাৰ্কিন পদাৰ্থবিদ গৰাকী হাইড্ৰোজেন বোমাৰ তত্বৰ অন্যতম আৱিষ্কাৰক। পৰমাণু কেন্দ্ৰৰ গঠন সম্পৰ্কীয় তত্ত্ব গৱেষণাত এওঁৰ যথেষ্ট অৱদান আছে। এওঁৰ মৃত্যুৰ প্ৰকৃত তাৰিখ জনা নাযায়।

১০৪। **এডিথ কেভেল** :—১৮৬৫ চনৰ ৪ ডিচেম্বৰ তাৰিখে ইংলেণ্ডৰ "নৰফক" নামৰ এখন গাঁৱত এওঁৰ জন্ম হৈছিল। এওঁ এগৰাকী সুদক্ষ নাৰ্চ

আছিল যাৰ নাম জগতত জনাজাত হৈ পৰিছিল। ইংলেণ্ড জাৰ্মানীৰ যুদ্ধ হওঁতে এওঁ নিজৰ দেশৰ ইংলেণ্ডৰ হৈ নাৰ্চ হিচাবে সৈনিকসকলক চিকিৎসা-শুশ্ৰূষা কৰি থকা সময়তে নিজ দেশৰ স্বাৰ্থত চোৰাং-চোৱাগিৰি কৰি ধৰা পৰাত সগৌৰৱে এওঁ মৃত্যুক আঁকোৱালি লয় আৰু দেশৰ বাবে আত্মউছৰ্গা কৰাত বৃটিছ চৰকাৰে এওঁলৈ মৰণোত্তৰভাবে ভিক্টোৰিয়া ক্ৰচৰ সন্মান দিয়াৰ উপৰিও জন্মস্থানত এওঁৰ প্ৰতিমূৰ্ত্তি স্থাপন কৰে।

১০৫। **এনড্ৰিক আইভো**:—১৮৯২ চনৰ ১০ অক্টোবৰ তাৰিখে যোগো-শ্লাভিয়াৰ ট্ৰাভনিকত জন্ম হৈছিল। দ্বিতীয় বিশ্ব যুদ্ধৰ সময়ত বাৰ্লিনত নিজ দেশৰ ৰাষ্ট্ৰদূত আছিল। এওঁ সৰুতে সাহিত্যিক হিচাবে স্বীকৃতি পায়। ১৯২৪ চনত এওঁৰ চুটি গল্প ৩টা খণ্ডত প্ৰকাশ পায়। এওঁৰ সাহিত্যৰ কৃতিৰ বাবে ১৯৬১ চনত সাহিত্যত নোবেল বঁটা লাভ কৰে।

১০৬। **এনৰিক ফাৰ্মি**:—১৯০১ চনৰ ২৯ চেপ্তেম্বৰ তাৰিখে ইটালীৰ প্ৰাচীন ৰোম চহৰত সুবিখ্যাত পদাৰ্থ বিজ্ঞানী ফাৰ্মিৰ জন্ম হৈছিল। "ফাৰ্মি ডিৰাক পৰিসংখ্যা বিজ্ঞান" উদ্ভাৱক। প্ৰাকৃতিক মৌল পদাৰ্থৰ ভিতৰত ইউৰেনিয়ামতেই আটাইতকৈ বেছি ইলেকট্ৰণ থাকে। ইয়াৰ পাৰমাণৱিক সংখ্যা—৯২। ইয়েই বিখ্যাত ট্ৰেন্স ইউৰেনিয়াম মৌলৰ সূত্ৰপাত। ফাৰ্মিৰ সন্মানাৰ্থে এশটা প্ৰ'টন থকা পৰমাণুটোৰ নাম থোৱা হৈছে "ফাৰ্মিয়াম"। কৃত্ৰিম মৌলিক পদাৰ্থ তৈয়াৰ কৰাৰ বাবে চুইডেনৰ নোবেল কমিটিয়ে ১৯৩৮ চনত এওঁলৈ বিখ্যাত নোবেল বঁটা আগবঢ়ায়। এওঁ এই বঁটা মাত্ৰ ৩৭ বছৰ বয়সতে লাভ কৰে। এওঁ ৰিয়েক্টৰ উদ্ভাৱন কৰে। দেশীয় পদাৰ্থবিদৰ বাবে সৰ্বশ্ৰেষ্ঠ সন্মান "এনৰিক ফাৰ্মি" নামৰ এক পুৰস্কাৰ আমেৰিকাই ফাৰ্মিৰ সন্মানাৰ্থে সৃষ্টি কৰে। আমেৰিকাৰ পাৰমাণৱিক শক্তি আয়োগে ১৯৫৪ চনত পৰমাণু বিজ্ঞানলৈ ফাৰ্মিয়ে আগবঢ়োৱা অৱদানৰ বাবে পঁচিশ হাজাৰ ডলাৰৰ এটা বঁটা এওঁলৈ আগবঢ়াইছিল। মাত্ৰ ৫৩ বছৰ বয়সতে এই গৰাকী বিজ্ঞানীৰ মৃত্যু হয়।

১০৭। **এণ্টনফন লোৱেনহুক**:—বিশ্ব বিখ্যাত এই অণুজীৱি বিজ্ঞানী গৰাকীৰ জন্ম হৈছিল ১৬৩২ চনত হলেণ্ডৰ ডেলফ চহৰত। এওঁ এজন কাপোৰ ব্যৱসায়ী আছিল। কিন্তু, এওঁ বিবৰ্ধক কাচ প্ৰস্তুত কৰাৰ বিশেষ আগ্ৰহ থকাৰ কাৰণে এই কামত মনোনিৱেশ কৰি বিবৰ্ধক কাচ ব্যৱহাৰ কৰি ৩০০ৰ অধিক অণুবীক্ষণ যন্ত্ৰ সাজি উলিয়াইছিল। এই অণুবীক্ষণ যন্ত্ৰ অতি শক্তিশালী আছিল।

কোনো এটা বস্তু এই অণুবীক্ষণ যন্ত্ৰৰ সহায়ত গৱেষণা চলাই অতি সূক্ষ্ম জীৱ এবিধ আৱিষ্কাৰ কৰে যাৰ নাম বৰ্তমান বেক্টেৰিয়া বুলি জনা যায়। বেক্টেৰিয়া দেখা পোৱা আৰু ইয়াৰ চিত্ৰ অংকন কৰাৰ এওঁৱেই হ'ল প্ৰথম ব্যক্তি। এওঁৰ মতে এই অতি ক্ষুদ্ৰ বেক্টেৰিয়াই বহু হাজাৰ হাজাৰ গুণে তাওৰ জীৱকো মৃত্যু-মুখত পেলাব পাৰে বা উপকাৰো কৰিব পাৰে। বেক্টেৰিয়াৰ আৱিষ্কাৰে চিকিৎসা বিজ্ঞানলৈ এক নতুন যুগৰ সূচনা কৰিলে। ১৭২৩ চনত ৯১ বছৰ বয়সত এই গৰাকী বিজ্ঞানীৰ পৰলোক প্ৰাপ্তি হয়।

১০৮। **এনী বেছাণ্ট** :—মানৱ জাতিৰ উন্নতিৰ কাৰণেই নিজৰ জীৱন উছৰ্গা কৰা মহান ব্যক্তিসকলৰ ভিতৰত অন্যতম এনী বেছাণ্টৰ জন্ম হৈছিল ১৮৪৭ চনৰ ১ অক্টোবৰ তাৰিখে লণ্ডন চহৰত। এনীৰ জন্মৰ পাঁচ বছৰৰ পাচতে চিকিৎসক দেউতাকৰ মৃত্যু হোৱাত পৰিয়ালটোৰ অৰ্থনৈতিক সংকটে দেখা দিছিল। ১৮৯৩ চনৰ ১৬ নৱেম্বৰ তাৰিখে এওঁ ভাৰতলৈ আহে আৰু ১৮৯৫ চনত বানাৰসত থাকিবলৈ লয়। ১৮৯৮ চনত বানাৰসত কেন্দ্ৰীয় হিন্দু কলেজ স্থাপন কৰাৰ উপৰিও বেনাৰস হিন্দু বিশ্ববিদ্যালয় স্থাপনৰ প্ৰস্তুতি চলায়। ১৯১৮ চনত মাদ্ৰাজৰ আদয়াৰত নেশ্যনেল ইউনিভাৰচিটি স্থাপন কৰে। ভাৰতবৰ্ষত এওঁ বিভিন্ন শিক্ষানুষ্ঠান (প্ৰায় ৫০টা) প্ৰতিষ্ঠা কৰে আৰু অন্যান্য সমাজ উন্নয়নমূলক অনুষ্ঠান গঢ়ি তুলিছিল। এওঁ গোটেই জীৱন অতি কষ্টৰে সমাজ সেৱাৰ কামতে ব্ৰতী থাকি অত্যাধিক পৰিশ্ৰমৰ ফলত ১৯৩৩ চনৰ ২১ চেপ্তেম্বৰ তাৰিখে মাদ্ৰাজৰ আদয়াৰত নিজা ঘৰত এওঁ পৰলোক প্ৰাপ্তি হয়।

১০৯। **এমব্ৰুচ ফ্লেমিং** :—১৮৪৯ চনত লণ্ডনত অতি ধনী ঘৰত জন্ম হৈছিল। সকৰ পৰাই বিদ্যুৎ বিজ্ঞানৰ প্ৰতি বৰ ধাপ আছিল। এওঁক জন ফ্লেমিং নামেৰেও জনা যায়। স্নাতক হোৱাৰ পাচত কিছুদিন শিক্ষকতা কৰিছিল। পিচত লণ্ডন শাখাৰ বিদ্যুৎ কোম্পানীৰ আৰু এডিচন টেলিফোন কোম্পানীৰ উপদেষ্টা আছিল। এওঁৰ আৱিষ্কাৰসমূহ হ'ল—১। পোহৰ জোখা দীপ্তি মাপক যন্ত্ৰ। ২। পটেনচিয় মিটাৰ। ৩। বেডিঅ' ভাল্‌ভ। ৪। তাপ আয়নীয় বাল্ব (ফ্লেমিং বাল্ব) বা ৰেকটিফায়াৰ। ৫। অতি কম উষ্ণতাত ধাতুৱে দেখুওৱা অতি পৰিবাহিত ধৰ্ম। বিজ্ঞান সম্পৰ্কীয় বহু প্ৰবন্ধ আৰু কিতাপ এওঁ ৰচনা কৰি থৈ গৈছে। অতি ধনী পৰিয়ালত জন্মগ্ৰহণ কৰিও সকৰ পৰাই অতি সহজ সৰলভাৱে জীৱন নিৰ্বাহ কৰিছিল। বেডিঅ' ভাল্‌ভ আৱিষ্কাৰ কৰাৰ

বাবে নাইট উপাধি এওঁ লাভ কৰে ১৯২৯ চনত। তেতিয়াই জন ফ্লেমিংৰ ঠাইত চাৰ জন ফ্লেমিং নামেৰে পৰিচিত হয়। ১৯৪৫ চনত এই বিজ্ঞানী গৰাকীয়ে শেষ নিশ্বাস এৰে।

১১০। **এমেলিন পেঙ্কহাৰ্ষ্ট**:—১৮৫৮ চনত মানচেষ্টাৰত এওঁ জন্মগ্ৰহণ কৰিছিল। এওঁ জীৱন জোৰা অশেষ চেষ্টাৰ ফলতেই বৃটিছ মহিলাসকলে ১৯২৮ চনৰ ফেব্ৰুৱাৰী মাহৰ পৰা ভোটাধিকাৰ সাব্যস্ত কৰিবলৈ সুবিধা পায়। ১৯০৫ চনৰ পৰা আন্দোলন কৰাৰ পাচতহে ব্ৰিটিছ মহিলাসকলে ভোটাধিকাৰ পায়। মহিলাৰ ভোটাধিকাৰ বিলখন সংসদত পাছ হোৱাৰ দিনাই ১৯২৮ চনত এই গৰাকী বিশিষ্ট সমাজ সংস্কাৰকৰ দেহৰ অৱসান ঘটে।

১১১। **ডঃ এম, এচ, স্বামীনাথন**:—নোবেল বঁটা বিজয়ী এই কৃষি বিজ্ঞানীজন ১৯২৭ চনৰ ৭ আগষ্ট তাৰিখে তামিলনাডুত জন্মগ্ৰহণ কৰিছিল। ভাৰতবৰ্ষ আৰু তিনিখন মহাদেশৰ পৰা এওঁ মুঠতে ২৫টা অনাৰেৰী ডিগ্ৰী লাভ কৰিছিল। এওঁ লণ্ডনৰ ৰয়েল চোচাইটিৰ ফেল' হোৱাৰ উপৰিও পৃথিবীৰ বহু অনুষ্ঠানৰ সদস্য হৈছিল। মেলিনাৰ আন্তৰ্জাতিক ধান গৱেষণাৰ কেন্দ্ৰৰ এওঁ সঞ্চালক প্ৰধান পদটি অলঙ্কৃত কৰিছিল। প্ৰায় ছবছৰ ধৰি এওঁ দেশ আৰু বিদেশৰ পৰা বহু সন্মানিত পুৰস্কাৰ পাইছিল। ইয়াৰ ভিতৰত ১৯৬১ চনত ভাটনগৰ বঁটা, ১৯৬৫ চনত শেকোশ্লভাক বিজ্ঞান একাডেমিৰ মেণ্ডেল স্মৃতি বঁটা, ১৯৬৬ চনত বীৰবল সাহনী বঁটা, ১৯৭৩ চনত ভাৰতীয় বিজ্ঞান একাডেমিৰ ৰূপালী জয়ন্তী উৎসৱ বঁটা, ১৯৮৪ চনত আৰ, দি, বেনেট কমনৱেলথ বঁটা, ১৯৮৬ চনত বিশ্বৰ সংস্কৃতি পৰিষদৰ এলবাৰ্ট আইনষ্টাইন বিশ্ব বিজ্ঞান বঁটা। ১৯৬৭ চনত পদ্মশ্ৰী, ১৯৭২ চনত পদ্মভূষণ, ১৯৮৭ চনত বিশ্ব খাদ্য বঁটা আদি লাভ কৰে।

১১২। **এৰাট' স্থেনিচ**:—আনুমানিক ২৭৪ খৃঃ এই গ্ৰীক গণিতজ্ঞ গৰাকীৰ জন্ম হৈছিল। পৃথিবীৰ ব্যাসাৰ্দ্ধ গণনা কৰি উলিয়াইছিল। এওঁৰ ২৯৮ চনত মৃত্যু হয়।

১১৩। **এৰিষ্টটোল**:—প্ৰসিদ্ধ দাৰ্শনিক এৰিষ্টটোলৰ জন্ম হৈছিল ৩৮৪ চনত গ্ৰীচ দেশৰ ষ্টোগিৰা নামৰ সৰু গাৱঁত। এওঁৱেই প্ৰথমে বিজ্ঞানৰ কথা চিন্তা কৰা ব্যক্তি, সেয়েহে, এওঁক বিজ্ঞানৰ জন্ম দাতা ( Father of science ) বোলা হয়। এওঁ এজন প্ৰখ্যাত শিক্ষাবিদো। শিক্ষাৰ সম্পৰ্কত এখেতে বহুতো মূল্যবান তত্ত্ব দি গৈছে। এওঁ আছিল মহাবীৰ আলেকজেণ্ডাৰৰ শিক্ষক।

১১৪। এৰিষ্টফেনিচ :—বিশ্ব সাহিত্যৰ মহত্তম কাব্যিক ব্যঙ্গনাটক ৰচয়িতা। এওঁৰ পুৰস্কাৰ প্ৰাপ্ত প্ৰথম নাটকখন হ'ল দি আচাৰ নিয়ানচ। এই নাটকেই প্ৰথম যুদ্ধ বিৰোধী বিষয়বস্তু উত্থাপন কৰিছিল। এওঁৰ অন্য ব্যঙ্গ (কমেডি) নাটক হ'ল—১। দি ক্লাউদচ ২। লাইচিষ্ট্ৰাটা ৩। ফ্ৰগচ আদি। এওঁ মুঠতে এঘাৰখন ব্যঙ্গ নাটক ৰচনা কৰিছিল। এওঁৱেই অ'ল্ড কমেদি আৰু নিউ কমেদি যোগসূত্ৰ স্থাপন কৰে।

১১৫। এৰিষ্টটোল চক্ৰেটিছ ওনাচিছ :—এওঁ এজন গ্ৰীক জাহাজ ব্যৱসায়ী লোক। পৃথিৱীৰ আটাইতকৈ ধনী মানুহবোৰৰ ভিতৰত এওঁ অন্যতম। দেউতাক ধপাত বিক্ৰি কৰা টকাৰে এওঁ বিশ্বৰ এজন কোটিপতি হৈছিল। এওঁক "দি গলডেন গ্ৰীক" নামেৰে জনা যায়। এওঁ বিশেষ ব্যক্তিত্বৰ অধিকাৰী লোক। স্বৰ্গীয় জন এফ কেনেডিৰ পত্নী শ্ৰীমতী জেকুলিন কেনেডিৰ লগত ১৯৬৮ চনত এৰিষ্টটোল ছক্ৰেটিছ ওনাচিচৰ লগত কোনেও নভবা নিচিন্তা এখন বিয়া হ'ল যিখন বিয়াই সমগ্ৰ বিশ্বত চাঞ্চল্যৰ সৃষ্টি কৰিছিল। এওঁ পৃথিৱীৰ ৬টা প্ৰধান ভাষাত সলসলীয়াকৈ কথা কব পাৰিছিল।

১১৬। ডঃ এলবাৰ্ট স্কুইটজাৰ :—পৃথিৱীৰ সকলোবোৰ দাৰ্শনিক আৰু ধৰ্মতত্বৰ ওপৰত মানৱতা স্থান দিয়া এই গৰাকী মহান সমাজকৰ্মী ব্যক্তিক ১৯৫২ চনত নোবেল বঁটাৰে সন্মানিত কৰা হয়। আফ্ৰিকাৰ আলচেচিয়ান নামৰ এখন সৰু গাৱঁত এওঁৰ জন্ম হৈছিল। ২৪ বছৰ বয়সত ষ্টেচচাৰ বিশ্ববিদ্যালয়ৰ পৰা ডক্টৰেট উপাধি লাভ কৰে। এওঁ ধৰ্ম আৰু সঙ্গীতৰ ওপৰত লিখা কিতাপে বিশ্ব-খ্যাতি আনিবলৈ সক্ষম হয়। এওঁৰ "দি ফিলচফি অৱ চিভিলাইজেশন (সভ্যতাৰ দৰ্শন) নামৰ বিখ্যাত দাৰ্শনিক গ্ৰন্থখনিয়েও বিশ্বত সমাদৰ লাভ কৰে। আফ্ৰিকাত এবাৰ মহামাৰী ৰোগ হোৱাত এওঁ এখন মহাবিদ্যালয়ৰ অধ্যক্ষ পদ ত্যাগ কৰি ৬ বছৰ চিকিৎসা অধ্যয়ন কৰি ডাক্তৰি পাচ কৰাৰ পাচত জনসাধাৰণলৈ চিকিৎসা সেৱা আগবঢ়াই সুখ্যাতি লাভ কৰা এই গৰাকী মহান সমাজ কৰ্মীৰ ১৯৬৫ চনৰ ৪ চেপ্তেম্বৰ তাৰিখে মৃত্যু হয়।

১১৭। এলফ্ৰেড নোবেল :—ডিনামাইট নামৰ ভয়ানক বিস্ফোৰক পদাৰ্থ আৱিষ্কাৰ কৰি এওঁ অজস্ৰ ধন-সম্পত্তিৰ অধিকাৰী হৈছিল। এওঁ চুইডেনত জন্ম-গ্ৰহণ কৰিছিল। বিশ্বৰ সৰ্বশ্ৰেষ্ঠ বঁটা "নোবেল প্ৰাইজ" এওঁৱেই আগবঢ়াইছিল আৰু ১৯০১ চনৰ পৰা বিভিন্ন বিষয়ত বিশ্বৰ সৰ্বশ্ৰেষ্ঠ জনক এই বঁটা দি অহা

হৈছে। এই মহান বিজ্ঞানী গৰাকীৰ কোনো ব্যক্তি-সম্পত্তি নাছিল কাৰণেই এওঁ ধন-সম্পত্তি চুইডিচ একাডেমিক উইল কৰি থৈছিল আৰু প্ৰতি পাঁচ বছৰত সুদে মূলে ৫টা বিষয়ত ১। সাহিত্য ২। পদাৰ্থ বিজ্ঞান ৩। ৰসায়ন বিজ্ঞান ৪। চিকিৎসা আৰু ৫। শান্তিৰ বাবে পুৰস্কাৰ দিয়াৰ ব্যৱস্থা কৰিছিল।

১১৮। এলিজাবেথা ডোম :—এই গৰাকী বিজ্ঞানীয়ে ১৯১৭ চনত পৰীক্ষাগাৰত প্ৰমাণ কৰে যে নিগনিৰ মগজু আন এটা নিগনিৰ মগজুলৈ সলনি কৰি প্ৰতিষ্ঠা কৰিব পৰা যায়। তেতিয়া দাতা মগজুখিনি গ্ৰাহক মগজুত জীয়াই থাকি গ্ৰাহক মগজুৰ সৈতে সমান কাম কৰে। ইয়াৰ পাচত কেইবাজনো বৈজ্ঞানিকে এই দিশত বিশেষ অবিহণা আগবঢ়োৱাৰ ফলত অলপতে ৪২ বছৰীয়া শ্ৰীমতী ডি. কে. বেগেট নামৰ এগৰাকী মহিলাৰ (পাৰ্টিক নছৰ ৰোগত ভোগা) মস্তিষ্ক ডঃ জৰ্জ এচ. এলানক আৰু এওঁৰ সহযোগী কেইজনমান চিকিৎসকে অস্ত্ৰোপ্ৰচাৰ কৰি আন এজন লোকৰ মগজু প্ৰতিষ্ঠা কৰি বিজ্ঞানত বিস্ময় আনিবলৈ সক্ষম হৈছে।

১১৯। এলবাৰ্ট আব্ৰাহাম মাইকেলচন :—১৮৮২ চনৰ ১৯ ডিচেম্বৰ তাৰিখে প্ৰুছিয়াৰ ষ্ট্ৰেল্‌নো নামে ঠাইত মাইকেলচনৰ জন্ম হয়। এওঁ অতি দুখীয়া পৰিয়ালৰ ল'ৰা আছিল। "বেঞ্চ ফাইণ্ডাৰ" নামৰ যন্ত্ৰ সাজি উলিয়াইছিল। পোহৰৰ গতি নিৰূপণ কৰা এটা নতুন পদ্ধতি ১৯২৬ চনত আবিষ্কাৰ কৰিছিল। 'ইন্টাৰ ফেৰ' মিটাৰ নামৰ যন্ত্ৰটোৰ এওঁৱেই আবিষ্কাৰক। ১৯০৭ চনত চুইডিচ একাডেমিয়ে এওঁলৈ নোবেল বঁটা আগবঢ়ায়। বিজ্ঞান বিষয়ত নোবেল বঁটা লাভ কৰা আমেৰিকাৰ ভিতৰত এওঁৱেই প্ৰথম বিজ্ঞানী। এওঁ ১৯০৭ চনতে বৃটেনৰ ৰয়েল ছোছাইটিৰ পৰা "কপলে মেডেলো" লাভ কৰে। ইয়াৰ উপৰিও কেইবাটাও বিজ্ঞান অনুষ্ঠানৰ পৰা সন্মানিত হয়। ১৯৩১ চনৰ ৯ মে দিনা এই গৰাকী বিজ্ঞানীয়ে শেষ নিশ্বাস ত্যাগ কৰে।

১২০। এলেচান্দ্ৰ ভল্টা :—১৭৪৫ চনত ইটালীৰ কমো নামে ঠাইত এটি দুখীয়া পৰিয়ালত এলেচান্দ্ৰ ভল্টাৰ জন্ম হয়। প্ৰথমে কমোৰ এখন বিদ্যালয়ত পদাৰ্থ বিজ্ঞানৰ এজন শিক্ষক আছিল। শিক্ষকতা কৰি থকা সময়তে ১৭৭৫ চনত "ইলেকট্ৰফৰাচ" নামে স্থিৰ বিদ্যুৎ উৎপন্ন কৰিব পৰা যন্ত্ৰ সাজি উলিয়ায়। ১৭৭৯ চন ভল্টা ইটালীৰ পেভিয়া বিশ্ববিদ্যালয়ত অধ্যাপনা কৰে। এওঁ ইলেকট্ৰোফ'ৰ নামৰ যন্ত্ৰটোৰ বহু উন্নতি কৰিছিল যাৰ বাবে ১৭৯১ চনত বৃটেনৰ ৰয়েল ছোছাইটিৰ বিদেশী সভ্য নিৰ্বাচিত হয়। এওঁ উদ্ভাৱন কৰা পুৰিয়ালৰ

"পর্ণতন্ত্ৰ"ৰ সহায়ত বিদ্যুৎ উৎপন্ন কৰিব পৰা যন্ত্ৰ ( যাক "ভল্টাৰ পাইল" নামেৰে জনা যায় ) সাজি উলিয়াইছিল। ইয়াৰ বাবে এওঁ ৰয়েল ছোছাইটিৰ পৰা "কপলে মেডেল" লাভ কৰিছিল। নেপোলিয়নে এওঁক "কাউণ্ট" উপাধি প্ৰদান কৰিছিল। এওঁৰ বিজ্ঞানীৰ কাৰ্য্যত সন্তুষ্ট হৈ নেপোলিয়নে এই বিজ্ঞানী গৰাকীক পৰীক্ষা-নিৰীক্ষাৰ বাবে ছয় হেজাৰ ফ্ৰাঙ্ক উপহাৰো দিছিল। ভল্টাৰ নাম অনুসৰি বিদ্যুতৰ পৰিভাষ্য নাম ৰখা হৈছে—ভল্ট। দুটা বৈদ্যুতিক যন্ত্ৰৰ নামো ৰখা হৈছে ক্ৰমান্বয়ে "ভল্টামিটাৰ" আৰু "ভল্টমিটাৰ।"

১২১। **ওমৰ খৈয়াম :**—পাৰস্য দেশৰ এজন বিখ্যাত কবি। তদুপৰি এওঁ এজন বিশেষ গণিতজ্ঞ আৰু বৈজ্ঞানিক। এওঁ "ৰুবায়ী"ৰ নামেৰে দৈব্যশক্তি প্ৰকাশ কৰি অমৰ হৈ আছে। ইয়াৰ অসমীয়া ভাঙনি কৰিছে যতীন্দ্ৰনাথ দুৱৰাই "ওমৰ তীৰ্থ"। ১২২৩ চনত ওমৰ খৈয়ামৰ মৃত্যু হয়।

১২২। **ওলে চোয়িংকাৰ :**—আফ্ৰিকাৰ নাইজেৰিয়াত ১৯৩৪ চনত জন্মগ্ৰহণ কৰা এই গৰাকী সাহিত্যিকে ১৯৮৬ চনত সাহিত্যত নোবেল পুৰস্কাৰ লাভ কৰে। এই বঁটা লাভ কৰা এওঁৱেই প্ৰথম কৃষ্ণাঙ্গ আৰু আফ্ৰিকান। বহু প্ৰতিভাবান এই সাহিত্যিক গৰাকীয়ে নাট্যকাৰ, কবি হিচাবে বিশ্বব্যাপি খ্যাতি লাভ কৰাৰ উপৰিও ঔপন্যাসিক হিচাবে এওঁৰ নাম উজ্জ্বল। এওঁৰ উপন্যাসসমূহ হ'ল— (১) দি ইণ্টাৰপ্ৰেটাৰচ্ (২) দি মেন দাইদ (৩) কাৰাগাৰৰ ডায়েৰী। নাটক হ'ল—(১) জলাই অঞ্চলৰ বাসিন্দা, (২) ভ্ৰাতৃ জিৰো (৩) সবল সন্তান (৪) সিংহ আৰু এটা মণি (৫) বননিৰ মৃত্যু। কাব্য গ্ৰন্থৰ ভিতৰত টেলিফোনৰ কথোপকথন, দোকমোকালিত মৃত্যু আদিয়েই অন্যতম।

১২৩। **ওলফ্-গেজ অমাদিয়াচ ম'জাৰ্ট :**—পশ্চিমীয়া শ্ৰেষ্ঠ সঙ্গীত ৰচক ডব্লিউ. এ. ম'জাৰ্টৰ জন্ম হৈছিল ১৭৫৬ চনৰ ২৭ জানুৱাৰী তাৰিখে অষ্ট্ৰেলিয়াৰ স্লাজবাৰ্গ নামৰ ঠাইত। এওঁ দৰ্শন আৰু আইন বিষয়ত শিক্ষা গ্ৰহণ কৰাৰ লগতে সৰু কালৰ পৰাই সঙ্গীত চৰ্চা কৰিছিল। মাত্ৰ ছবছৰতে এওঁ সঙ্গীত ৰচনা কৰিব পাৰিছিল। এওঁ ৬০০ তকৈয়ো অধিক গীত ৰচনা কৰিছিল। এই বিশ্ববিখ্যাত সঙ্গীতজ্ঞ গৰাকীয়ে সৰল জীৱন যাপন কটাই ১৭৯১ চনত মাত্ৰ ৩৫ বছৰ বয়সতে শেষ নিশ্বাস ত্যাগ কৰে।

১২৪। **বীৰাঙ্গনা কণকলতা :**—১৯২৪ চনৰ ২২ ডিচেম্বৰ তাৰিখে জাতীয় বীৰাঙ্গনা কণকলতা বৰুৱাৰ জন্ম হৈছিল। অসমৰ দৰং জিলাৰ গহপুৰ থানাৰ

অন্তৰ্গত কলংপুৰ নামৰ গাৱঁত। কেৱল প্ৰাইমেৰী শিক্ষাপ্ৰাপ্ত কণকলতা সকৰ পৰাই অতি সাহসী আছিল। ভাৰতৰ স্বাধীনতা আন্দোলনৰ ১৯৪২ চনৰ গণ-বিপ্লৱত এই গৰাকী পাট গাভৰুৱে জপিয়াই পৰিছিল আৰু ১৯৪২ চনৰ ২২ চেপ্তেম্বৰ তাৰিখে এটা সমদলৰ নেতৃত্ব গ্ৰহণ কৰি গহপুৰ থানাত "ত্ৰিৰঙ্গ পতাকা" উৰুৱাবলৈ আগবাঢ়ি যাওঁতে চিপাহীয়ে দিয়া বাধাক নিৰ্ভিকভাৱে আওকাণ কৰি আগবাঢ়ি গৈ থাকোঁতেই গহপুৰ থানাৰ চোতালত চিপাহীয়ে এই ১৮ বছৰীয়া ৰমণীয় বীৰাঙ্গনা গৰাকীক গুলিয়াই মাৰে যদিও এই বীৰাঙ্গনা গৰাকীয়ে স্বাধীনতা কামি ৰাইজলৈ অসীম প্ৰেৰণা যোগাই জাতীয় শ্বহীদ হিচাবে গোটেই দেশলৈ খ্যাতি আনি অমৰ হ'ল।

১২৫। কপিলদেৱ :—১৯৫৯ চনৰ ৬ জানুৱাৰী তাৰিখে বিশ্ববিখ্যাত এই গৰাকী ক্ৰিকেট খেলুৱৈৰ হৰিয়ানাত জন্ম হৈছিল। এওঁ বৰ্তমান চণ্ডিগড়ত নিগাজীকৈ বসবাস কৰি আছে। ১৩ বছৰ বয়সলৈকে এওঁ ক্ৰিকেট খেলা নাছিল যদিও ২০ বছৰ বয়সত ১০০ উইকেট আৰু ১০০০ ৰাণ কৰি এটা নতুন ৰেকৰ্ড প্ৰতিষ্ঠা কৰিছিল। এওঁৱেই ভাৰতীয় ক্ৰিকেট খেলুৱৈ যি ৯২ খন প্ৰতিযোগিতা খেলত ৩১৯ উইকেটত ৩,৮৮৯ ৰাণ কৰি বিশ্বত দ্বিতীয় হৈ আছে। এওঁ বিশ্বকাপ প্ৰতিযোগিতাকে ধৰি পৃথিৱীৰ বিভিন্ন ক্ৰিকেট খেলত যোগদান কৰি সুনাম অৰ্জন কৰিবলৈ সক্ষম হৈছে। এওঁ ৰচিত "গডচ ভিক্ৰী" নামৰ এখন জীৱনীমূলক গ্ৰন্থ অষ্ট্ৰেলিয়াৰ পৰা প্ৰকাশ হৈছে।

১২৬। কৰিয়মানিক্কম শ্ৰীনিবাস কৃষ্ণন :—( চমুকৈ কে. এচ. কৃষ্ণন ) ১৮৯৮ চনৰ ৪ ডিচেম্বৰ দিনা মাদ্ৰাজৰ ওৱাট্ৰপ নামে এখন সৰু গাৱঁত কৃষ্ণনৰ জন্ম হৈছিল। ১৯৪০ চনত বৃটেনৰ ৰয়েল ছোচাইটিয়ে এওঁক সভ্য কৰি লয়। ইয়াৰ পূৰ্বে "লিজ ইউনিভাৰচিটি মেডেল", "কৃষ্ণ ৰাজেন্দ্ৰ জুবিলী মেডেল", ১৯৪৬ চনত বৃটিছ চৰকাৰে চাৰ উপাধি, ১৯৫৪ চনত ভাৰত চৰকাৰে "পদ্ম-বিভূষণ", ১৯৫৮ চনত সুবিখ্যাত "ভাটনগৰ" স্মৃতি পুৰস্কাৰ লাভ কৰে। বিজ্ঞান সম্পৰ্কীয় আন্তঃৰাষ্ট্ৰীয় কেইবাটাও অনুষ্ঠানৰ গুৰুত্বপূৰ্ণ পদত অধিষ্ঠিত হৈছিল। পদাৰ্থৰ চুম্বক ধৰ্মৰ লগত পাৰমাণৱিক গঠনৰ সম্পৰ্ক কি—এই সম্পৰ্কে কেইবাটাও বহুমূলীয়া তথ্য আৱিষ্কাৰ কৰিছিল। আয়নীকৰণৰ পৰিমাণ নিৰ্দ্ধাৰণ কৰা কেইবাটাও নতুন কৌশল উদ্ভাৱন কৰিছিল। ১৯৬১ চনৰ ১৩ জুন তাৰিখে ৰক্তচাপ ৰোগত এই গৰাকী বিজ্ঞানীয়ে শেষ নিশ্বাস এৰে।

১২৭। কনফুচিয়াচ :—খৃঃ পূঃ ৫৫১ অব্দত চীন দেশৰ লু নামৰ ৰাজ্যত চীন দেশৰ সৰ্বশ্ৰেষ্ঠ দাৰ্শনিক ঋষিতুল্য মনিষী কনফুচিয়াচৰ জন্ম হৈছিল। বিধবা মাকৰ বাহিৰে ল'ৰালি কালত কোনো পণ্ডিত বা আনুষ্ঠানিক শিক্ষা লব পৰা নাছিল। এওঁ প্ৰচাৰ কৰা দৰ্শন তত্বৰ মূল্য লক্ষ্য আছিল—এজন আদৰ্শনীয় মানুহ গঢ়ি তেনে মানুহেৰে ভৰপূৰ এখন আদৰ্শ সমাজ গঢ়া, যি সমাজে কালক্ৰমত সমগ্ৰ চীনা জাতিটোকে আদৰ্শনীয় কৰি গঢ়ি তোলে। ৬০ বছৰ বয়সত চৰকাৰী চাকৰিৰ পৰা অৱসৰ লোৱাৰ পাচত দৰ্শন শাস্ত্ৰত এখন বিদ্যালয় প্ৰতিষ্ঠা কৰে। ৭১ বছৰ বয়সত খৃঃ পূঃ ৪৮০ অব্দত এই বিখ্যাত চীনা দাৰ্শনিক গৰাকীয়ে শেষ নিশ্বাস এৰে। এওঁৰ শিষ্যসকলে কনফুচিয়াচৰ তত্বসমূহকলৈ ৰচনা কৰা বিখ্যাত গ্ৰন্থ খন হ'ল—দি আনালেক্টচ। ইয়াত কনফুচিয়াচৰ বাণী, বক্তৃতা কথোপকথন আদি উল্লেখ কৰা হৈছে।

১২৮। কাৰ্ল মাৰ্ক্স :—জাৰ্মানীৰ ৰাইনলেণ্ড চহৰত ১৮১৮ চনৰ ৫ মে তাৰিখে এওঁ জন্মগ্ৰহণ কৰিছিল। ১৮৬৭ চনত বিশ্বৰ অন্যতম শ্ৰেষ্ঠ গ্ৰন্থ "দাচ কেপিতেল" ৰচনা কৰি উলিয়াইছিল। বিশ্বত সুলিখক হিচাবে খ্যাতি অৰ্জন কৰাৰ পাচতো এই গৰাকী মহান সাহিত্যিকে অতি কষ্টৰে জীৱন নিৰ্বাহ কৰিব লগা হৈছিল। "দাচ কেপিতেল" এই মহৎ আৰু বৃহৎ গ্ৰন্থখনি লিখি উলিয়াবলৈ ১৮ বছৰ কাল লাগিছিল। ১৮৮৩ চনত মৃত্যু হয়।

১২৯। কালিদাস :—কালিদাস প্ৰাচীন ভাৰতৰ শ্ৰেষ্ঠ কবি। শ্ৰেষ্ঠ সংস্কৃত নাট্যকাৰ হিচাবেও এওঁ খ্যাত। সংস্কৃত ভাষাত সৰ্বোৎকৃষ্ট মহাকাব্য ৰচনা কৰি এওঁ জগত বিখ্যাত হৈ পৰিছিল। এওঁৰ বিখ্যাত নাটক "অভিজ্ঞান শকুন্তলম্"। এওঁৰ অন্যান্য বিখ্যাত গ্ৰন্থ কেইখন হ'ল—মালাভিকাগনি মিত্ৰ, ভিক্ৰম'ৰাভাচিয়াম, ৰঘু বনচ, কোমাৰ চম্ভাভাম, মেঘদূত, ঋতু চামহাৰা। এওঁৰ প্ৰায়বিলাক গ্ৰন্থই পৃথিৱীৰ বিভিন্ন ভাষালৈ অনুবাদ হৈছে। বিশেষকৈ, মেঘদূত গ্ৰন্থখন বিশ্বৰ বিভিন্ন ভাষালৈ অনুবাদ হোৱাৰ লগতে এই গ্ৰন্থই পঢ়ুৱৈক যথেষ্ট সমাদৰ লাভ কৰিছে। কালিদাসক ভাৰতৰ শ্ৰেষ্ঠ আদৰ্শবাদী বুলি কোৱা হয়—ইউৰোপৰ বিভিন্ন প্ৰখ্যাত মনিষী সকলে এই গৰাকী মহান কবিক যথেষ্ট সন্মান যাচিছিল।

১৩০। কাৰম্যাক :—অধ্যাপক কাৰম্যাকৰ দক্ষিণ আফ্ৰিকাত জন্ম হৈছিল। পদাৰ্থ বিজ্ঞানী হিচাবে ইয়াতেই এওঁ জীৱিকাৰ পথ গ্ৰহণ কৰে। যন্ত্ৰ-

চালিত টমোগ্ৰাফৰ তত্ত্ব এওঁ আৱিষ্কাৰ কৰিছিল। আফ্ৰিকাৰ কেপটাউন চিকিৎসালয়ৰ লগত জড়িত থকা সময়ত এওঁ তেজস্ক্ৰিয় বিকিৰণৰ সাহায্যত কেন্সাৰ ৰোগৰ নিৰ্দ্ধাৰণ আৰু চিকিৎসা কৰিছিল। এওঁ যোৱা ১৫ বছৰ কাল ধৰি পাৰমাণৱিক কণাৰ ওপৰত তাত্ত্বিক গৱেষণা চলাই আছে। ১৯৭৯ চনত বিজ্ঞানত নোবেল বঁটা লাভ কৰে।

১৩১। **কাৰ্ল ফ্ৰেডাৰিক গাৰ্ডছ** :—জাৰ্মানীৰ প্ৰখ্যাত গণিতজ্ঞ কাৰ্ল ফেডাৰিক গাৰ্ডছৰ ১৭৭৭ চনৰ ২০ এপ্ৰিল তাৰিখে জাৰ্মানীৰ ব্ৰান্সৱীক নামৰ চহৰত জন্ম হৈছিল। এওঁ সাধাৰণ ঘৰৰ ল'ৰা আছিল। কম বয়সত নিজৰ প্ৰতিভা দেখুৱাব পৰা কোনো বিজ্ঞানী নাছিল। দেউতাকৰ হিচাব লিখা বহীত তিনি বছৰ বয়সতে এটা ভুল ধৰা পেলাইছিল। ১০ বছৰ বয়সত বিয়াত উপপাদ্যৰ এটা নতুন প্ৰমাণ আগবঢ়াইছিল। ১৮ বছৰ বয়সত "ন্যূনতম বৰ্গ" ( Least Square ) নামৰ গাণিতিক পদ্ধতিটো আৱিষ্কাৰ কৰিছিল। আনক প্ৰশংসা কৰিব নিবিচৰা বিজ্ঞানী পিয়েৰ লাপলাচে গাৰ্ডছক য়ুৰোপৰ সৰ্বশ্ৰেষ্ঠ গণিতজ্ঞ বুলি সন্মান জনাইছিল। ২৪ বছৰ বয়সত "পাটীগণিত সম্বন্ধীয় গৱেষণা" নামে এখন পুথি লিখি উলিয়ায়। অঙ্কশাস্ত্ৰলৈ বিশেষ অৱদানৰ বাবে এওঁক জীৱিত কালতে "গণিতজ্ঞ সকলৰ যুৱৰাজ" সন্মান দিছিল। ২৩ বছৰ বয়সতে চিৰিউচ নামৰ এটা সৰু গ্ৰহৰ কক্ষপথ গণনা কৰি উলিয়াইছিল। গাৰ্ডছৰ সন্মানাৰ্থে চৌম্বক প্ৰাবল্যৰ এটা এককৰ নাম ৰখা হৈছে—গাৰ্ডছ। পদাৰ্থ বিজ্ঞানত গাৰ্ডছৰ সূত্ৰ এওঁৱেই উদ্ভাৱক। "বাইকাইলাৰ মেগনেট' মিটাৰ" যন্ত্ৰ আৱিষ্কাৰ এওঁৱেই কৰিছিল। এওঁৰ জ্যোতিৰ্বিজ্ঞানৰ গণিতজ্ঞ নামৰ এখন পুথি ১৮০৯ চনত প্ৰকাশ হয়। ১৮৮৫ চনৰ ২৩ ফেব্ৰুৱাৰীৰ দিনা এওঁৰ মৃত্যু হয়।

১৩২। **কামাল আটাতুৰ্ক** :—তুৰ্কীৰ চলনিকা চহৰৰ গাওঁ অঞ্চলত জন্ম-গ্ৰহণ কৰা এওঁ এজন অতি দুখীয়া লোক আছিল। এওঁৰ মাত্ৰ ৭ বছৰ বয়সতে দেউতাকৰ মৃত্যু হয়। দেউতাকৰ মৃত্যু হলত এওঁৰ খুড়াক এজনে এওঁক ঘৰলৈ নি ভেড়া ৰখিবলৈ দিছিল। ১১ বছৰ বয়স হোৱাত মাকৰ অনুৰোধত খুড়াকে এখন বিদ্যালয়ত নাম লগাই দিছিল যদিও নিজৰ দোষতে এওঁ স্কুল এৰিব লগা হয়। এওঁৰ আচল নাম আছিল কামাল মুস্তাফা। এওঁ সৰুৰ পৰাই চোকা বুদ্ধিৰ ল'ৰা আছিল। সৰু কালৰ বিদ্ৰোহী

এওঁৰ মনটোৱে তুৰ্কীৰ মুক্তিৰ বাবে সেনাবাহিনীত যোগদান কৰি পৰিকল্পনা বাস্তৱত ৰূপ দিলে। ২৪ বছৰ বয়সত কেপ্টেইন পদত অধিষ্ঠিত হয়। ৰাজদ্ৰোহীৰ অপৰাধত এওঁক আৰু এওঁৰ লগৰ সকলক চুলতানে মৃত্যুদণ্ড আদেশ দিছিল যদিও সেনাবাহিনীত এওঁ সুদক্ষতাৰ বাবে এওঁক মুক্তি দিছিল। ১৯২০ চনত এওঁ নেশ্যনেল এচেম্বলিৰ সভাপতি নিৰ্বাচিত হয় আৰু লগে লগে তুৰ্কীৰ ৰাষ্ট্ৰপতি হয়। তুৰ্কীক স্বাধীন কৰাৰ পাচত এওঁক তুৰ্কী দেশৰ "আতাটুৰ্ক" অৰ্থাৎ তুৰ্কী সকলৰ পিতা বুলি সন্মানিত কৰিছিল। তুৰ্কী মুক্তিকামী এই গৰাকী সংগ্ৰামীৰ ১৯৩৮ চনৰ ১০ নবেম্বৰ তাৰিখে মৃত্যু হয়।

১৩৩। **কাৰ্লৱীল হেল্ম্. শ্বীল** :—চুইডেনৰ ষ্ট্ৰাল্‌চুণ্ড্‌ চহৰত ১৭৪২ চনত জন্ম হয়। এওঁৰ পঢ়াশালিৰ শিক্ষা নাছিল। ১৪ বছৰ বয়সত এটা ঔষধ প্ৰস্তুত প্ৰতিষ্ঠানত বটল ধোৱা কাম কৰিছিল। ১৭৭০ চনত "টাৰটাৰিক এচিদ" আৱিষ্কাৰ কৰে। এওঁ ক্লৰিণ আৰু অক্সিজেন গেচ আৱিষ্কাৰক। গ্লিচাৰিণ প্ৰুছিক এচিদ উদ্ভাৱক। বায়ুমণ্ডলত নাইট্ৰোজেন গেচ থকা কথা এওঁৱেই প্ৰথমে প্ৰমাণ কৰে। বিজ্ঞানলৈ আগবঢ়োৱা অৰিহণাৰ বাবে চুইডেনৰ একাডেমি অৱ চায়েন্সৰ সভ্যপদ লাভ কৰিবলৈ সক্ষম হয়। ১৭৮৬ চনত মাত্ৰ ৫০ বছৰ বয়সতে মৃত্যু হয়।

১৩৪। **কাৰ্ল এডলফ জেলাৰ্প** :—১৮৫৭ চনৰ ২ জুনত ডেনমাৰ্কৰ ৰইলটেত এওঁ জন্মগ্ৰহণ কৰিছিল। এওঁ এজন বিখ্যাত কবি আৰু ঔপন্যাসিক। এওঁৰ প্ৰথম প্ৰকাশিত গ্ৰন্থ "এন আইডিয়েলিষ্ট"। এওঁ বহুতো কবিতা লিখিছিল। এওঁৰ কবিতাবিলাকত আদৰ্শবাদী ভাৱধাৰাৰ বাবেই এওঁ নোবেল বঁটা লাভ কৰে। ভাৰতবৰ্ষৰ পটভূমিত এওঁ দুখন গ্ৰন্থ ৰচনা কৰিছিল। ১৯১৯ চনৰ ১১ অক্টোবৰত পূৱ জাৰ্মানীত এওঁ শেষ নিশ্বাস ত্যাগ কৰে।

১৩৫। **কাৰডুকি জিঅছু** :—ইটালীৰ লুক্কা চহৰৰ ভাল ভিকাষ্টেল নামৰ ঠাইত ১৮৩৫ চনৰ ২৭ জুলাই তাৰিখে এই সাহিত্যিক গৰাকীৰ জন্ম হৈছিল। ১৯০৬ চনত এওঁ সাহিত্যিক নোবেল বঁটা লাভ কৰে। এওঁ সকৰ পৰাই প্ৰাকৃতিক সৌন্দৰ্য্যৰ প্ৰতি মোহিত হৈ অৰণ্য আদি ঘূৰি ফুৰি উপভোগ কৰিছিল। ১৮৬০ চনত বলনাৰ এখন মহাবিদ্যালয়ত ইটালীৰ ভাষা আৰু সাহিত্যৰ অধ্যাপক হয়। ১৪ বছৰ বয়সত এওঁ মহাকাব্য ৰচনা কৰে। এওঁৰ উত্তম কাব্য পুথি হ'ল ১৮৮০ চনত প্ৰকাশ কৰা "ৰিমা নুৱভি"। এওঁ কবি হিচাবে খ্যাতি লাভ

কৰাৰ উপৰিও ৰাজনৈতিক নেতা হিচাবে চিনেটৰ এজন সদস্য আছিল। ১৯০৭ চনৰ ৭ ফেব্ৰুৱাৰী তাৰিখে বলনাত মৃত্যু হয়।

**কিৰণ বেদী** :—লৌহ মহিলা কিৰণ বেদীৰ জন্ম হৈছিল ১৯৪৭ চনৰ ৯ জুন তাৰিখে ভাৰতৰ অমৃতচৰত। ১৯৭০ চনত ৰাজনীতি-বিজ্ঞানত স্নাতকোত্তৰ লাভ কৰে পঞ্জাব বিশ্ববিদ্যালয়ৰপৰা। ১৯৭২ চনত প্ৰশাসনিক সেৱাৰ পৰীক্ষাত উত্তীৰ্ণ হৈ আৰক্ষী সেৱাৰ বিভাগত বিষয়াৰ দায়িত্ব গ্ৰহণ কৰে। আৰক্ষী বিষয়া হিচাবে সুখ্যাতি লাভ কৰাৰ বাবেও এওঁক লৌহ মহিলা বোলে। আৰক্ষী বিভাগত মহিলা বিষয়া হিচাবে আই. পি. এচ. এওঁৱেই প্ৰথম। এওঁ গৰাকী ভাল টেনিচ খেলুৱৈ আৰু সমাজ সেৱিকা। ১৯৮৮ চনত নব জ্যোতি নামৰ এটা সংগঠন দিল্লীত খুলি নিজে সম্পাদকৰ দায়িত্ব গ্ৰহণ কৰি ড্ৰাগৰ বিৰুদ্ধে প্ৰচাৰ কৰি তাৰ চিকিৎসা সেৱাৰ ব্যৱস্থা কৰি আহিছে।

১৩৭। **ক্ৰিষ্টিয়ান হাই গেন্স** :—১৬২৯ চনৰ ১৪ এপ্ৰিলৰ দিনা হলেণ্ডৰ ৰাজধানী "দি হেগ"ত জন্ম হয়। ১৬৬৫ চনত এওঁৰ ভায়েক কনষ্টাণ্টিন আৰু বন্ধু স্পিনজাৰ লগ লাগি এবিধ উন্নত ধৰণৰ দুৰবীণ তৈয়াৰ কৰি উলিয়াইছিল। ১৬৫৬ চনত এওঁ "অৰিয়ন" নামৰ বিখ্যাত "নিহাৰিকাটো" আবিষ্কাৰ কৰে। তৰঙ্গ তত্বৰ বিশদ পুথি "পোহৰৰ গবেষণা গ্ৰন্থ" ( Trcuile De La Lumiere) নামৰ বিখ্যাত পুথিখন লিখে। এওঁ দোলক ঘড়ি আবিষ্কাৰক ( ১৬৫৭ চনত ) পৃথিবীৰ বাহিৰে অন্য গ্ৰহবিলাকত মানুহ থাকিব, পাৰে নে নোৱাৰে, এই সম্পৰ্কে কস্মথিয়'ৰছ (Cosmotheoros) নামৰ এখন চিন্তামূলক গ্ৰন্থ এওঁ ৰচনা কৰিছিল। এই বিখ্যাত বিজ্ঞানী গৰাকীৰ ১৬৯৫ চনত মৃত্যু হয়।

১৩৮। **ক্লিওপেট্ৰো** :—এওঁ ইজিপ্তৰ ৰাণী আছিল। এওঁ অতি ধুনীয়া আৰু বিলাসিনী আছিল। এওঁৰ ৰূপত জুলিয়াচ চিজাৰ আৰু পিচত এণ্টনি মুগ্ধ হৈছিল। ৩০ চনত ৰোমানৰ হাতত পৰাস্ত হৈ নিজেই শৰীৰত বিষাক্ত সাপৰ দ্বাৰা দংশন কৰোৱাই মৃত্যুক আঁকোৱালি লৈছিল।

১৩৯। **কেৰুথাৰ্চ** :—১৮৯৬ চনত জন্মগ্ৰহণ কৰা এই জাৰ্মান ৰসায়নবিদ গৰাকী এজন প্ৰযুক্তিবিদও। এওঁ "নাইলন" আবিষ্কাৰ কৰিছিল। ১৯৩৭ চনত এওঁৰ মৃত্যু হয়।

১৪০। **কেপ্তেইন কুক** :—১৭২৮ চনত জন্মগ্ৰহণ কৰা এইজন নাবিকে প্ৰথম বাৰৰ বাবে পৃথিবীৰ চাৰিওফালে ভ্ৰমণ কৰে।

১৪১। **কেমিলো জোচে চেলা** :—এওঁ এজন স্পেইন দেশীয় প্ৰখ্যাত সাহিত্যিক। যুদ্ধৰ অভিজ্ঞতাৰে এওঁ কেইবাখনো কিতাপ ৰচনা কৰিছিল। এওঁৰ সৰ্বশ্ৰেষ্ঠ গ্ৰন্থ হ'ল—দি ফেমিলি অৱ পাস্কুৱেল ডুৱাৰ্টে। এই কিতাপখনিৰ প্ৰকাশ স্পেইন চৰকাৰে বন্ধ কৰিছিল। ১৯৮৯ চনত সাহিত্যত এওঁ বিশ্বৰ সৰ্বশ্ৰেষ্ঠ বঁটা "নোবেল প্ৰাইজ"ৰে সন্মানিত আৰু পুৰস্কৃত হয়।

১৪২। **কেকুলিভন ষ্ট্ৰেড' নিজ ফ্ৰাইডৰিচ আগষ্ট** :—জাৰ্মানীৰ বাৰ্মষ্টেডি নামৰ ঠাইত ১৮২৯ চনৰ ৭ চেপ্তেম্বৰ তাৰিখে জন্মগ্ৰহণ কৰা এই ৰসায়ন বিজ্ঞানী গৰাকীয়ে সপোনত দেখা পোৱা কাহিনীৰ পৰাই জৈৱিক ৰসায়নৰ বেনজিনৰ গঠন আদি আৱিষ্কাৰ কৰিছিল। এওঁ কেইবাটাও যৌগিক পদাৰ্থ গঠন আৱিষ্কাৰ কৰিছিল। ১৮৫২ চনত ডক্টৰেট উপাধি লাভ কৰি ১৮৫৬ চনত বেলজিয়াম বিশ্ববিদ্যালয়ত প্ৰবক্তা আৰু ১৮৫৮ চনত বেলজিয়াম বিশ্ববিদ্যালয়ত অধ্যাপক নিযুক্তি হয়। ১৮৯৬ চনৰ ১৩ জুলাই তাৰিখে ৰসায়ন বিজ্ঞানৰ বিভিন্ন দিশৰ এই গৱেষক গৰাকীৰ মৃত্যু হয়।

১৪৩। **কেছেনভাৰ** :—১৭২৫ চনত ভেনিচ চহৰত বিশ্ব সাহিত্যত বিস্ময়পূৰ্ণ গ্ৰন্থ কেছেনভাৰ স্মৃতি গ্ৰন্থ ৰচক গিয়োভানি গিয়াকমো কেছেনভাৰ জন্ম হৈছিল। ১৭৫৫ চনত অসৎ যাদুবিদ্যাত লিপ্ত থকা অপৰাধত কেছেনভাৰ ৫ বছৰৰ কাৰণে কাৰাবৰণ খাটিবলগীয়া হয় যদিও ১৭৫৬ চনৰ ৩১ অক্টোবৰত ফাটেক ঘৰৰপৰা পলাই যায়। ১৭৫৯ চনত এওঁ বিভিন্ন দেশ ভ্ৰমণ কৰি যথেষ্ট অভিজ্ঞতা লাভ কৰিছিল। নেভাৰলেণ্ডৰ ৰজাই এওঁক "চেনগেলৰ অশ্বাৰোহী বীৰ" বুলি অভিহিত কৰিছিল। ৰোমৰ পোপে এওঁৰ আচৰণত মুগ্ধ হৈ "সোনালী পাহাৰৰ দূত" উপাধি দিছিল। এওঁৰ বিভিন্ন মূল্যবান গ্ৰন্থৰ ভিতৰত বিশ্ববিখ্যাত গ্ৰন্থ হ'ল—"কেচেনভাৰ স্মৃতি গ্ৰন্থ"। ১৮৬৩ চনত ইংৰাজী ভাষাত প্ৰকাশ হোৱা এই বিখ্যাত গ্ৰন্থখনি ১৮৮২ৰ পৰা ১৮৮৮ চনৰ কালছোৱাত ইটালীয় ভাষাত ১৪টা খণ্ডত প্ৰকাশ হয়। পৃথিৱীৰ বিভিন্ন ভাষালৈ এই গ্ৰন্থ অনুবাদ কৰা হৈছে। ১৭৯৮ চনৰ ৪ জুন তাৰিখে ৭৪ বছৰ বয়সত এই গৰাকী মহান সাহিত্যিকৰ জীৱন অৱসান ঘটে।

১৪৪। **কেচিয়াচ ক্লে** :—বিশ্বৰ শ্ৰেষ্ঠতম মুষ্টিযোদ্ধা কেচিয়াচ ক্লে ওৰফে মহম্মদ আলিৰ জন্ম হৈছিল আমেৰিকাৰ কেণ্টাকি চহৰত। এওঁ পৰিয়াল ভৰণ-পোষণ দিবলগীয়া হৈছিল চাইন বৰ্ড লিখি আৰু মাকে আনৰ ঘৰত বাচন ধুই

অর্থ উপাৰ্জন কৰিছিল। মাৰ্টিন বক্সিং স্কুলত ভৰ্তি হৈছিল যদিও পিছত ফ্ৰেংক চেনাৰৰ জিমনেচিয়াম তত্ত্বাৱধানত প্ৰশিক্ষণ লয় আৰু বছৰ সময়ত কেথলিক স্কুলত ঘৰ পৰিষ্কাৰ আৰু ল'নৰ ঘাঁহ কাটি জেপ খৰচ উলিয়ায়। ১৯৬০ চনত এওঁ ৰোমৰ অলিম্পিকত সোণৰ পদক পায়। এওঁ বিশ্বৰ বিভিন্ন দেশৰ মুষ্টিযুদ্ধৰ বাবে আমন্ত্ৰণ পাবলৈ ধৰিলে আৰু শেষত জন কোটিপতিৰ লগত চুক্তি কৰি এওঁ বহু অৰ্থ উপাৰ্জন কৰিছিল। এই মুষ্টিযোদ্ধাজনে প্ৰতিদ্বন্দ্বীক অন্যায়ভাৱে বা বেছিকৈ আঘাত নকৰিছিল কাৰণেই এওঁক “ঘাতক প্ৰবৃত্তিহীন” বুলি সমালোচকসকলে কয়।

১৪৫। **ক্ল'ডিয়াচ ট'লেমি** :—খৃঃ পূঃ ৯০ত ইজিপ্তত এই গৰাকী জ্যোতি-বিজ্ঞানীৰ জন্ম হৈছিল। এওঁৱেই পোন প্ৰথমবাৰৰ বাবে জ্যোতিৰ্বিজ্ঞানত “ত্ৰিকোণমিতি” ব্যৱহাৰ কৰে। ভূ-কেন্দ্ৰীক তত্ত্বৰ উপৰিও আকাশত এক হাজাৰতকৈয়ো অধিক তৰাৰ অৱস্থান শুদ্ধকৈ নিৰ্ণয় কৰি লিখা এওঁৰ পুথি হ'ল “আলমা জেষ্ট”। ভূগোল আৰু পোহৰ বিজ্ঞানলৈও এওঁ যথেষ্ট অৱদান আগবঢ়াই গৈছে।

১৪৬। **কৃষ্ণকান্ত সন্দিকৈ** :—সংস্কৃতৰ বিশ্ব-বিশ্ৰুত পণ্ডিত ভাষাতত্ত্ববিদ কৃষ্ণকান্ত সন্দিকৈৰ ১৮৯৮ চনৰ ২০ জুলাইত অসমৰ যোৰহাট চহৰত জন্মগ্ৰহণ কৰিছিল। এওঁ সংস্কৃতত কলিকতা বিশ্ববিদ্যালয়ৰপৰা এম. এ. পাছ কৰে। ১৯১৯ চনত আৰু ১৯২৩ চনত মডাৰ্ণ হিষ্টৰীত লণ্ডনৰ অক্সফৰ্ড বিশ্ববিদ্যালয়ৰপৰাও এম. এ. পাচ কৰে। পৃথিৱীত প্ৰধান ১৪টা ভাষা জনা এই পণ্ডিত গৰাকীৰ ব্যক্তিগত পুথিভঁৰালত পৃথিৱীৰ ১১টা ভাষাৰ প্ৰায় ১০ হাজাৰখন কিতাপ আছিল। এই বৃহৎ পুথিভঁৰালটি গুৱাহাটী বিশ্ববিদ্যালয়ক ইচ্ছা পত্ৰৰ যোগেদি দান দি গৈছে। কৃষ্ণকান্ত সন্দিকৈ গুৱাহাটী বিশ্ববিদ্যালয়ৰ প্ৰতিষ্ঠাপক উপাচাৰ্য্য আছিল। সংস্কৃত মহাকাব্য নৈষধ চৰিত্ৰে (১৯৩৪) যশস্তিলক আৰু ভাৰতীয় সংস্কৃতি (১৯৪৯ চন), সেতুবন্ধ নামৰ প্ৰাকৃত মহাকাব্য সমালোচনামূলক এই গ্ৰন্থখনি (১৯৭৬ চনত) অনুবাদ কৰি প্ৰকাশ কৰাৰ বাবে জগতত এওঁ অমৰ হৈ থাকিব। ১৯৬৮ চনত এই গৰাকী বিশ্ববিশ্ৰুত পণ্ডিতক ভাৰত চৰকাৰে পদ্মশ্ৰী আৰু পদ্মভূষণ উপাধিৰে বিভূষিত কৰিছিল। পাণ্ডিত্যৰ বাবেই ডেকান কলেজে সন্মানিত সদস্য নিৰ্বাচিত কৰিছিল। ১৯৭৮ চনত অসম সাহিত্য সভাই প্ৰথম-বাৰৰ বাবে “সদস্য মহিয়ান” আৰু গুৱাহাটী আৰু ডিব্ৰুগড় দুয়োটা বিশ্ববিদ্যালয়ে

ডি. লিট উপাধি প্ৰদান কৰিছিল। ১৯৩৭ চনত অসম সাহিত্য সভাৰ সভাপতিৰ আসন অলংকৃত কৰিছিল। বিভিন্ন ভাষাত বহু মূল্যবান প্ৰবন্ধ ৰচনা কৰিছিল। ১৯৮২ চনৰ ৭ জুন তাৰিখে দানবীৰ বিশ্ববিশ্ৰুত এই মহান পণ্ডিত গৰাকীৰ দেহৰ অৱসান ঘটে।

১৪৭। **শ্বহীদ কুশল কোঁৱৰ** :—ত্যাগৰ প্ৰতিমূৰ্তি শ্বহীদ কুশল কোঁৱৰ আছিল এজন সাধাৰণ মানুহ আৰু এই সাধাৰণ মানুহজনেই অসাধাৰণ কাম কৰি জগতত অমৰ হৈ ৰ'ল। ১৯৪২ চনৰ গণ-আন্দোলনত শ্বহীদৰ সংখ্যা কম নাছিল যদিও এই গৰাকী মুক্তিযোদ্ধাৰ মৃত্যু হোৱাৰ পাৰ্থক্য আছে। এওঁৰ জন্ম হৈছিল অসমৰ গোলাঘাট মহকুমাৰ অন্তৰ্গত ঘিলাধাৰী মৌজাৰ চাওদাং চাৰি-আলি ( বালিজাত )-ত ১৯০৫ চনৰ চ'ত মাহৰ ৯ তাৰিখে। ১৯০৬ চনৰ ৩০ জুন পৰ্য্যন্ত বালিজান চাহ বাগিচাত চাকৰি কৰিছিল, আৰু ১৯৩৬ চনতে এই চাকৰি এৰি স্বাধীনতা আন্দোলনত জপিয়াই পৰিছিল। ১০/১০/৪২ তাৰিখে ৰাতি ১ বাজি ৫২ মিনিটত সৰু পথাৰ ৰেল ষ্টেচনৰ ৬ ফাৰ্লং দূৰত অৱস্থিত ৪৩৩/১০-২০ নং মাইলৰ খুটিত সংঘটিত হোৱা এক ৰেল দুৰ্ঘটনাৰ বাবে ৪৩ জনৰ ভিতৰৰে কুশল কোঁৱৰৰ ওপৰতো গোচৰ তৰিছিল আৰু এওঁৰ বিৰুদ্ধে ৰেল দুৰ্ঘটনাত জড়িত কোনো প্ৰমাণ নথকা সত্বেও জিলা হাকিম হামফ্ৰেই এওঁক ফাঁচিৰ হুকুম দিলে। ১৯৪৪ চনৰ ১৫ জুনৰ পুৱতী নিশা ৩-৩০ বজাত এই মহান ত্যাগী দেশৰ কৰ্মী গৰাকীয়ে হাঁহি মুখে ফাঁচি কাঠত মৃত্যুবৰণ কৰিলে। ফাঁচিৰ তিনদিনৰ আগত পত্নী প্ৰভাৱতীক কৈছিল—মই সৌভাগ্যবান প্ৰভা। মই ভাৰতবৰ্ষৰ কোটি কোটি মানুহৰ মুক্তিৰ কাৰণে প্ৰাণ দিবলৈ পাইছোঁ। দেশৰ কাৰণে, মানুহৰ কাৰণে প্ৰাণ দিবলৈ পোৱাতকৈ জীৱনত ডাঙৰ সৌভাগ্য কি হ'ব পাৰে! ১৯৪২ আন্দোলনৰ এওঁৱেই প্ৰথম শ্বহীদ আছিল।

১৪৮। **খ্ৰীষ্টিয়ান মেথিয়াচ থিয়োডৰ মমচেন্** :—সাহিত্যত নোবেল বঁটা লাভ কৰা এই গৰাকী বিখ্যাত সাহিত্যিকৰ জন্ম হৈছিল ১৮১৭ চনৰ ৩০ নৱেম্বৰ তাৰিখে উত্তৰ জাৰ্মেনীৰ গাৰ্ডেনিঙৰ নামৰ ঠাইত। এওঁ সৰুতেই জাৰ্মান, ভেনিচ, গ্ৰীক, লেটিন, ইংৰাজী, চুইদিচ, ৰোমান আদি ভাষা শিকিছিল। ৰোমৰ বুৰঞ্জীৰ ওপৰত লিখা গ্ৰন্থই এওঁলৈ বিশ্ব খ্যাতি কঢ়িয়াই আনে। বুৰঞ্জী সম্পৰ্কীয় গ্ৰন্থৰ বাবে বিশ্বৰ সৰ্বোচ্চ বঁটা নোবেল পুৰস্কাৰ লাভ কৰিবলৈ সক্ষম হয়। ১৮৫৪ চনত বাৰ্লিন বিশ্ববিদ্যালয়ত এওঁ অধ্যাপনা কৰিছিল। এওঁ এজন ঐতিহাসিক ভাষাবিদো।

১৪৯। গচ ফ্রেডেৰিকা :—১৯ শতিকাৰ এওঁ এজন গণিতজ্ঞ, বিদগ্ধ পণ্ডিত আৰু আৱিষ্কাৰক। জ্যোতির্বিদ হিচাবেও এওঁৰ খ্যাতি আছে। Magneto Meter আৰু Helio Trop এওঁ আৱিষ্কাৰ কৰিছিল। সকৰ পৰাই এওঁ অংকত বিশেষ পাৰদৰ্শিতা দেখুৱাব পাৰিছিল।

১৫০। গডফ্রে নিউবোল্ড হাউনস্ফিল্ড :—টমোগ্ৰাফী নামৰ যন্ত্ৰটোৰ অন্যতম আৱিষ্কাৰক। এওঁৰ সহযোগী বিজ্ঞানী আছিল অধ্যাপক এলেন ম্যাক-লিওড। এই টমোগ্ৰাফীৰ সহায়ত মগজু বা শৰীৰৰ আভ্যন্তৰীণ অংশৰ ত্ৰিমাত্ৰিক প্ৰতিবিম্ব পোৱাৰ উপৰিও প্ৰস্থচ্ছেদৰ ত্ৰিমাত্ৰিক প্ৰতিবিম্ব পোৱা যায়। এওঁ স্কানাৰ বিষয়ত গৱেষণা কৰি খ্যাতি অৰ্জন কৰিছিল। এই যন্ত্ৰৰ সহায়ত মাত্ৰ তিনি চেকেণ্ডৰ ভিতৰত শৰীৰৰ ভিতৰৰ সকলো অংশৰ ত্ৰি বা দ্বিমাত্ৰিক প্ৰতিবিম্ব তোলা সম্ভৱ হয়। ১৯৭৯ চনত এই গৰাকী বিজ্ঞানীয়ে চিকিৎসা বিজ্ঞানত নোবেল পুৰস্কাৰে পুৰস্কৃত হয়।

১৫১। গিয়াচেপ গেৰিবল্ডি :—আধুনিক ইটালীৰ নির্মাতা গিয়াচেপ গেৰিবল্ডিৰ জন্ম হৈছিল ১৮০৭ চনৰ ৪ জুলাই নাইচ'ত এজন ফৰাচী নাগৰিক হিচাপে। এওঁ ১৬ বছৰ বয়সত জাহাজৰ কেবিন বয় হিচাপে কাম কৰিছিল। ইটালীৰ মুক্তি সংগ্ৰামত কেবিন বয় হিচাবে কাম কৰি থকা সময়তে ইটালী মুক্তি সংগ্ৰামত যোগদান কৰে। এই মুক্তি সংগ্ৰামী গৰাকীক মৃত্যুদণ্ডৰ আদেশ দিছিল যদিও পুলিচৰ বন্দীৰ পৰা পলাই সাৰে। ১৮৪০ৰ পৰা ১৮৪২ চনলৈ দুটা বছৰ আত্মগোপন কৰি থাকি এওঁ “ইটালিয়ান লিজিয়ন” নামৰ গেৰিলা বাহিনী গঠন কৰে। এওঁৰ যুদ্ধ পৰিচালনা, ৰণ কৌশল আৰু দক্ষতা প্ৰদৰ্শন কৰি ইটালীক স্বাধীন দেশৰ যি সন্মান আৰু মৰ্য্যাদা আনিলে ইতিহাসত এনে উদাহৰণ বিৰল। ১৮৮২ চনৰ ২জুন তাৰিখে এই বীৰপুৰুষ গেৰিবল্ডিৰ মৃত্যু হয়।

১৫২। গী ড মপাঁচা :—১৮৫০ চনৰ ৫ আগষ্ট তাৰিখে ফৰাচী দেশৰ নৰ্মাণ্ডি অঞ্চলত জন্মগ্ৰহণ কৰিছিল। গী ড মপাঁচাৰ মাক দেউতাকৰ মাজত কাজিয়াই এওঁক যথেষ্ট অশান্তি দিছিল। এওঁৰ প্ৰথম গল্পটো প্ৰকাশ প্ৰায় ৩০ বছৰ বয়সত। ইয়াৰ পাচত মাত্ৰ তেৰ বছৰহে এওঁ জীয়াই আছিল। ইমান কম সময়ৰ ভিতৰত যি বাস্তৱ সাহিত্য সৃষ্টি কৰিছিল তেনে উদাহৰণ বিশ্ব সাহিত্যত বিৰল। এওঁৰ বিশ্ব খ্যাতি লাভ কৰা ৰচনাসমূহ হ'ল—La Maison Tellier Mademoiselle Fifi, Clara de Lame hes souers Rondolli Miss

Hurriet ইত্যাদি। ১৮৯৩ চনৰ ৬ জুলাই তাৰিখে এওঁ শেষ নিশ্বাস ত্যাগ কৰে।

১৫৩। গামা দি গ্রেট :—বিশ্ববিখ্যাত মল্লযোদ্ধা গামা দি গ্রেটৰ জন্ম হৈছিল ভাৰতবৰ্ষত। ১৯১০ চনত লণ্ডনত হোৱা বিশ্ব মল্লযুদ্ধ প্রতিযোগিতাত অংশগ্রহণ কৰিবৰ কাৰণে পৰিচালকমণ্ডলীৰ পৰা অনুমতি বিচৰাত গামাৰ যোগ্যতা নাই বুলি পৰিচালক মণ্ডলীয়ে এওঁৰ কথাত অকণো গুৰুত্ব নিদিয়াত গামাই জেদত লাগি মাত্র কেই চেকেণ্ড মানৰ ভিতৰতে বিশ্বৰ বাইশ জন মল্লবীৰক মাটিত বগৰাই পেলালত পৰিচালক মণ্ডলী আচৰিত হৈ গামাক প্রতিযোগিতাত অংশগ্রহণ কৰিবলৈ অনুমতি দিয়ে। আৰু ইয়াৰ আগতে আন্তৰ্জাতিক মল্লযুদ্ধত অৱতীর্ণ নোহোৱা গামাই, বিশ্ববিখ্যাত মল্লযোদ্ধা বিশ্বজয়ী জেবিস্কোৰক ৩৩ চেকেণ্ডত পৰাস্ত কৰি ভূয়সী প্রশংসা লাভ কৰিছিল। এওঁ "ৰোস্তম এ গামা" উপাধিয়ে পিচত বিভূষিত হৈছিল। তেওঁয়াৰ পৰা তেওঁ গোটেই জীৱনত সর্বশ্রেষ্ঠ মল্লযোদ্ধা মুকুট পিন্ধি থাকিবলৈ সক্ষম হৈছিল। বিশ্বৰ বিভিন্ন দেশত প্রতি মল্লযোদ্ধা বিচাৰিছিল যদিও কোনো এজন মল্লযোদ্ধাই এওঁৰ জীৱনত পৰাজিত কৰিব পৰা নাছিল।

১৫৪। ৰাণী গাইডাল্যু :—নগা বীৰাঙ্গনা ৰাণী গাইডালুৰ প্রকৃত নাম গাই ডিনলিউ যদিও ১৯৩৮ চনত পণ্ডিত জৱহৰলাল নেহৰু নগালেণ্ড ভ্রমণ কৰি ঘূৰি যোৱাৰ পাচত এওঁৰ বিষয়ে লিখোতে "ৰাণী" আখ্যা দিয়ে আৰু তেতিয়াৰ পৰা প্রকৃতার্থত ৰাণী নাছিল যদিও ৰাণী গাইডালু নামেৰে জনাজাত হ'ল। ১৯১৫ চনৰ ২ জানুৱাৰীত মণিপুৰৰ লক্ষা গাঁৱত জাতীয়তাবাদী এই বিপ্লবী বীৰাঙ্গনা গৰাকীৰ জন্ম হৈছিল। মাত্র তেৰ বছৰ বয়সতে ভাৰতৰ স্বাধীনতা আন্দোলনত অংশগ্রহণ কৰি পিচত নেতৃত্ব বহন কৰে। এওঁৰ কোনো আনুষ্ঠানিক শিক্ষা বুলিবলৈ নাছিল যদিও এওঁ ৬টা বিভিন্ন ভাষা আৰু দোৱানত কথা কব পাৰে। ১৯৩২ চনৰ ১৭ অক্টোবৰত গাইডালুক এটা ঘৰত বন্দী কৰি কহিমালৈ নি নানা শাস্তি দিছিল আৰু যাৱজ্জীৱন কাৰাবৰণ দিলে যদিও ১৯৪৭ চনত দেশ স্বাধীন হোৱাত গাইডালুয়ে তুৰা কাৰাগাৰৰ পৰা মুক্তি পালে। অৱশ্যে তেতিয়াও এই ছোৱালী-জনীক নিজ গাৱঁলৈ কেইবা বছৰো যাবলৈ দিয়া নাছিল। এওঁ ৰামৰূপ মোকক-চাংত থাকিবলগা হৈছিল। ১৯৫৯ চনৰ ৭ এপ্রিলত ৰাজনৈতিক পেঞ্চন এওঁ লাভ কৰে। ১৯৬০ চনৰ পৰা পুনৰ ৬ বছৰ আত্মগোপন কৰি থাকে। স্বাধীনতাৰ

ৰূপালী জয়ন্তী বৰ্ষত এওঁলৈ চৰকাৰে বিশিষ্ট মুক্তিযোদ্ধা হিচাবে তাম্ৰপত্ৰ প্ৰদান কৰে।

১৫৫। **গেলিলিও গেলিলাই**:—ইটালীৰ পিচা নগৰীত ১৫৬৪ চনৰ ১৫ ফেব্ৰুৱাৰী তাৰিখে এই মহান বিজ্ঞানী গৰাকীৰ জন্ম হয়। প্ৰথমে কাপোৰ ব্যৱসায় কৰি আৰু সমান্তৰালভাবে সাহিত্য চৰ্চা কৰি কেইবাখনো গ্ৰন্থ এওঁ উলিয়াইছিল। গেলিলিওয়ে প্ৰমাণ কৰি ঘোষণা কৰিছিল যে—"বায়ুশূন্য' অৱস্থাত গধুৰ আৰু পাতল বস্তু একেলগে ওপৰৰ পৰা পেলাই দিলে দুয়োটা বস্তু একেলগে মাটিত পৰিব। ১৬১২ চনত "পানীৰ ওপৰত ভাসমান বস্তুৰ সম্পৰ্কে আলোচনা" নামৰ এখন পুথি লিখি উলিয়ায়। ১৬১৬ চনৰ শেষ ভাগত নাৱিক সকলৰ উপযোগী এটা দূৰবীণ সাজি উলিয়ায়। এওঁ আবিষ্কাৰ কৰিছিল যে—পৃথিবীয়ে সূৰ্য্যৰ চৌদিশে ঘূৰে আৰু সূৰ্য্য স্থিৰ। ১৫৯৩ চনত এওঁ থাৰ্মোমিটাৰ আবিষ্কাৰ কৰিছিল। এওঁ ইহলীলা ত্যাগ কৰে ১৬৪২ চনৰ ৮ জানুৱাৰী তাৰিখে ৮৭ বছৰ বয়সত।

১৫৬। **গেৰহার্ট জহান্ ৰবাৰ্ট হাউপ্টমান**:—১৮৬২ চনৰ ১৫ নৱেম্বৰত পোলেণ্ডৰ ছিলেছিয়াত এই গৰাকী মহান শিল্পী আৰু সাহিত্যিকৰ জন্ম হৈছিল। ১৫ বছৰ বয়সতে স্কুল এৰি ভাস্কৰ্য শিক্ষা গ্ৰহণ কৰে। ১৮৮৯ চনত প্ৰকাশ পোৱা এওঁৰ "বিফ'ৰ ডন" গ্ৰন্থখনে এওঁলৈ যথেষ্ট খ্যাতি কঢ়িয়াই আনে। ছিলেচিয়াৰ আৰু বাৰ্লিনৰ উপভাষাত ৰচিত নাটকসমূহে এওঁলৈ বিশ্বৰ খ্যাতি আনে। নাটকৰ বিভিন্ন শৈলী আদিৰ বাবে এওঁলৈ নোবেল বঁটা আগবঢ়ায়। ১৯৪৬ চনৰ ৬ জুনত শেষ নিশ্বাস ত্যাগ কৰে।

১৫৭। **গ্ৰেজৰ জহান মেণ্ডেল**:—১৮২২ চনৰ ২২ জুলাই তাৰিখে অষ্ট্ৰিয়া হেইনজেনড্ৰুক নামে ঠাইত এওঁ জন্মগ্ৰহণ কৰিছিল। এওঁক জেনেটিকচ (Genetics)ৰ জনক বুলি কোৱা হয়। এওঁ মটৰ মাহৰ গছৰ ওপৰত পৰীক্ষা কৰিয়েই—"জেনিটিক্স-সূত্ৰ" আদি আবিষ্কাৰ কৰি বিখ্যাত হৈছিল। ভিয়েনা বিশ্ববিদ্যালয়ত এওঁ বিজ্ঞান শিক্ষালাভ কৰিছিল। সকৰ পৰাই প্ৰকৃতিক অতি ভাল পোৱা এই প্ৰকৃতি বিজ্ঞানী গৰাকীয়ে ১৮৬৫ চনত (১) ল'জ অৱ ডমিনেনচ (২) ল'জ অৱ চেগ্ৰিগেচন ৩) ল' অৱ ইনডিপেনডেন্ট এচৰ্টমেণ্ট সূত্ৰ আবিষ্কাৰ কৰে। দুখৰ বিষয়, এওঁৰ জীৱনৰ কালত এই সূত্ৰ সিলাক অন্য বিজ্ঞানীৰ দৃষ্টিগোচৰ হোৱা নাছিল। সেয়েহে, এওঁৰ মৃত্যুৰ পিচত ১৯০০ চনত অন্য বিজ্ঞানীয়ে এই সূত্ৰ

কেইটাকে পুনৰ আৱিষ্কাৰ কৰে। ১৮৮৪ চনৰ ৬ জানুৱাৰী তাৰিখে এই বিজ্ঞানী গৰাকীৰ মৃত্যু হয়।

১৫৮। **গ্লেন টমাৰ্চ চিবৰ্গ** :—১৯১২ চনত আমেৰিকাৰ মিচিগান চহৰত এওঁৰ জন্ম হৈছিল। ঘৰুৱা অৱস্থা ভাল নোহোৱাৰ বাবে সৰুতে পঢ়াৰ খৰচৰ বাবে সৰু সুৰা কাম কৰিবলগা হৈছিল। আধুনিক বিজ্ঞানৰ অতি গুৰুত্বপূৰ্ণ পদাৰ্থ 'প্লুট'নিয়াম' মাত্ৰ ২৯ বছৰ বয়সতে এওঁ আৱিষ্কাৰ কৰি সকলোৰে ভূয়সী প্ৰশংসা লাভ কৰে। এইদৰে এওঁ কেইবাটাও মৌলিক পদাৰ্থ আৱিষ্কাৰ কৰে। পৰমাণু বিজ্ঞানলৈ বহুমূলীয়া অৱদানৰ বাবে ১৯৫১ চনত মেকমিলানাৰ লৈতে চিবৰ্গক নোবেল বঁটা প্ৰদান কৰে। আমেৰিকাৰ সৰ্বশ্ৰেষ্ঠ বৈজ্ঞানিক সন্মান পঞ্চাশ হাজাৰ ডলাৰৰ "এনৰিক ফাৰ্মি" পুৰস্কাৰ ১৯৫৯ চনত লাভ কৰে। ১৯৬১ চনত আমেৰিকাৰ পাৰমাণৱিক শক্তি আয়োগৰ চেয়াৰমেন পদত আছিল।

১৫৯। **গোপীনাথ বৰদলৈ** :—ভাৰত স্বাধীনতাৰ সংগ্ৰামী ব্যক্তি স্বাধীন অসম নিৰ্মাতা লোকপ্ৰিয় গোপীনাথ বৰদলৈৰ জন্ম হৈছিল ১৮৯০ চনৰ ৬ জুন তাৰিখে অসমৰ নগাওঁৰ ৰহাত। ১৯১৫ চনত এম. এ. বি. এল. পাচ কৰাৰ পাচত হাইস্কুলৰ প্ৰধান শিক্ষকতা পদ ত্যাগ কৰি ওকালতি কৰে আৰু ১৯২১ চনত ওকালতি ত্যাগ কৰি গান্ধীজীৰ কৰ্মসূচীত অংশগ্ৰহণ কৰি গোটেই জীৱন দেশ সেৱা কামত আত্মনিয়োগ কৰে। ১৯৪০ চনত গান্ধীজীয়ে আহ্বান কৰা সত্যাগ্ৰহত বৰদলৈয়ে অংশগ্ৰহণ কৰি অসমৰ ভিতৰত প্ৰথম গেপ্তাৰ হয়। ১৯৪৪ চনত এওঁৰ অসুখ হোৱাত জেলৰ পৰা মুক্তি পায়। বৰদলৈ স্বাধীন অসমৰ প্ৰথম মুখ্যমন্ত্ৰী। দেশ বিভাজনৰ সময়ত ( ভাৰত পাকিস্থান ) এওঁৰ চেষ্টাৰ ফলতহে অসম পাকিস্থানৰ লগত অন্তৰ্ভূক্তিৰ পৰা ৰক্ষা পৰিছিল। নতুন অসম গঢ়া এওঁ এগৰাকী পাকৈত খনিকৰ আছিল। গহীন, গম্ভীৰ, ধীৰ, স্থিৰ, হৃষ্টপুষ্ট, সবল জীৱন যাপন কৰা ত্যাগী এই মহান ৰাজনৈতিক নেতা গৰাকীৰ হৃদয় যন্ত্ৰৰ ক্ৰিয়া বন্ধ হৈ ১৯৫০ চনৰ ৫ আগষ্ট তাৰিখে দেহৰ অৱসান ঘটে।

১৬০। **গুৰু নানক** :—লাহোৰৰ এখন গাওঁত ১৪৭০ চনত এওঁ জন্মগ্ৰহণ কৰিছিল। এওঁ শিখ ধৰ্ম প্ৰতিষ্ঠাপক। এই গৰাকী মহাপুৰুষে হিন্দু আৰু মুছলমানৰ মাজত একতা আনিবলৈ অশেষ চেষ্টা কৰিছিল। এওঁ ইৰাক, ইৰাণ, মক্কা আদি ঠাই ভ্ৰমণ কৰিছিল। এওঁৰ বিখ্যাত গ্ৰন্থ হ'ল "গুৰু গ্ৰন্থ চাহেব।" ৭০ বছৰ বয়সত এওঁৰ মৃত্যুৰ অৱসানৰ পাচত হিন্দুসকলৰ দৰে মুছলমানসকলেও

এওঁৰ শটো লবলৈ কাপোৰ বাঙোতেই শটোৰ ঠাইত ফুল কিছুমানহে দেখা পোৱাত সেই ফুলকে লয়।

১৬১। **গুষ্টভ ৰবার্ট কার্শ্বত** :—১৮২৪ চনত প্রুচিয়াৰ কণিগচবার্গ চহৰত এওঁৰ জন্ম হৈছিল। এওঁ সৰু পৰাই অতি তীক্ষ্ণ বুদ্ধিৰ ল'ৰা আছিল। এওঁৰ অশেষ কষ্টৰ ফলত বিদ্যুৎ বিকিৰণ, জ্যোতির্বিজ্ঞান আৰু গাণিতিক পদার্থ বিজ্ঞানৰ বহু কথা আবিষ্কাৰ কৰিবলৈ সক্ষম হয়। এওঁ ঘৰতে শিক্ষাগ্রহণ কৰি ১৮৪২ চনত বিশ্ববিদ্যালয়ত ভর্ত্তি হয়। ছাত্র অৱস্থাতে এওঁ পদার্থ বিজ্ঞানৰ গৱেষণামূলক এটা প্রবন্ধ লিখাৰ বাবে এটি পুৰস্কাৰ লাভ কৰাৰ উপৰিও বার্লিন পদার্থ বিজ্ঞান সংস্থাৰ সভ্য পদৰ বাবে মনোনীত হয়। পৰিবাহকৰ মাজেদি কেনেকৈ তাপ চালিত হয় তাৰ সূত্র এওঁ উদ্ভাৱন কৰে। "ফ্রন হফাৰ ৰেখা" নামে জনাজাত একশ্রেণী বর্ণালী ৰেখা এওঁ ব্যাখ্যা কৰে। বর্ণালীৰ অধ্যয়নৰ দ্বাৰা গ্রহ-নক্ষত্রবিলাক গঠনৰ পদ্ধতি উদ্ভাৱন কৰে। ১৮৮০ চনত আৰু তত্ত্ব উদ্ভাৱন কৰে যে কোনো কঠিন বস্তুৰ মাজেদি হোৱা তাপীয় পৰিবাহিতা বিদ্যুৎ পৰিবাহিতাৰ অনুপাত। ১৮৬২ চনত বিকিৰণৰ মূল তত্ত্বটো এওঁ আবিষ্কাৰ কৰে। ১৮৭৫ চনত বার্লিন বিশ্ব-বিদ্যালয়ত গাণিতিক পদার্থ বিজ্ঞানৰ আসনখন অলঙ্কৃত কৰিছিল। ১৮৮১ চনত পেৰিচৰ বিদ্যুৎ বিজ্ঞান কংগ্রেছলৈ জার্মানীৰ প্রতিনিধি হিচাবে নির্বাচিত হয়। বিশ্ববৰেণ্য এই বিজ্ঞানী গৰাকীৰ ৬৩ বছৰ বয়সত ১৮৮৭ চনত মৃত্যু হয়।

১৬২। **গুগ্‌লিয়েল্ম মার্কনি** :—১৮৭৪ চনত ২৫ এপ্রিল তাৰিখে ইটালীৰ বল'না চহৰত এওঁৰ জন্ম হৈছিল। মার্কনি কোনো স্কুল বা কলেজত পঢ়া নাছিল। ঘৰতে শিক্ষা গ্রহণ কৰিছিল। ২২ বছৰ বয়সতে "বেতাৰ যন্ত্র" সম্পূর্ণৰূপে আবিষ্কাৰ কৰিছিল। টিউনিং পদ্ধতি এওঁৱেই আবিষ্কাৰ কৰিছিল। ১৯০৯ চনত বেতাৰ যন্ত্রৰ বাবে ফার্ডমেণ্ড ব্রাউন নামৰ এজন লোকৰ সৈতে পদার্থ বিজ্ঞানত নোবেল বঁটা লাভ কৰে। ফেচিষ্ট ইটালীয়ে ১৯২৯ চনত "মাৰ্কুইচ" উপাধি মার্কনিক প্রদান কৰে। ১৯৩৭ চনত ৬৩ বছৰ বয়সত এই গৰাকী বিজ্ঞানীয়ে শেষ নিশ্বাস এৰে।

১৬৩। **গৌতম বুদ্ধ** :—পৃথিৱীৰ অন্যতম প্রধান ধর্ম বৌদ্ধ ধর্মৰ প্রৱর্তক হ'ল গৌতম বুদ্ধ। এওঁৰ ল'ৰালি কালৰ আচল নাম সিদ্ধার্থ। এওঁ ৰজা শুদ্ধোধনৰ পুত্র। ১৮ বছৰ বয়সতে এওঁক এগৰাকী সুন্দৰ ৰাজকন্যাৰ লগত বিয়া পাতি দিছিল যদিও পিচত এওঁৰ মন সাংসাৰিক সুখ-দুখৰ আৰু বিলাসিতা জীৱনৰ

পৰা আঁতৰি আছিল। বাহাত পৰি থকা এজন কণীয়া বৃদ্ধ লোকৰ মৃত্যু হোৱাৰ ঘটনাই এওঁৰ মনলৈ এক পৰিবৰ্তন আনে আৰু ২৯ বছৰ বয়সত ঘৰ-দুৱাৰ, পুত্ৰ ভাৰ্য্যা, সা-সম্পত্তি সকলো এৰি থৈ সত্যৰ অন্বেষণত ওলাই যায় আৰু বিভিন্ন ঠাই ঘূৰি বহু পণ্ডিত লোক লগ পাইছিল যদিও এওঁক কোনেও সন্তোষ কৰিব পৰা নাছিল। শেষত, এজোপা বৰ গছৰ তলত কেইবা বছৰো তপস্যা কৰি দিব্যজ্ঞান লাভ কৰে আৰু তেতিয়াৰ পৰা এওঁৰ নাম বুদ্ধ হয় আৰু গছজোপাৰ নাম "বোধি গছ" হয়। আৰু এই ঠাইডোখৰৰ নাম হ'ল বুদ্ধগয়া। সত্য, অহিংসাই এওঁৰ ধৰ্মৰ মূল মন্ত্ৰ। পৃথিৱীৰ বিভিন্ন ঠাইত বিশেষকৈ চীন, জাপান, বাৰ্মা, দক্ষিণ-পূৱ এচিয়া আদি দেশত এওঁ ধৰ্ম প্ৰচাৰ কৰিছিল।

১৬৪। **চন্দ্ৰশেখৰ ভেঙ্কট ৰমন ( চি. ভি. ৰমন) :**—ভাৰতৰ দাক্ষিণাত্যৰ ভিতৰুপল্লীত ১৮৮৮ চনৰ ৭ নৱেম্বৰ তাৰিখে এওঁৰ জন্ম হৈছিল। ভাৰতৰ বৈজ্ঞানিক সকলৰ মাজত চি. ভি. ৰমন জোটাতৰা স্বৰূপ। ১৯২৮ চনত আৱিষ্কাৰ কৰা "ৰমণ প্ৰক্ৰিয়াৰ" বাবে ১৯৩০ চনত পদাৰ্থ বিজ্ঞানৰ নোবেল বঁটা ৰমনক দিয়া হয়। বিজ্ঞান বিষয়ত এচিয়াৰ ভিতৰতে প্ৰথম নোবেল বঁটা এওঁ লাভ কৰে। ১৯২৯ চনত "চাৰ" উপাধি লাভ কৰে। ১৯৩০ চনত ৰয়েল ছোছাইটিয়ে এওঁক "হিউজ" মেডেল প্ৰদান কৰে। ১৯৪১ চনত ফিলাডেলফিয়াৰ ফ্ৰাঙ্কলিন ইনষ্টিটিউটৰ সৰ্বশ্ৰেষ্ঠ বঁটা ফ্ৰেংকলিন মেডেল ৰমনক প্ৰদান কৰে। ১৯৫৮ চনত চোভিয়েট ইউনিয়নে এওঁক লেনিন শান্তি বঁটা আগবঢ়ায়। ভাৰত চৰকাৰে "ভাৰতৰত্ন" উপাধিৰে এওঁক বিভূষিত কৰে। এওঁৰ পুথিসমূহ হ'ল—১। পোহৰৰ আণৱিক তাপৰৰ্তন ২। বাদ্যযন্ত্ৰ তত্ত্ব ৩। স্ফটিক পদাৰ্থ বিজ্ঞান ৪। শৰীৰ বিদ্যা আৰু দৃষ্টি। ১৯৭০ চনৰ ২১ নৱেম্বৰত হৃদয় ৰোগত বাঙ্গালোৰত ৰমনৰ মৃত্যু হয়।

১৬৫। **চক্ৰেটিচ :**—দাৰ্শনিক চক্ৰেটিচৰ জন্ম হয় ৪৬৯ খৃঃ গ্ৰীচ দেশৰ এথেন্স চহৰত। মানৱ সভ্যতা আৰু সংস্কৃতিলৈ তেওঁ স্বাধীন চিন্তাৰে বহুতো অৱদান দি গৈছে। চক্ৰেটিচৰ মতে শিক্ষাই প্ৰতিজন মানুহৰ মনত নিহিত হৈ থকা সাৰ্বজনীন যুক্তিসিদ্ধ ভাব ধাৰণাসমূহ বাহিৰত প্ৰকাশ কৰে।

১৬৬। **চাৰ্লচ হুইটষ্টন :**—১৮০২ চনত ইংলণ্ডত জন্ম হৈছিল। বৈদ্যুতিক বৰ্ত্তনীৰ বিষয়ত দুটা সূত্ৰৰ উপৰিও ব্ৰিজষ্টেট, ষ্টেৰিঅ'স্কোপ, টাইপৰাইটাৰ, বৈদ্যুতিক ঘড়ী আদিৰ অন্যতম আৱিষ্কাৰক। ১৮৭৫ চনত মৃত্যু হয়।

১৬৭। **চাৰ্লচ মাৰ্টিন হল** :—১৮৬৩ চনত মাৰ্কিনত জন্মলাভ কৰিছিল। এওঁ এজন ৰসায়নবিদ্। এমুনিয়া নিষ্কাষণৰ এটা সহজ পদ্ধতিৰ উদ্ভাৱক। ২২ বছৰ বয়সত ১৮৮৬ চনত বক্সাইটৰ পৰা এলুমুনিয়াম ধাতু পৃথক কৰা পদ্ধতি এটা এওঁ আৱিষ্কাৰ কৰিছিল। ১৯১৪ চনত মৃত্যু হয়।

১৬৮। **চিয়াং কাইচেক** :—চীন দেশৰ সেনাধিনায়ক আৰু ৰাষ্ট্ৰীয় বিখ্যাত নেতা। চিয়াং কাইচেকৰ জন্ম হৈছিল ১৮৪৬ চনৰ ৩১ অক্টোবৰ তাৰিখে চিকিয়াঙৰ এটা তৃখীয়া পৰিয়ালত। এওঁৰ প্ৰথম অৱস্থাত কোনো সংস্থাপনৰ ব্যৱস্থা নোহোৱাত এওঁ সৈন্য বিভাগত ভৰ্তি হয়। ১৯২৩ চনত এওঁ ৰাচিয়ান মিলিটেৰী পদ্ধতি আয়ত্ত কৰে। এওঁ চীন দেশৰ এজন প্ৰখ্যাত বিপ্লৱী আৰু চীন দেশৰ প্ৰথম প্ৰধান মন্ত্ৰী। ১৯১১ চনত চীন দেশৰ বিপ্লৱত এওঁ সেনাধিনায়ক হৈ নিজৰ পাৰদৰ্শিতা দেখুৱাব পাৰিছিল। এই মহান নিয়মানুৱৰ্তী নেতা গৰাকীৰ ১৯৭৫ চনৰ ৫ এপ্ৰিল তাৰিখে দেহৰ অৱসান ঘটে।

১৬৯। **চেমুৱেল জনচন** :—জন্ম ১৭০৯ খৃঃ মৃত্যু ১৭৮৪ চন—এওঁ প্ৰখ্যাত ইংৰাজ গদ্য লেখক। জনচনৰ সুদীৰ্ঘ জীৱনী এওঁ জগতজোৰা সুখ্যাতি অৰ্জন কৰে। এওঁৰ শেষ সাহিত্যৰ কীৰ্তি লাইভচ্ অব্ দি পোৱেটচ্।

১৭০। **চিনক্লেয়াৰ** :—১৮৮৫ চনত চিনক্লেয়াৰৰ জন্ম হৈছিল। সাহিত্যত নোবেল বঁটা বিজেতা প্ৰথম আমেৰিকান। মেইন ষ্ট্ৰীট নামৰ পুথিৰ বাবে বিশেষ খ্যাতি অৰ্জন কৰে। এওঁৰ বিখ্যাত গ্ৰন্থ হ'ল—Arrowsmith Dodsworth, It can't happen here.

১৭১। **চেইণ্ট জন পাৰ্ক্স** :—১৮৮৭ চনৰ ৩১ মে'ৰ দিনা গুৱাডেলুপি নামৰ এটা দ্বীপত জন্মগ্ৰহণ কৰিছিল। মৃত্যু হয় ১৯৭৫ চনৰ ২০ চেপ্তেম্বৰত। ফৰাচী দেশৰ এজন কূটনীতিবিদ্ হৈও এজন সুসাহিত্যিক। ১৯৬০ চনত সাহিত্যত নোবেল বঁটা পায়। এওঁ বৰদিয় আৰু পেৰিচ বিশ্ববিদ্যালয়ত অধ্যয়ন কৰিছিল। এওঁৰ বহু কবিতা পুথি প্ৰকাশ পায়।

১৭২। **চুচুং** :—চীন দেশৰ এই জ্যোতিৰ্বিদ গৰাকীৰ জন্ম হৈছিল আঃ খৃঃ পূঃ ১০২০। আকাশত জ্যোতিষ্ক বিলাকৰ স্থান নিৰ্ণয় কৰি তাৰ মেপ তৈয়াৰ কৰিছিল।

১৭৩। **চিচিল ফ্ৰাংক পাৱেল** :—১৯০৩ চনত জন্মগ্ৰহণ কৰা বৃটিছ পৰমাণু এই বিজ্ঞানী গৰাকীয়ে মহাজাগতিক ৰশ্মি সম্পৰ্কীয় গৱেষণাত গুৰুত্বপূৰ্ণ

অৱদান আগবঢ়োৱাৰ বাবে ১৯৫০ চনত নোবেল বঁটা লাভ কৰে। ১৯৬৯ চনত মৃত্যু হয়।

১৭৪। **চুং দাওলী** :—১৯২৬ চনত চীনদেশত জন্ম লাভ কৰা এই বিজ্ঞানী গৰাকী পিচত আমেৰিকাত স্থায়ী বাসিন্দা হয়। পেৰিটিৰ সংৰক্ষণ সূত্ৰ শুদ্ধ নহয় বুলি প্ৰমাণ কৰি ১৯৫৭ চনত তেওঁৰ সহযোগী বিজ্ঞানী চিও য়াংৰ সৈতে যুটীয়াকৈ নোবেল বঁটা লাভ কৰে।

১৭৫। **চ্যুলি প্ৰথম** :—১৮৩৯ চনৰ ১৬ মাৰ্চত পেৰিচত জন্মগ্ৰহণ কৰা এই গৰাকী সাহিত্যিকৰ প্ৰকৃত নাম বেণী ফ্ৰাকচিচ্ আৰমন। এওঁ প্ৰথমে কেৰাণীৰ চাকৰি কৰিছিল। এওঁৰ কবিতা কিতাপসমূহ হ'ল—Stanzas and Poems, The Augean stables Solitudes. ইটালিয়ান নোট বুক আদি, ইয়াৰ উপৰিও Happyness Impressions of War আদি গ্ৰন্থ প্ৰকাশ হয়। ১৯০১ চনত সাহিত্যিক নোবেল পুৰস্কাৰ লাভ কৰে।

১৭৬। **চাৰ্জি ক'ৰল্যভ** :—১৯০৬ চনৰ ৩০ ডিচেম্বৰ তাৰিখে ৰাচিয়াৰ ইউক্ৰেইন নামৰ সৰু চহৰ এখনত জন্ম হৈছিল। দেউতাক স্কুলৰ শিক্ষক আছিল। সৰুৰ পৰাই চাৰ্জি ক'ৰল্যভ অনুসন্ধিৎসু মনৰ আছিল। সৰুতে নতুন বছৰত মাকৰ পৰা নতুন কাপোৰৰ বদলি তাঁৰ আৰু বেটাৰীহে বিচাৰিছিল। সাধাৰণ শিক্ষাৰ পাচতে ১৯২৭ চনত উৰাজাহাজ নিৰ্মাণ কৰা কামত সোমায় অৰ্থ উপাৰ্জন কৰি ১৯৩০ চনত স্নাতক উপাধি লয়। ১৯৩৪ চনত সমোক্ষ মণ্ডলত ৰকেট উৰণ-নামৰ পুথি এখন ৰচনা কৰি উলিয়ায়। মহাকাশলৈ মানুহ যাব পৰা যান সাজি উলিওৱাৰ ক্ষেত্ৰত এওঁৰ যথেষ্ট অৱদান আছে। এই গৰাকী বৈজ্ঞানিকৰ অশেষ চেষ্টাৰ ফলতে ১৯৬১ চনৰ এপ্ৰিল মাহত যুৰি গেগৰিনে সৰ্বপ্ৰথমে মহাকাশলৈ যাবলৈ সক্ষম হৈছিল। চন্দ্ৰৰ চাৰিওফালে প্ৰদক্ষিণ কৰা প্ৰথম ৰকেটৰ আৰ্হিও এওঁৰেই। ১৯৫৮ চনত ৰাচিয়ান বিজ্ঞান একাডেমিয়ে সন্মানিত সভ্য নিৰ্বাচিত কৰে। নিষ্ঠা, ত্যাগ, দক্ষতা, আত্মবিশ্বাস, সাধনা আদিৰ ফলত বিশ্ব-বৰেণ্য সন্মানিত বিজ্ঞানী হোৱা এই অমৰ ব্যক্তিয়ে ১৯৬৬ চনত মস্কোত শেষ নিশ্বাস ত্যাগ কৰে।

১৭৭। **চাৰ্লচ্ ডি গল** :—১৮৯০ চনত ফৰাচী দেশত জন্মগ্ৰহণ কৰা এইজন মহান ৰাজনৈতিক নেতাৰ সৰুৰ পৰাই দেশাত্মবোধক ভাব অন্তৰত জাগি উঠিছিল। প্ৰথমে সাধাৰণ সৈনিক হিচাবে ভৰ্তি হৈ অফিচাৰ হয় আৰু

যুদ্ধত সাহসিকতাৰ পৰিচয় দি সুখ্যাতি লাভ কৰিছিল। ১৯৩২ চনৰ পৰা ১৯৩৭ চনলৈ তি গল নেচনেল ৬৭ ডিফেন্স কাউন্সিলৰ সচিব পদৰ দায়িত্বত আছিল। ফ্রি ফ্রাঞ্চ নামৰ সেনাবাহিনী গঠন কৰিছিল। এওঁ ফ্রান্সক এখন স্বাধীন ৰাষ্ট্ৰ হিচাবে পাবলৈ ইচ্ছা আৰু চেষ্টা কৰি কৃতকাৰ্য্যতা লাভ কৰিছিল। ১৯৪৪ চনৰ অক্টোবৰ মাহত হোৱা সাধাৰণ নিৰ্বাচনৰ পাচত এওঁৱেই সৰ্বসম্মতিক্ৰমে ৰাষ্ট্ৰপতি নিৰ্বাচিত হয়। ১৯৪৬ চনত স্বেচ্ছাই ৰাষ্ট্ৰপতি পদ ত্যাগ কৰে যদিও ১৯৫৮ চনত পুনৰ ৰাষ্ট্ৰপতি পদৰ বাবে নিৰ্বাচিত হয়। দ্বিতীয়বাৰ ৰাষ্ট্ৰপতি হৈ থকা কাৰ্য্যকালত এই গৰাকী প্ৰখ্যাত ৰাজনীতিজ্ঞই ৰাষ্ট্ৰীয় আৰু আন্তঃৰাষ্ট্ৰীয় বহুতো ভাল কাম কৰি গৈছে, যাৰ বাবে এওঁৰ নাম যুগমীয়া হৈ ৰ'ব। ১৯৭০ চনৰ নবেম্বৰ মাহত মৃত্যু হয়।

১৭৮। **ডঃ চেলিম আলি** :—বৈজ্ঞানিক দৃষ্টিভঙ্গীৰে চৰাইৰ বিষয়ে গভীৰভাৱে অধ্যয়ন কৰি বিশ্বত খ্যাতি লাভ কৰা এই গৰাকী ভাৰতীয় বিশ্ব-বিশ্ৰুত প্ৰকৃতিবিদৰ প্ৰথম কিতাপ হ'ল দি ইণ্ডিয়ান বাৰ্ডচ্, প্ৰকাশ কৰি সুখ্যাতি লাভ কৰাৰ পাচত চৰাই সম্পৰ্কীয় কেইবাখনো প্ৰখ্যাত গ্ৰন্থ আৰু প্ৰবন্ধ পাতি ৰচনা কৰে। এওঁৰ এই অৱদানক বিশ্বই স্বীকৃতি দি স্বদেশ আৰু বিদেশৰ বহু সন্মান আৰু পুৰস্কাৰেৰে পুৰস্কৃত হয়। 'দি হেণ্ডবুক অৱ দি বাৰ্ডচ্ অফ ইণ্ডিয়া এণ্ড পাকিস্থান' নামৰ এই বিখ্যাত কিতাপখনে এওঁক অমৰ কৰি ৰাখিব, যিখন কিতাপত তেওঁৰ সুদীৰ্ঘ জীৱনৰ অভিজ্ঞতাৰ কথা সন্নিবিষ্ট হৈছে। ৯১ বছৰ বয়সত মৃত্যু হয়।

১৭৯। **চেঙ্গীজ খাঁ** :—এওঁ এজন পাকৈত সৈনিক আছিল। চীনদেশৰ উত্তৰফালে বসবাস কৰিছিল। এওঁৰ ল'ৰালি কালৰ নাম আছিল টেমুজিন। ডেকা বয়সতে পাকৈত সৈনিক হিচাপে পৰিচয় দিয়াৰ বাবে এওঁৰ বন্ধুসকলে চেঙ্গীজ খান নামেৰে মাতিছিল। এওঁ কেইবাবাৰো যুদ্ধ যাত্ৰা কৰি ১০০ খন চুবুৰীয়া দেশ নিজৰ দখললৈ আনিছিল। যুদ্ধত এওঁ হাজাৰ বিজাৰ সৈনিকক বিশেষকৈ যুদ্ধবন্দীক বিনা কাৰণতে হত্যা কৰিছিল। ইতিহাসৰ এক বিৰল চৰিত্ৰৰ অধিকাৰী এই গৰাকী ব্যক্তিয়ে চিকাৰলৈ যাওঁতে ঘোঁৰাৰ পিঠিৰ পৰা পৰি মৃত্যুমুখত পৰে।

১৮০। **চাৰ্লচ ডিকেন্স** :—অতি দুখ-দুৰ্দশাৰ মাজেৰে জীৱন অতিবাহিত কৰি নিজ অভিজ্ঞতাৰে সাহিত্য ৰচনা কৰি বিশ্বজোৰা সুখ্যাতি অৰ্জন কৰি অমৰ

হোৱা মহান সাহিত্যিক সকলৰ ভিতৰত অন্যতম চাৰ্লচ ডিকেন্সৰ জন্ম হৈছিল ১৮১২ চনত ইংলেণ্ডৰ পৰ্টচমাউথ নামৰ এখন ঠাইত। "বুইজ" শব্দটো এই বিশ্ব-বিখ্যাত সাহিত্যিক গৰাকীৰ ছদ্ম নাম। চাৰ্লচ ডিকেন্সৰ বয়স ১২ বছৰ হওঁতেই দেউতাকে ঋণ পৰিশোধ কৰিব নোৱাৰাৰ কাৰণে চাৰ্লচ ডিকেন্সে হাজিৰা কৰিব-লগীয়া হৈছিল। ১৫ বছৰ বয়সত স্কুল এৰি ইংলেণ্ডৰ আইন সম্পৰ্কীয় ফাৰ্ম এখনত কেৰাণী পদত কাম কৰিছিল। মাত্ৰ ২৪ বছৰ বয়সতে এওঁ কেইবাখনো আলোড়ন সৃষ্টিকাৰী গ্ৰন্থ ৰচনা কৰিছিল। ১৮৪২ চনত এওঁ ৰচনা কৰা মহৎ গ্ৰন্থ কেইখন হ'ল— ১। অলিভাৰ টুইষ্ট। ২। নিকলাচ নিকেলবী। ৩। দি অ'ল্ড কিউৰিঅ'চিটি ছপ আৰু ৪। বাৰনবী ৰাডচ। ইয়াৰ পাচত ১৮৪২ চনৰ পৰা ১৮৬৩ চনলৈ আৰু ৭খন গ্ৰন্থ ৰচনা কৰে। 'অলিভাৰ টুইষ্ট' আৰু 'নিকলাচ নিকেলবী' এই কালজয়ী গ্ৰন্থ দুখনে এখেতলৈ বিশ্বজোৰা যি খ্যাতি আনিলে এনে খ্যাতি খুব কম সাহিত্যিকেহে লাভ কৰা দেখা যায়। এই মহান সাহিত্যিক গৰাকী ১৮৭০ চনত হঠাতে অসুস্থ হৈ মৃত্যুবৰণ কৰে।

১৮১। **চাৰ্চ্ছে নেলী :**—১৯৬৬ চনত সাহিত্যত নোবেল বঁটা লাভ কৰা চাৰ্চ্ছে নেলী ১৮৯১ চনৰ ১০ ডিচেম্বৰত বাৰ্লিনত জন্মগ্ৰহণ কৰিছিল। এওঁ প্ৰায় ১৭ বছৰ বয়সৰ পৰাই লিখিবলৈ আৰম্ভ কৰে। এওঁৰ লিখনি প্ৰথম প্ৰকাশ পায় ১৯২১ চনত "লিজেণ্ড এণ্ড ষ্টৰিজ"। নাজী বাহিনীয়ে এওঁক নানা অত্যাচাৰ কৰাৰ বাবে এওঁ শেষত পুৰণী ইহুদী সাহিত্য চৰ্চা কৰিবলৈ লয়। এওঁৰ বিভিন্ন গ্ৰন্থৰ ভিতৰত ১। ইন দি হেবিটেচন অব দেথ (১৯৪৭), ২। এক্লিপছ অব দি ষ্টাৰ এণ্ড ন' ওৱান নউজ হাও টু গ' অন (১৯৪৯), ৩। জাৰ্নি ইনটু এ ডাষ্টলেচ বিম (১৯৬১), চাইন ইন দি চেণ্ড (১৯৬২), ৫। অন দি চিমনি আদি উল্লেখযোগ্য। এওঁৰ লিখনিৰ বাবে ১৯৬৫ চনত জাৰ্মান প্ৰকাশৰ পৰা শান্তি বঁটা লাভ কৰে। এওঁ সঙ্গীত আৰু পুতলা নাচতো এগৰাকী পাকৈত মহিলা আছিল। এই বিখ্যাত কবি-সাহিত্যিক গৰাকীৰ ১৯৭০ চনৰ ১৭ ফেব্ৰুৱাৰী তাৰিখে জেৰুজালেমত মৃত্যু হয়।

১৮২। **চাৰ উইনষ্টন লিঅ'নাৰ্ড স্পেন্সাৰ চাৰ্চিল :**—ঐতিহাসিক, জীৱনীমূলক ৰচনা আৰু মূল্যবোধৰ বিষয়ে এওঁ লিখনিত দাঙি ধৰাৰ বাবে ১৯৫৩ চনত নোবেল বঁটাৰে পুৰস্কৃত কৰা এই সাহিত্যিক গৰাকীৰ জন্ম হৈছিল ১৮৭৪ চনৰ ৩০ নৱেম্বৰ তাৰিখে অক্সফোৰ্ডচিৰৰ ব্লেনহেইম প্ৰাসাদত। ১৯৪০-ৰ

পৰা ১৯৪৫ চনলৈ এওঁ বৃটেইনৰ মুখ্যমন্ত্রী আছিল। এওঁ সেনা বাহিনীৰ কমাণ্ডেন্ট অফিচাৰো আছিল। এওঁ কেইবাবাৰো বৃটিছ প্রধানমন্ত্রী হিচাবে কাৰ্য্য নিৰ্বাহ কৰি ৰাজনৈতিক দিশত নিজৰ পাৰদৰ্শিতা দেখুৱাইছিল। এওঁৰ গ্রন্থসমূহৰ ভিতৰত "দি চেকেণ্ড ৱৰ্ল্ড ৱাৰ" আৰু "ইংলিচ স্পীকিং পিপুল" জগত বিখ্যাত। এওঁ এজন ভাল চিত্রকৰো। ১৯৬৫ চনৰ ২৪ জানুৱাৰী তাৰিখে বহুমুখী প্রতিভাসম্পন্ন এই মহান ব্যক্তি গৰাকীয়ে শেষ নিশ্বাস ত্যাগ কৰে।

১৮৩। **চাৰ্লি চেপলিন** :—বিশ্বৰ কথাছবি জগতত কৌতুক অভিনেতা হিচাবে এটি জনাজাত নাম চাৰ্লি চেপলিন। কথাছবি প্রগতিৰ ক্ষেত্রত এই গৰাকী শিল্পীৰ বিশেষ অৱদানৰ কথা কোনেও পাহৰিব নোৱাৰে। এওঁ অকল কৌতুক অভিনেতাই নহয় এওঁ কথাছবিৰ প্রযোজক আৰু পৰিচালকো। এওঁ নিজে চিত্রনাট্য ৰচনা কৰা আৰু প্রযোজনা কৰা বিখ্যাত কথাছবি কেইখন হ'ল—১। চিটি লাইটচ (১৯৩১), ২। মডাৰ্ন টাইমচ (১৯৩৬), ৩। দি গ্রেট ডিকটেটৰ (১৯৪০), ৪। লাইম লাইট (১৯৫২)। এওঁ লণ্ডনৰ দক্ষিণ অঞ্চলত ১৮৮৯ চনৰ ১৬ এপ্রিল তাৰিখে জন্মগ্রহণ কৰিছিল। এই গৰাকী প্রতিভাবান শিল্পীয়ে এবাৰ মাত্র এটা বছৰতে ৩৫খন চিনেমা কৰি অভিলেখ স্থাপন কৰিছিল। শেষ বয়সত এওঁ চুইজাৰলেণ্ডৰ স্থায়ী বাসিন্দা হয় আৰু তাতে ১৯৭৭ চনত মৃত্যু হয়।

১৮৪। **চাৰ্লচ ৰবাৰ্ট ডাৰউইন** :—বিশ্ববিশ্রুত জীৱ বিজ্ঞানী বিশেষকৈ জীৱৰ ক্রমবিকাশ উদ্ভাৱকৰ জনক চাৰ্লচ ডাৰউইনৰ জন্ম হৈছিল ১৮০৯ চনত ইংলেণ্ডত। জীৱৰ বৰ্তমান অৱস্থা বহু বছৰৰ ক্রমবিকাশৰ ফলতহে হৈছে আৰু মানুহ পূৰ্বতে বান্দৰ আছিল বুলি এওঁয়েই মত পোষণ কৰিছিল। "বিগল" জাহাজৰ সহায়ত ১৮৩১ চনৰ ডিচেম্বৰ মাহত পৃথিৱীৰ ভ্রমণাৰ্থে ওলাই ১৮৩৬ চনৰ অক্টোবৰ মাহত ভ্রমণ শেষ কৰে। এই ভ্রমণৰ কালছোৱাত এওঁ বিভিন্ন জীৱ-জন্তুৰ বিষয়ে অধ্যয়ন কৰি দিনপঞ্জীত লিখি ৰাখিছিল আৰু বিভিন্ন জন্তুৰ জকা, শিল আদি বস্তুবোৰ সংগ্রহ কৰি গৱেষণা কৰিছিল। ইয়াৰ ফলস্বৰূপে মানুহৰ ক্রমবিকাশৰ সূত্র আৱিষ্কাৰ কৰাৰ উপৰিও "অৰিজিন অৱ স্পেচিচ" নামৰ বিশ্ববিখ্যাত গ্রন্থখন ৰচনা কৰি প্রকাশ কৰিছিল ১৮৫৯ চনত। এই কিতাপখন ইমানেই জনপ্রিয় আছিল যে প্রকাশ হোৱাৰ প্রথম দিনাই প্রথম প্রকাশৰ সমুদায় গ্রন্থ শেষ হৈ গৈছিল। ইয়াৰ ১২ বছৰৰ পাচত "ডিচেণ্ট

অব বেন" নাৰ্মৰ এওঁৰ দ্বিতীয় পুথিখনি প্ৰকাশ পায়। এওঁৰ অন্য এখন গ্ৰন্থ হ'ল—"দি ভেৰিয়েশন অব এনিমেলচ এণ্ড প্লেনচ"। এই বিখ্যাত ভূতত্ত্ব আৰু প্ৰকৃতি বুৰঞ্জীবিদ গৰাকীৰ ১৮৮২ চনত ৭৩ বছৰ বয়সত মৃত্যু হয়।

১৮৫। **চাৰ আৰ্থৰ ক'নান ডয়লি :—** এই বিখ্যাত সাহিত্যিক গৰাকী ১৮৫৯ চনত স্কটলেণ্ডত জন্মগ্ৰহণ কৰিছিল। এওঁ এজন চিকিৎসক আৰু ভাল ক্ৰিকেট খেলুৱৈ আছিল। এওঁ বহুতো গল্প লিখিছিল আৰু সেইবিলাক গল্প-সংকলন হিচাবে প্ৰকাশ কৰিছিল। এওঁৰ বিখ্যাত ৰচনা 'শ্বেৰলক হলমেচ' যাৰ ওপৰত ভিত্তি কৰি ১১৫ খনতকৈয়ো অধিক কথাছবি নিৰ্মাণ কৰিছে। ১৯৩০ চনত এই গৰাকী সাহিত্যিকৰ মৃত্যু হয়।

১৮৬। **চাণক্য :—** চাণক্য দুখীয়া বামুন পৰিয়ালত তক্ষশিলা নামেৰে ঠাইত জন্মগ্ৰহণ কৰিছিল। এওঁৰ প্ৰকৃত নাম বিষ্ণু গুপ্ত। এওঁ কূটনীতিৰ বাবে প্ৰখ্যাত হোৱাৰ বাবে চাণক্যক কৌটিল্য নামেৰেও জনা যায়। এওঁ অতি জ্ঞানী, বুধিয়ক আৰু দূৰদৰ্শী পণ্ডিত লোক আছিল। এওঁ ৰচনা কৰা "কৌটিল্য অৰ্থ-শাস্ত্ৰ" আইন সম্পৰ্কীয় এখন অতি মূল্যবান গ্ৰন্থ।

১৮৭। **চাৰ এডমাণ্ড হিলাৰী :—** পৃথিবীৰ সৰ্বোচ্চ শৃঙ্গ এভাৰেষ্ট অন্যতম আৰোহণকাৰী (১৯৫৩) এই গৰাকী চিৰ নমস্য ব্যক্তি, বৰ্তমান নিউজিলেণ্ডৰ ওকলেণ্ড নগৰীত বসবাস কৰি আছে। এওঁ কিছু বছৰ আগতে নিউজিলেণ্ডৰ হাই কমিচনাৰ হিচাবে ভাৰতত্তে আছিল আৰু ইয়াতে অৱসৰ গ্ৰহণ কৰিছিল। দক্ষিণ মেৰুৰপৰা বিশাল হিমালয়লৈকে পৃথিবীৰ প্ৰায়বিলাক ঠাইয়েই এওঁ ভ্ৰমণ কৰিছে। এইবিলাক দুৰ্গম ঠাইলৈ গৈয়ে এওঁ ক্ষান্ত হোৱা নাই। বৃদ্ধ বয়সতো ভাৰতলৈ আহি ৰাজস্থানৰ মৰুভূমিৰ ইমূৰৰ পৰা সিমূৰলৈ উটৰ পিঠিত উঠি যোৱাৰ হেপাহ আজিও আছে হেনো। এওঁৰ পৰ্বত আৰোহণ সম্পৰ্কীয় বিখ্যাত গ্ৰন্থ হ'ল—১। হাই এডভেঞ্চাৰ (১৯৫৫) চন ২। হাই ইন দি থিন কল্ড এয়াৰ (১৯৬২)।

১৮৮। **চাৰ হামফ্ৰি ডেভি :—** ১৭৭৮ চনৰ ১৭ ডিচেম্বৰ তাৰিখে পেনজেনচ কৰ্ণৱালত চাৰ হামফ্ৰি ডেভিৰ জন্ম হৈছিল। এওঁ চেফ্‌টি লেম্প উদ্ভাৱক। ১৮১৫ চনত এই নিৰাপদজনক লেম্প আৱিষ্কাৰ কৰাৰ ফলত খনি কৰ্মীৰ বহুলোকৰ প্ৰাণ ৰক্ষা পৰে। ১৭৯৭ চনত এওঁৰ বৈজ্ঞানিক জীৱন আৰম্ভ হয়। নাইট্ৰাচ অক্সাইড বা লাফিং গেচ যি গেচ গোন্ধ পালেই

যিকোনো পৰিস্থিতিতে যাচুহে হাহে, এই গেচ উদ্ভাৱন কৰে। এই গেচ আৱিষ্কাৰৰ বাবেই এওঁ ৰয়েল ইনষ্টিটিউটত অধ্যাপক নিযুক্তি পায় ১৮০০ চনত। গৃহিণীৰ কাজিয়াৰ নিয়ন্ত্ৰণ কৰিবলৈ আৰু মুখ নোপাৱাকৈ দাঁত উঘালিবলৈ এই গেচ ব্যৱহাৰ কৰিব পাৰি। জীৱিত কালতেই এওঁ বহু সন্মান আৰু পুৰস্কাৰ লাভ কৰিছিল। ১৮১২ চনত নাইট উপাধি আৰু পিচত বেয়নেট উপাধি লাভ কৰিছিল। লণ্ডনৰ ৰয়েল চোচাইটিৰ সভাপতি হিচাবে ১৮২০ চনত কাৰ্য্যভাৰ গ্ৰহণ কৰিছিল।

১৮৯। **চাৰ জেমচ চাদউইক** :—১৮৯১ চনৰ ২০ অক্টোবৰ তাৰিখে ইংলেণ্ডৰ মানচেষ্টাৰত এওঁ জন্ম হৈছিল। "নিউট্ৰন" আৱিষ্কাৰ কৰাৰ কাৰণে ১৯৩৪ চনত এওঁ বিজ্ঞানত নোবেল পুৰস্কাৰ লাভ কৰে। এওঁ মানচেষ্টাৰ আৰু কেমব্ৰিজ বিশ্ববিদ্যালয়ত অধ্যয়ন কৰিছিল। ১৯২৭ চনত এওঁ ৰয়েল চোচাইটিৰ সদস্য নিৰ্বাচিত হয়। নিউট্ৰন আৱিষ্কাৰৰ বাবে এওঁক হাঘেচ মেডেল ১৯৩২ চনত আগবঢ়াইছিল। আইচ'টপৰ (Isotope) অৱস্থিতি এওঁৱেই প্ৰথম উদ্ভাৱন কৰিছিল। বৰ্তমান যুগত বিভিন্ন প্ৰকাৰ 'আইচ'টপ' চিকিৎসা বিজ্ঞান আৰু উদ্ভিদ বিজ্ঞানত ব্যৱহাৰ হৈ আহিছে। ১৯৭৪ চনৰ ২৪ জুলাই তাৰিখে কেমব্ৰিজত এই গৰাকী বিশ্ববিখ্যাত বিজ্ঞানীৰ জীৱনৰ অৱসান ঘটে।

১৯০। **চৰ্দাৰ ভগত সিং** :—১৯০৭ চনৰ ২৮ চেপ্তেম্বৰ তাৰিখে পশ্চিম পাঞ্জাবৰ লয়ানপুৰ জিলাৰ বংগ গাৱঁত জন্মগ্ৰহণ কৰা এই শ্বহীদ গৰাকীৰ ত্যাগৰ কাৰণে আজিও ভাৰতীয়সকলৰ কাৰণে স্মৰণীয় ব্যক্তি। অতি তীক্ষ্ণ মগজু আৰু নিয়মানুবৰ্তী ভগত সিঙে নৱম মানতে স্কুল এৰি ভাৰতৰ স্বাধীনতা আন্দোলনত জপিয়াই পৰিছিল আৰু ইয়াৰ মাজতে ১৯২৩ চনত ইণ্টাৰমেডিয়েট পৰীক্ষাত উত্তীৰ্ণ হৈছিল। ভাৰত স্বাধীনতা আন্দোলনত লাহোৰৰ এটা গোচৰ সংক্ৰান্তত এই জাতীয় বীৰ শ্বহীদ গৰাকীক ১৯৩১ চনৰ ২৩ মাৰ্চ তাৰিখে ৰাজগুৰু আৰু চুকদেৱৰ সৈতে ফাচি দিয়ে।

১৯১। **চফোক্লিচ** :—চফোক্লিচ প্ৰাচীন গ্ৰীচৰ তিনিজন বিখ্যাত নাট্যকাৰৰ ভিতৰত অন্যতম। বাকী দুজন হ'ল এচকাইলাচ আৰু ইউৰিপাইডিচ। ৪৯৬ চনত জন্মগ্ৰহণ কৰা ট্ৰেজেদি নাটক ৰচনা কৰা এই নাট্যকাৰ গৰাকীৰ প্ৰথম ৰচনা "এন্টিগণে"। এওঁ প্ৰায় এশ বিশখন ট্ৰেজেদি নাটক ৰচনা কৰিছিল হেনো। অৱশ্যে ইয়াৰ ৭ খনহে সংৰক্ষিত হৈ আছে। "ৰজা ইডিপাচ" এওঁৰ অন্য এখন

উল্লেখযোগ্য বিখ্যাত ট্ৰেজেডি নাটক। ৰাজনীতি আৰু সামাজিকভাৱেও এওঁৰ সুনাম আছিল। এওঁ প্ৰায় ৯০ বছৰ বয়সত মৃত্যু হয়।

১২২। **চেৰপা টেনজিং নৰকে** :—১৯১৪ চনত নেপালৰ থামি নামৰ এখন গাৱঁৰ এটা দুখীয়া আৰু সাধাৰণ পৰিয়ালত জন্মগ্ৰহণ কৰা টেনজিং নৰকে স্বাভাৱিক মনোবল আৰু শাৰীৰিক শক্তিৰ দ্বাৰা পৃথিৱীৰ সৰ্বোচ্চ শৃঙ্গ মাউণ্ট এভাৰেষ্ট ( ৮,৮৪৮ মিটাৰ উচ্চতা )ত আৰোহণ কৰি অসম্ভৱক সম্ভৱ কৰি তুলি জগতবাসীক চমক খুৱাইছিল। ১৯৩৩ চনত এওঁ ভাৰতীয় নাগৰিকত্ব অধিকাৰ গ্ৰহণ কৰে। এওঁক "বৰফৰ বাঘ" নামেৰে জনা যায়। ১৯৫৩ চনৰ ২৯ মাৰ্চ তাৰিখে পৃথিৱীৰ সৰ্বোচ্চ শৃঙ্গত পদাৰ্পণ কৰি ভাৰতীয় পতাকাৰ লগতে ৰাষ্ট্ৰসংঘ, নেপাল আদিকে ধৰি মুঠ পাঁচখন পতাকা শৃঙ্গত সগৌৰৱে পুতিলে। ১৯৫৯ চনত এওঁক ভাৰতভূষণ উপাধি চৰকাৰে প্ৰদান কৰাৰ উপৰিও এওঁ জৰ্জ মেডেলও লাভ কৰিছিল। নেপাল চৰকাৰে "নেপাল তাৰা" উপাধিৰে এওঁক ভূষিত কৰিছিল। ১৯৫৪ চনত দাৰ্জিলিংত ভাৰত চৰকাৰে প্ৰতিষ্ঠা কৰা "হিমালয়ান মাউণ্ট. ট্ৰেইনিং ইনষ্টিটিউটৰ ডিৰেক্টৰ পদত প্ৰথম নিযুক্তি হয়। দাৰ্জিলিংতে এওঁ এটা সাধাৰণ ঘৰত এটি সৰু পৰিয়ালৰ সৈতে বসবাস কৰিছিল। ১৯৮৬ চনত এওঁৰ মৃত্যু হয়।

১২৩। **চেমুৱেল বেকেট** :—নোবেল বঁটা বিজয়ী সাহিত্যিক চেমুৱেল বেকেটৰ জন্ম হৈছিল ১৯০৬ চনৰ ১৩ এপ্ৰিলত আয়াৰলেণ্ডৰ 'ফক্সৰকট'ত। ১৯২৭ চনত ডাব্লিনৰ ট্ৰিনিটি কলেজৰ পৰা স্নাতক হয় আৰু পেৰিচত ভাষা শিকায়। ১৯৩০ চনৰপৰা এওঁ সাহিত্য চৰ্চা কৰে। এওঁ কেইবাখনো কবিতাপুথি, উপন্যাস আৰু নাটক ৰচনা কৰিছিল। কবিতাপুথিৰ ভিতৰত—১। হৰোস্কোপ ২। ইক'জ বোনাচ। এওঁৰ প্ৰথম উপন্যাস হ'ল 'মাৰ্ফি'। অন্যান্য উপন্যাস হ'ল মাচিত্ৰকেমী, কমেণ্ট চ'য়ে, ইমাজিনেশ্বন মৰ্টে ইমাজিনেজ। নাটক হ'ল—১। ফাইন দি পাৰ্টি ২। চৌভি দে এক্টচেন=পেৰল ১ ৩। ক্ৰেপচ লাষ্ট টেপ ৪। ওৱেটিং ফৰ গডো। 'ওৱেটিং ফৰ গডো'খন এওঁৰ সৰ্বশ্ৰেষ্ঠ নাটক। আমেৰিকান একাডেমি অৱ আৰ্টচ এণ্ড চায়েন্সৰ এওঁ সদস্য আছিল ১৯৬৮ চনৰপৰা। এওঁৰ সাহিত্যকৃতিৰ বাবে ১৯৬৯ চনত সাহিত্যত নোবেল বঁটা লাভ কৰে। ১৯৮৯ চনত এওঁ শেষ নিশ্বাস এৰে।

১২৪। **চি. টি. আৰ. উইলচন** :—১৮৬৯ চনত ইংলেণ্ডত এওঁৰ জন্ম

হৈছিল। এওঁ এজন পৰমাণু বিজ্ঞানী। "মেঘ প্ৰকোষ্ঠ" নামৰ পাৰমাণৱিক কণিকা ধৰা পেলোৱা যন্ত্ৰ আৱিষ্কাৰ কৰিছিল। ১৯৫৯ চনত এওঁৰ মৃত্যু হয়।

১৯৫। **ছাহজাহান** :—এই গৰাকী সম্ৰাটে ১৬২৮ চনৰপৰা প্ৰকৃত ৰাজত্ব কৰে। এওঁ ৩০ বছৰ ৰাজত্ব কৰিছিল। এওঁৰ মৰমৰ পত্নী মমতাজ মহলক ১৬৩১ চনত হেৰুৱাবলগীয়া হোৱাত পত্নীৰ স্মৃতি চিৰস্মৰণীয় কৰি ৰাখিবৰ বাবে আগ্ৰাৰ যমুনা নৈৰ পাৰত পৃথিৱীবিখ্যাত তাজমহল সজাইছিল। এই তাজমহল ১৬৩২ চনত সঁজা আৰম্ভ কৰে আৰু প্ৰতিদিনে ২০ হাজাৰতকৈ অধিক বন্থৱাই প্ৰায় ৩০ বছৰ কাম কৰি সম্পূৰ্ণ কৰে। মোগল সম্ৰাটসকলৰ ভিতৰত ছাহজাহানেই অতি ঐশ্বৰ্য্যশালী সম্ৰাট আছিল। দেৱান-ই-খাচ, দেৱান-ই-আম, জামাই মচজিদ, ময়ুৰ সিংহাসন আদি নিৰ্মাণ কৰি শিল্প আৰু স্থাপত্য কলা নিদৰ্শন এওঁ দাঙি ধৰিছিল।

১৯৬। **ছিফাট-জাৰোস্লোভ** :—১৯৮৪ চনত সাহিত্যত নোবেল বঁটা লাভ কৰা এই গৰাকী সাহিত্যিকৰ জন্ম হৈছিল ১৯০১ চনৰ ২৩ চেপ্তেম্বৰ তাৰিখে প্ৰাগ্ চহৰত। এওঁ এগৰাকী সাংবাদিকো আছিল। এওঁৰ দেশ জাৰ্মানে আক্ৰমণ কৰাৰ সময়ত এওঁ দেশপ্ৰেমমূলক কবিতা লিখি জনপ্ৰিয় হৈ পৰিছিল। এওঁৰ বিখ্যাত গ্ৰন্থসমূহ হ'ল—ভেনাছ হেণ্ডছ, মাদাৰ, কৰ্ণচাট এট দি আইলেণ্ড, মোজাৰ্ট ইন প্ৰাগ্, বিউটি অৱ দি ৱৰ্ল্ড, আমেৱেলা ফ্ৰম পিকাদেলি আদি।

১৯৭। **ছিগৰিড আণ্ডছেট** :—১৯২৮ চনত নোবেল বঁটা লাভ কৰা সাহিত্যিক ছিগৰিড আণ্ডছেটৰ জন্ম হৈছিল ১৮৮২ চনৰ ২৩ মে তাৰিখে ডেনমাৰ্কৰ কালুণ্ডবৰ্গত। নৰৱে লোকসাহিত্য আৰু তেওঁলোকৰ জীৱন ধাৰণৰ বিষয়ে এওঁৰ যথেষ্ট জ্ঞান আছিল। এওঁৰ প্ৰকাশিত বিখ্যাত গ্ৰন্থসমূহ হ'ল—১। মিচেচ মাৰথা অ'উলী (১৯০৭) ২। দি হেপি এজ ৩। ফেটচ অৱ দি পুৱৰ ৪। দি মাষ্টাৰ হেষ্টভিকেন ৫। দি ৱাইল্ড অৰ্কিড ৬। দি বাৰ্ণিং বুচ ৭। দি ফেইথফুল ৱাইফ ৮। ইমেজচ ইন এ মিৰৰ ৯। দি ৱাইজ ভাৰভিনচ আদি। ১৯৪৯ চনত নৰৱে বজাৰ্ছ এওঁক "গ্ৰাণ্ড ক্ৰচ অব দি অৰ্ডাৰ অৱ চেন্ট অ'লাভ" খিতাপেৰে সন্মান যাচে। ১৯৪৯ চনৰ জনত নৰৱেত এই বিখ্যাত উপন্যাস গৰাকীয়ে শেষ নিশ্বাস ত্যাগ কৰে।

১৯৮। **ছেজৰা অ'ষ্ট্ৰিলিয়ানা লন্ডিছা লেগাৰ লক** :—পোন প্ৰথম বাৰৰ

বাবে সাহিত্যত নোবেল বঁটা পোৱা এই গৰাকী মহিলা সাহিত্যিকৰ জন্ম হৈছিল চুইডেনৰ মেয়াৰ বেকাত ১৮৫৮ চনৰ ২০ নবেম্বৰত। এওঁ ল'ৰালি কালৰ শিক্ষা ঘৰতে আহৰণ কৰিছিল। এওঁ কিম্বদন্তী সাধু আৰু উপন্যাসেই সাধাৰণতে লিখিছিল। এওঁৰ উল্লেখযোগ্য পুথিসমূহ হ'ল—১। গ'ষ্টা বাৰ্লিঙচ ছাগা (উপন্যাস) ২ ইনভিজিবল লিংক (গল্প) ৩। এন্টিক্ৰিষ্টচ মিৰাকলাৰ (উপন্যাস) ৪। টেলছ অব মেনৰ আদি। ১৯০৪ চনত চুইডিচ একাডেমিয়ে সোণৰ পদকেৰে সন্মানিত কৰিছিল। ১৯১৪ চনত উপছালা বিশ্ববিদ্যালয়ে এওঁক ডক্টৰেট উপাধি প্ৰদান কৰে। ১৯০৯ চনত এই গৰাকী মহিলা সাহিত্যিকে প্ৰথম নোবেল বঁটা লাভ কৰে। ১৯৪০ চনৰ ১৬ মাৰ্চ তাৰিখে চুইডেনৰ মেয়াৰ বেকাত এওঁৰ মৃত্যু হয়।

১৯৯। ছিন ছেংমক :—দক্ষিণ কোৰিয়াৰ এই গৰাকী পৰ্বত আৰোহণ-কাৰীয়ে কেৱল ভুথন হাতৰ সহায়ত ১৯৫০ মিটাৰ নিজ দেশৰ সৰ্বোচ্চ উচ্চ শৃঙ্গ আৰোহণ কৰি বিশ্বত ৰেকৰ্ড প্ৰতিষ্ঠা কৰা প্ৰথম ব্যক্তি। ১৯৮৭ চনৰ ২০ নৱেম্বৰ তাৰিখে এওঁ নিজৰ হাত ভুথনেৰে দক্ষিণ কোৰিয়াৰ মাউন্ট হালা নামৰ সৰ্বোচ্চ শৃঙ্গটোত আৰোহণ কৰি শীৰ্ষ বিন্দুত উপস্থিত হৈ এক অভিলেখ স্থাপন কৰে।

২০০। জগদীশচন্দ্ৰ বসু :—পূব বঙ্গৰ মৈমনসিংত ১৮৫৮ চনৰ ৩০ নৱেম্বৰত এওঁৰ জন্ম হয়। অনাতাৰ যন্ত্ৰ আৱিষ্কাৰত এওঁ বিশেষ অৰিহণা যোগায়। উদ্ভিদৰো যে প্ৰাণীদেহৰ দৰে শ্ৰান্তি আছে, মৃত্যু, সংকোচন ক্ৰিয়া আছে, শ্বাস ক্ৰিয়া আছে এই কথা এওঁ প্ৰমাণ কৰিছিল। ১৯২০ চনত এওঁ ৰয়েল চোচাইটিৰ সভ্য হয়। প্ৰেছিডেন্সি কলেজৰ এওঁ কৃতি শিক্ষক আছিল। এওঁ মুঠ ১৯ খন গ্ৰন্থ ৰচনা কৰিছিল। বিদ্যুৎ চুম্বকীয় তৰঙ্গ ধৰিব পৰা এটা গ্ৰাহক যন্ত্ৰ এওঁ আৱিষ্কাৰ কৰিছিল। ক্ৰেস্কোগ্ৰাফ যন্ত্ৰৰ এওঁ আৱিষ্কাৰক। এওঁ ভাৰতীয় তৃতীয় এফ্. আৰ. এচ্.। ১৯৩৭ চনত এই গৰাকী বিজ্ঞানীৰ মৃত্যু হয়।

২০১। জৱাহৰলাল নেহৰু :—১৮৮৯ চনত ১৪ নৱেম্বৰ তাৰিখে ভাৰত-ৰত্ন জৱাহৰলাল নেহৰুৰ এলাহাবাদত জন্ম হৈছিল। এওঁলোকৰ পূৰ্বপুৰুষ সকল কাশ্মীৰত বাস কৰিছিল। এওঁৰ দেউতাকৰ নাম আছিল মতিলাল নেহৰু। ফাৰ্ডিনান্দ টী ব্ৰুক্স নামৰ এজন ইউৰোপীয় ভদ্ৰলোকৰ তত্বাৱধানত নেহৰুক সৰুতে ঘৰতে শিক্ষা দিছিল। ১৯০৫ চনত মে মাহত শিক্ষাৰ কাৰণে বিলাতলৈ যাত্ৰা কৰে। ১৯১৩ চনত বেৰিষ্টাৰ হিচাবে লক্ষ্ণৌৰ হাইকোৰ্টত যোগদান কৰে।

কৰে। ১৯১৬ চনত মহাত্মা গান্ধীৰ লৈতে প্ৰথম সাক্ষাৎ হয় আৰু তেতিয়াৰ পৰাই ভাৰতবৰ্ষৰ স্বাধীনতা আন্দোলনত সক্ৰিয় অংশগ্ৰহণ কৰে। ১৯২১ চনত প্ৰথম ফাটেক খাটিব লগা হয়। মুঠতে এওঁ ১৪ বছৰ জেল খাটিবলগীয়া হৈছিল। ১৯৪৬-৪৭ চনত অন্তৰ্বৰ্তী চৰকাৰৰ উপ-ৰাষ্ট্ৰপতি আৰু ১৯৪৭ চনত স্বাধীন ভাৰতৰ প্ৰথম প্ৰধানমন্ত্ৰী নিৰ্বাচিত হয়। নেহৰু সুবক্তা আৰু সুলেখক আছিল। এওঁৰ সময় নিষ্ঠা আৰু নিয়মানুবৰ্তিতা সকলোৰে বাবে আদৰ্শনীয় আছিল। এওঁৰ প্ৰধান ইংৰাজী গ্ৰন্থ কেইখন হ'ল—১। আত্মজীৱনী ২। ভাৰত আৱিষ্কাৰ ৩। বিশ্ব ইতিহাসৰ ঝিলিঙনি (Glimpses of world history)। বহুমুখী প্ৰতিভা সম্পন্ন এই মহান ব্যক্তি গৰাকীৰ ৭৪ বছৰ ৬ মাহ ১০ দিনত ১৯৬৪ খৃষ্টাব্দত দেহৰ অৱসান ঘটে।

২০২। **জৰ্জ বাৰ্ণাৰ্ড শ্ব :**—এই বিশ্ববিখ্যাত সাহিত্যিকজনৰ ১৯৫৬ চনত ২৬ জুলাই তাৰিখে ডাবলিন চহৰত জন্ম হয়। এওঁ কুৰি শতিকাৰ এজন প্ৰখ্যাত ইংৰাজ নাট্যকাৰ। এওঁৰ সমালোচক হিচাবেও জগতত সুখ্যাতি আছে। এওঁৰ বিখ্যাত নাটক হ'ল চিজাৰ এণ্ড ক্লিওপেট্ৰা, মেন এণ্ড চুপাৰ মেন, মাচেচ বাৰনাৰ প্ৰফেচিয়ন, মেজৰ বাৰবাৰা আদি। ১৯২৫ চনত এওঁ সাহিত্যত নোবেল বঁটা লাভ কৰিছিল। ১৯৫০ চনৰ ২ নৱেম্বৰ তাৰিখে বিশ্ববিখ্যাত এই সাহিত্যিক গৰাকীয়ে শেষ নিশ্বাস ত্যাগ কৰে।

২০৩। **জন হেনৰিক পেষ্টালজি :**—এই বিশ্ববৰেণ্য শিক্ষাবিদ গৰাকীৰ জন্ম হয় ১৭৪৬ চনত চুইজাৰলেণ্ডৰ জুৰিচ চহৰত। এওঁৰ মতে, সমাজৰ ৰীতি-নীতি, আচাৰ-ব্যৱহাৰ শোধন কৰিবলৈ হ'লে উপায় হ'ল—শিক্ষা। এওঁৰ মূল গ্ৰন্থসমূহ হ'ল—১। ইভিনিং আৱাৰ অৱ এ হাৰমিট, ২। লিওনাৰ্ড এণ্ড গাৰট্ৰোড, ৩। দি চুবান চাং, ৪। মাই এক্সপিৰিয়েন্স। শিক্ষাৰ ক্ষেত্ৰত এওঁ কায়িক পৰিশ্ৰম আৰু বৌদ্ধিক পৰিশ্ৰম দুয়োটাৰ ওপৰতে সমানে গুৰুত্ব দিছিল।

২০৪। **জন ডিউয়ে :**—বৰ্তমান যুগৰ এই বিখ্যাত দাৰ্শনিক গৰাকীৰ জন্ম হৈছিল ১৮৫৯ চনত আমেৰিকাৰ ওৱাটাৰমোণ্ট ৰাজ্যৰ বাৰ্লিংটন নগৰত। আমেৰিকাত নতুন দৰ্শনৰ সৃষ্টিৰ মূল মানুহ জন ডিউ। ডিউৰ মতে চৰম সত্য বুলি কোনো সত্য নাই। আধ্যাত্মিক উন্নতিয়ে মানুহৰ চৰম উৎকৰ্ষতা আনিব নোৱাৰে। মানুহে নিজেই সত্য সৃষ্টি কৰে। এওঁ শিক্ষা দৰ্শনৰ ওপৰত ২ খন

কিতাপ লিখিছিল। এওঁ এজন প্ৰয়োগবাদী শিক্ষাবিদ। আমেৰিকাৰ কেইবাখনো বিশ্ব বিদ্যালয়ত এওঁ শিক্ষকতা কৰিছিল আৰু ইউৰোপ, এচিয়াৰ বহু বিদ্যালয়ত শিক্ষা সম্পৰ্কীয় বক্তৃতা দান কৰিছিল। ১৯৫২ চনত এই মহান শিক্ষাবিদ দাৰ্শ নিক গৰাকীৰ দেহৰ অৱসান ঘটে।

২০৫। **জন ডেল্টন** :—১৭৬৬ চনৰ চেপ্তেম্বৰ মাহত ইংলেণ্ডৰ ঈগল ছফিল্ড নামেৰে এখন সৰু ঠাইত অভাৱগ্ৰস্ত পৰিয়াল এটাত বস্তৰ বৈজ্ঞানিক ডেল্টনৰ জন্ম হৈছিল। বাৰ বছৰ বয়সতে এওঁ জীৱিকাৰ বাবে এখন স্কুল খুলিছিল এটা পুৰণি ভঁৰাল ঘৰত। বিয়া নকৰোৱা সম্পৰ্কত এওঁ কৈছিল "বিয়াৰ নিচিনা এটা বিলাসিতাৰ বাবে মোৰ সময় নাই।" প্ৰকৃততে তেওঁ এজন অক্লান্ত পৰিশ্ৰমী আছিল। ভৌতিক বিজ্ঞানৰ ক্ৰমবিকাশত গুৰুত্বপূৰ্ণ কিতাপ "ৰাসায়নিক দৰ্শনৰ নতুন পদ্ধতি" ১৮০৭ চনত লিখি উলিয়ায়। এই কিতাপত পৰমাণুবাদৰ সকলো কথা আছিল। জীৱিত কালতেই তেওঁ বহু অনুষ্ঠানৰ পৰা বিপুল সমাদৰ আৰু সন্মান লাভ কৰিছিল। ১৮৪৪ চনত তেওঁ শেষ নিশ্বাস পেলায় আৰু তেওঁৰ শ-যাত্ৰাত প্ৰায় ৪০ হেজাৰ লোকে যোগদান কৰি শেষ শ্ৰদ্ধাঞ্জলি জনায়।

২০৬। **জৰ্জ চাইমন অ'ম** :—১৭৮৭ চনত জাৰ্মেনীৰ আৰ্লেঙ্গেন নামৰ চহৰত এজন তলা মিস্ত্ৰিৰ ঘৰত জন্ম হৈছিল। ১৮১১ চনত আৰ্লেঙ্গেন বিশ্ব-বিদ্যালয়ৰ পৰা ডক্টৰেট উপাধি লাভ কৰে। বৈদ্যুতিক বিভৱ আৰু বিদ্যুৎ প্ৰবাহৰ মাজত থকা সম্পৰ্কটো এওঁৱেই আৱিষ্কাৰ কৰে। এওঁৰ এই সূত্ৰক "অ'মৰ সূত্ৰ" নামেৰে জনা যায়। এওঁৰ সন্মানাৰ্থে বৈদ্যুতিক ৰোধৰ এককটোৰ নাম ৰখা হৈছে "অ'ম"। ১৮৬৭ চনত এওঁৰ মৃত্যু হয়। এওঁ চিৰকুমাৰ আছিল।

২০৭। **জৰ্জ বুল** :—১৮১৫ চনত ইংলেণ্ডত এওঁৰ জন্ম হয়। এওঁ গণিতজ্ঞ আৰু ন্যায়শাস্ত্ৰবিদ। বিখ্যাত "বুলিয়ান গণিত"ৰ এওঁ প্ৰতিষ্ঠাতা। ১৮৬৪ চনত এই বিখ্যাত গণিতজ্ঞ গৰাকীৰ মৃত্যু হয়।

২০৮। **জন বেয়াৰ্ড** :—১৮৮৮ চনত ইংলেণ্ডত জন্মগ্ৰহণ কৰা এই গৰাকী বিজ্ঞানী টেলিভিচন আৱিষ্কাৰ কৰা সকলৰ অন্যতম। পদাৰ্থ বিজ্ঞানৰ "ইলেক-ট্ৰনিক্স"ত এওঁৰ যথেষ্ট অৱদান আছে। ১৯৪৬ চনত এই বিজ্ঞানী গৰাকীয়ে শেষ নিশ্বাস ত্যাগ কৰে।

২০৯। **জন ফিট্জাৰেল্ড কেনেডি** :—১৯১৭ চনৰ ২৯ মে তাৰিখে বষ্টন চহৰৰ ব্ৰুকলীনত এওঁ জন্মগ্ৰহণ কৰিছিল। আব্ৰাহাম লিঙ্কনৰ পাচত ৩৫ জন

আমেৰিকাৰ এই ৰাষ্ট্ৰপতি গৰাকী সৰ্বাধিক জনপ্ৰিয় ৰাষ্ট্ৰপতি আছিল। বিশ্বৰ শান্তিৰ ক্ষেত্ৰত এওঁৰ যথেষ্ট অৱদান আছে। এওঁ ল'ৰালি কালৰ পৰা অতি তীক্ষ্ণ বুধিয়ক আৰু মেধাবী আছিল। ১৯৬০ চনত আমেৰিকাৰ ৰাষ্ট্ৰপতি হিচাবে নিৰ্বাচিত হয়। তেতিয়া এওঁৰ বয়স মাত্ৰ ৪০ বছৰ। উল্লেখযোগ্য যে—এই জনপ্ৰিয় নেতাজন ৰাষ্ট্ৰপতিৰ আসন গ্ৰহণ কৰাৰ প্ৰথম বছৰতে মুঠ ৮৬০ বাৰ প্ৰাণনাশৰ ভাবুকীৰ সন্মুখীন হ'বলগীয়া হৈছিল। এওঁ বিশ্ববাসীক এক ভয়াবহ বিশ্বযুদ্ধৰ পৰা ১৯৬২ চনৰ ৩০ অক্টোবৰ তাৰিখে ৰক্ষা কৰিছিল। এওঁ ৰাষ্ট্ৰপতি হৈ থকা সময়ৰ এক উল্লেখযোগ্য কাম হ'ল—নিগ্ৰোসকলৰ বাবেও সমান অধিকাৰ মান্যতা দান কৰা "চিভিল ৰাইট্‌চ বিল"। আটাইতকৈ কম বয়সত ৰাষ্ট্ৰপতি হোৱা এই "জন কেনেডি"ক ১৯৬৩ চনৰ ২২ নৱেম্বৰ দিনা ডালচ বিমান বন্দৰৰ ওচৰত আততায়ীয়ে গুলিয়াই হত্যা কৰি বিশ্ববাসীক শোকাকুল কৰি তুলিছিল।

২১০। **জ'নাচ চক্**—১৯১৪ চনত নিউইয়ৰ্কত জন্মগ্ৰহণ কৰিছিল। পলিঅ' ৰোগৰ ভাইৰাচৰ প্ৰতিৰেধক এওঁ আৱিষ্কাৰ কৰিছিল, এই মহৎ আৱিষ্কাৰে মানৱ জাতিক "পলিঅ" এই মাৰাত্মক ৰোগৰ পৰা ৰক্ষা কৰে। ১৯৫৩ চনত জ'নাচ চকে এই প্ৰতিৰেধক আৱিষ্কাৰ কৰি বিশ্বত খ্যাতি অৰ্জন কৰে। এওঁ আৱিষ্কাৰ কৰা প্ৰতিৰেধকৰ পৰীক্ষা নিজৰ ওপৰত, ঘৈণীয়েক আৰু নিজৰ ল'ৰা-ছোৱালীৰ দেহৰ ওপৰত কৰিছিল। ১৯৬১ চনত এই ৰোগৰ প্ৰতিৰেধক হিচাবে মুখেৰে খোৱা ঔষধ আৱিষ্কাৰ কৰে—ৰুচনীয়াৰ বীজাণুবিদ এলবাৰ্ট চেবিনে।

২১১। **জগলুল পাশ্বা** :—নীল নদৰ অজেয় বীৰ জগলুল পাশ্বাৰ জন্ম হৈছিল ১৮৬০ চনত এটা দুখীয়া কৃষক পৰিয়ালত। এওঁ সৰুৰে পৰাই সাহসী আৰু চোকা আছিল। এওঁ বিপ্লৱী বীৰ গৰাকীয়ে "ওৱাফফ্" নামৰ এটা সংগ্ৰামী সংগঠন কৰি ইংৰাজ সকলৰ বিৰুদ্ধে যুঁজি জয়লাভ কৰিছিল আৰু জগলুল পাশ্বা নিৰ্বাচনত জয়ী হৈ ইজিপ্তৰ প্ৰধানমন্ত্ৰী হৈছিল। জগলুলে ইজিপ্তক স্বাধীন কৰিব নোৱাৰিলেও স্বাধীনতা সংগ্ৰামৰ ভেটি কটকটীয়াকৈ স্থাপন কৰি সকলোৰে প্ৰিয় পাত্ৰ হৈ পৰিছিল। বিশ্ববাসীৰ শ্ৰদ্ধাৰ পাত্ৰ চিৰ সংগ্ৰামী স্বাধীনতা প্ৰেমী, অসীম সাহসী এই গৰাকী বীৰৰ দেহৰ অৱসান ঘটে ৬৭ বছৰ বয়সত ১৯২৭ চনত।

২১২। **জর্জ ওৱাচিংটন**:—স্বাধীন আমেৰিকাৰ প্ৰতিষ্ঠাতা ওৱাচিংটনৰ জন্ম হৈছিল ১৭৩২ চনত ভাৰ্জিনিয়াত। ১৭৫২ চনত ভাৰ্জেনিয়াৰ এখন সামৰিক জিলাৰ এডজুটেণ্ট পদত এওঁ নিযুক্তি পায়। কবাচী যুদ্ধত এওঁ জয়লাভ কৰাৰ পুৰস্কাৰ হিচাপে ১৭৫৫ চনত আমেৰিকাৰ চৰকাৰে এওঁক কৰ্ণেল পদলৈ পদোন্নতি কৰে। ১৭৭৪ চনত আমেৰিকাৰ ফিলাডেলফিয়াত অনুষ্ঠিত হোৱা এক প্ৰতিনিধিমূলক অধিবেশনত এওঁক সৰ্ব সম্মতিক্ৰমে সভাপতি নিৰ্বাচিত কৰে। এওঁৰ ৰাজনৈতিক বিচক্ষণতা, দূৰদৰ্শিতা, নীতিপৰায়ণ আৰু আদৰ্শবাদীৰ বাবেই এওঁ দুবাৰকৈ আমেৰিকাৰ ৰাষ্ট্ৰপতি হিচাবে নিৰ্বাচিত হৈছিল। ওৱাচিংটনৰ দৰে ৰাজনীতিত নিষ্কলঙ্ক নেতা বিশ্বত বিৰল বুলি ক'লেও নিশ্চয় বঢ়াই কোৱা নহ'ব। এই মহান্ ব্যক্তি গৰাকীয়ে শেষ নিশ্বাস ত্যাগ কৰে ১৭৯৯ চনৰ ডিচেম্বৰ মাহত।

২১৩। **জৰ্জ ষ্টেফেনচন**:—বিশ্বৰ অন্যতম প্ৰধান পৰিবহন ৰেইলৱে আৱিষ্কাৰক এই গৰাকী বিজ্ঞানীৰ জন্ম হৈছিল ইংলেণ্ডত ১৭৩১ চনত। ১৮১৫ চনত ষ্টেফেনচনে ৬০০ যাত্ৰী কঢ়িয়াই ঘণ্টাত ২৫ কিলোমিটাৰ বেগেৰে যাব পৰা যাত্ৰীবাহী ট্ৰেইনখন নিৰ্মাণ কৰি উলিয়াই কৃতকাৰ্য্য হৈছিল। ১৯৩০ চনত লিভাৰপুলৰ পৰা মানচেষ্টাৰলৈ ৰেল লাইন নিৰ্মাণ কৰিছিল। এওঁ ৰেলৰ ইঞ্জিন নিৰ্মাণ কৰাৰ লগতে ৰেলৰ লাইনো ইংলেণ্ডত যথেষ্ট পৰিমাণে নিৰ্মাণ কৰুৱাইছিল।

২১৪। **জন ফ্ৰেডেৰিক হাৰ্বাৰ্ট**:—মনোবিজ্ঞানৰ জন্মদাতা বুলি জনাজাত আধুনিক শিক্ষাৰ প্ৰায়োগিক দিশৰ বিশ্বব্যাপি আলোড়ন সৃষ্টিকাৰী পাঁচ খলপীয়া পদ্ধতি উদ্ভাৱক জন ফ্ৰেডেৰিক হাৰ্বাৰ্টৰ জন্ম হৈছিল জাৰ্মানীৰ অ'ল্ডেনবাৰ্গ নামৰ ঠাইত। সৰুৰ পৰাই অতি বুদ্ধিমান আছিল। এওঁ ৰচনা কৰা শিক্ষা বিষয়ক পুথি কেইখন হ'ল—১। চায়েন্স অৱ পেডাল'জী। ২। আউট লাইন্স অৱ পেডালজীকেল থিয়ৰি। ৩। চায়েন্স অৱ এডুকেশন। এওঁৱেই মানুহৰ মনত তিনিটা ভাগ—১। বুদ্ধিমত্তা, ২। অনুভৱ শক্তি, ৩। ইচ্ছা শক্তিৰ কথা আৱিষ্কাৰ কৰে।

২১৫। **জন নেপিয়াৰ**:—১৫৫০ চনত ইজিনবাৰ্গ চহৰৰ ওচৰৰ মাৰচিচটন কাষ্টল নামেৰে ঠাইত এওঁ জন্মগ্ৰহণ কৰিছিল। গাণনিক দিশত "লগৰিথম" (Logarithm) পদ্ধতি আৱিষ্কাৰ কৰি এওঁ জগতত খ্যাতি অৰ্জন কৰে। এওঁ

হুখন গ্ৰাচৰ সহায়ত স্থুই দশাব পৰা ২খন গ্ৰাচ উদ্ভাৱন কৰিছিল। এই গণিতজ্ঞ গৰাকীয়েই "নেপিয়াৰ বড" আৱিষ্কাৰ কৰিছিল। এওঁৰ বচিত Description of Marvelous Canon of Logarithm ১৬১৪ চনত প্ৰকাশ হয়। আৰু আনখন গ্ৰন্থ এওঁৰ মৃত্যুৰ পাচত ১৬২০ চনত Construction of the Marvelons Canon of Logarithm প্ৰকাশ পায়। ১৬১৭ চনৰ ৪ এপ্ৰিল তাৰিখে এই বিজ্ঞানী গৰাকীৰ জীৱনৰ অৱসান ঘটে।

২১৬। **জন চেবাচষ্টিয়ান বচ** :—পশ্চিমীয়া সঙ্গীতৰ বিখ্যাত সঙ্গীতজ্ঞ বচৰ জন্ম হৈছিল ১৬৮৫ চনৰ ২১ মাৰ্চ তাৰিখে জাৰ্মেনীৰ এক সঙ্গীত চৰ্চা কৰা পৰিয়ালত। দেউতাকৰ পৰা সৰুতে সঙ্গীত শিক্ষা গ্ৰহণ কৰিছিল। এওঁৰ ৩০০ বছৰ জন্মদিবস সমগ্ৰ বিশ্বতে পালন কৰা হৈছে। সঙ্গীত সম্পৰ্কীয় এওঁ ২০০টা ৰচনা কৰিছিল। জীৱনৰ শেষ কালছোৱাত এওঁ অন্ধ হয় আৰু ৬৫ বছৰ বয়সত পশ্চিমীয়া সঙ্গীতৰ সৰ্বশ্ৰেষ্ঠ ৰচক গৰাকীৰ মৃত্যু হয়।

২১৭। **জহান্নচ ভিলহেম জেনছেন্** :—ডেনমাৰ্কৰ এই বিখ্যাত লিখক গৰাকীৰ জন্ম হৈছিল ১৮৭৩ চনত ডেনমাৰ্কৰ ফাৰছৰেদিনত। এওঁৰ প্ৰথমখন গ্ৰন্থ হ'ল "টেলছ ফ্ৰম দা হিমাৰলেণ্ড"। স্পেন আৰু আমেৰিকাৰ যুদ্ধৰ পটভূমিত ৰচনা কৰা "বুলফাইট" নামৰ গ্ৰন্থখনৰ বাবে এওঁ বিখ্যাত হৈ পৰে। 'দি লং জাৰ্নি' এওঁৰ অন্য এখন বিখ্যাত গ্ৰন্থ। এওঁৰ অন্যান্য গ্ৰন্থ কেইখন হ'ল—ইভলিউচন অৱ মৰেল, মেটামৰফচিচ্ অৱ এনিমেল, আৱাৰ অৰিজিন, পোৱেমছ। এওঁ বিখ্যাত কবি আৰু সাংবাদিকো আছিল। ১৮৯৮ চনত পলিটিকেল নামৰ কাকত এখনৰ সংবাদদাতাৰ উপৰিও ১৯০৬ চনত দৈনিক কাকত এখনৰ সম্পাদনা কৰিছিল। এওঁৰ অসাধাৰণ কাব্য প্ৰতিভাৰ বাবে ১৯৪৪ চনত নোবেল বঁটা লাভ কৰে। ১৯৫০ চনৰ ২৫ নৱেম্বৰত শেষ নিশ্বাস এৰে।

২১৮। **জন গেলছৱৰ্থি** :—বিখ্যাত নাট্যকাৰ আৰু বিশিষ্ট ঔপন্যাসিক জন গেলছৱৰ্থি ১৮৬৭ চনৰ ১৪ আগষ্টত জন্মগ্ৰহণ কৰিছিল। অক্সফোৰ্ডত শিক্ষা গ্ৰহণ কৰি সাগৰীয় আইন অধ্যয়ন কৰিছিল। আৰু সমগ্ৰ বিশ্ব ভ্ৰমণ কৰাৰ সুবিধা গ্ৰহণ কৰি সৃষ্টিমূলক সাহিত্য ৰচনা কৰিছিল। এওঁৰ বিখ্যাত গ্ৰন্থসমূহ হ'ল— ১। ফৰ্ম দি ফোৰ উইণ্ড ২। আইলেণ্ড ফেৰিছিচ ৩। দি ফৰছাইট ছাগা। ১৯১৭ চনত এওঁলৈ আগবঢ়োৱা নাইট· উপাধি গ্ৰহণ কৰিবলৈ অস্বীকাৰ কৰিছিল। "জন ছিনজন" ছদ্মনামেৰে এওঁ সাহিত্য জীৱন আৰম্ভ

কৰিছিল। সাহিত্যত নোবেল বঁটা বিজয়ী এই গৰাকী সাহিত্যিকে ১৯৩৩ চনৰ ৩১ জানুৱাৰীত শেষ নিশ্বাস ত্যাগ কৰে।

২১৯। **জন ডেভিডচন ৰকফেলাৰ :—**বিশ্বৰ অন্যতম ধনী ব্যক্তি জন ডেভিডচন ৰকফেলাৰৰ জন্ম হৈছিল নিউইয়ৰ্ক চহৰৰপৰা ১২৫ মাইল আঁতৰত থকা ৰিচফৰ্ড নামে ঠাইত ১৮৩৯ চনৰ ৮ জুলাই তাৰিখে। ১৬ বছৰ বয়সতে মমবাতি তৈয়াৰ কৰা কাৰখানা এটাত কেৰাণী পদত সোমাই পিচত দেউতাকৰপৰা ১০০০ ডলাৰ ধাৰলৈ লৈ এখন ফাৰ্ম খুলি ব্যৱসায় কৰাৰ পাচতেই এওঁ প্ৰতিষ্ঠা আৰু পৰিচালিত কৰা "ষ্টেণ্ডাৰ্ড অয়েলৰ" বিশ্বৰ এক উল্লেখযোগ্য প্ৰতিষ্ঠান হিচাবে স্বীকৃতি পালে যিটোৰ পৰা এওঁ বহু অৰ্থ উপাৰ্জন কৰিবলৈ সক্ষম হ'ল; আৰু বিশ্বৰ এজন অৰ্থবান ব্যক্তি হিচাবে সন্মানীত হ'ল। ১৯২৮ চনত ৬০০ কোটি টকা দান দিয়াৰ পাচত বাহী টকাৰ সুতেৰে এওঁ বিশ্বৰ মেধাবী ছাত্ৰ-ছাত্ৰীৰ কাৰণে বহু টকা দি থৈ গৈছে। ২৩ নিযুত ডলাৰ বৰঙণি কেৱল চিকাগো বিশ্ববিদ্যালয়ৰ উন্নতিৰ বাবে আগবঢ়াইছিল। "ৰক ফেলাৰ ইনষ্টিটিউট অৱ মেডিকেল চায়েন্স" প্ৰতিষ্ঠা কৰিছিল। ১৯৩৭ চনৰ ২৩ মে তাৰিখে ৯৮ বছৰ বয়সত অক্লান্ত পৰিশ্ৰমী দানবীৰ এই ব্যক্তি গৰাকীয়ে শেষ নিশ্বাস ত্যাগ কৰে।

২২০। **জয়প্ৰকাশ নাৰায়ণ :—**জয়প্ৰকাশ নাৰায়ণ বিহাৰৰ এনে এখন ভিতৰুৱা গাৱঁত জন্মগ্ৰহণ কৰিছিল যে ১৯ বছৰ বয়সতহে জীৱনত প্ৰথম ট্ৰাম গাড়ী দেখা পাইছিল। এওঁক বহুতো লোকে ঋষিতুল্য পুৰুষ বুলি শ্ৰদ্ধা কৰিছিল। এওঁ একেধাৰে উগ্ৰ জাতীয়তাবাদী, মাৰ্ক্সবাদী, লেনিনবাদী, ছছিয়েলিষ্ট পাৰ্টি প্ৰতিষ্ঠাতা, গণতান্ত্ৰিক সমাজবাদী, গেৰিলা যোদ্ধা, ভূদান কৰ্মী আৰু গান্ধীবাদী এজন মহান ত্যাগী পুৰুষ। ভূদান আন্দোলনত জীৱন দান কৰাৰ সঙ্কল্প গ্ৰহণ কৰে ১৯৫৪ চনৰ ১৯ এপ্ৰিল তাৰিখে। এওঁ শিক্ষা গ্ৰহণ কৰিছিল আমেৰিকাত। এওঁ সাধাৰণ বনুৱা মিস্ত্ৰী, হোটেল পৰিচালক হিচাবে কাম কৰি পাঁচটা বিশ্ব-বিদ্যালয়ত অধ্যয়ন কৰিছিল। ভাৰত স্বাধীনতা আন্দোলনৰ সময়ত নিখিল ভাৰত কংগ্ৰেছ কমিটিৰ অস্থায়ী সাধাৰণ সম্পাদক আছিল। এই সময়ত এওঁ কেইবা-বাৰো কাটেক খাটিব লগা হৈছিল। সংসাৰৰ ভোগ কামনা ত্যাগ কৰা এই মহান ত্যাগী পুৰুষজনক নেহৰুৰ উত্তৰাধিকাৰী বুলি বহুতেই ভাবিছিল। কিন্তু এওঁ কোনো পদবীৰ প্ৰতিয়েই লালায়িত নাছিল।

২২১। **জয়ন্ত বিষ্ণু নার্লিকাৰ** :—১৯৪০ চনত বানাৰস চহৰত এওঁ জন্ম-গ্ৰহণ কৰে। এওঁ অশেষ কষ্ট, অসাধ্য চেষ্টা আৰু নিজৰ মেধা শক্তিৰ বলত মাত্ৰ ২৫ বছৰ বয়সতে ভাৰত চৰকাৰৰ পৰা "পদ্মভূষণ" উপাধিৰ অধিকাৰী হয়। ইমান কম বয়সত এই সন্মান পোৱা এওঁৱেই প্ৰথম ভাৰতীয়। ১৯৬৩ চনত হিন্দু বিশ্ববিদ্যালয়ৰপৰা গণিতত ডক্টৰেট উপাধি লাভ কৰে। ১৯৬৭ চনত মহাকৰ্ষণ, মাকৰ সূত্ৰ আৰু বিশ্বব্ৰহ্মাণ্ড নামৰ এখন গৱেষণা গ্ৰন্থৰ বাবে "আদামচ প্ৰাইজ" লাভ কৰে। "হইল নাৰ্লিকাৰ" নামৰ বিখ্যাত তত্বটো এওঁৱেই উদ্ভাৱক —যিটো এওঁৰ জীৱনৰ সৰ্বশ্ৰেষ্ঠ কীৰ্তি।

২২২। **জঁ্যা জেকচ ৰুচো** :—বিশ্ববৰেণ্য এই শিক্ষাবিদ গৰাকীৰ জন্ম হৈছিল ১৭১২ চনৰ ২০ জুন তাৰিখে ইউৰোপৰ জেনেভা চহৰত এটি দুখীয়া পৰিয়ালত। এওঁৰ বিখ্যাত পুথিসমূহ হ'ল— ১। দি প্ৰগেছ অৱ আৰ্ট এণ্ড চায়েন্স ২। দি অৰিজিন অৱ ইনকুৱেলিটি এমং মেন (১৭৫৩) ৩। নিউ নিউ হিল'ইজ (১৭৫৯) ৪। Consiclernsus on the Government of Poland, Social Contract, Political Economy, Emile or Concerning Education। এওঁৰ "এমিল" গ্ৰন্থই গোটেই ইউৰোপতে অভূতপূৰ্ব প্ৰভাৱ পেলায়। এওঁৰ "ৰুচোৰ আত্ম-স্বীকাৰ" গ্ৰন্থখনি বিশ্বসাহিত্যত কালজয়ী জীৱনৰহস্য। এওঁ এজন প্ৰকৃতি তত্বজ্ঞ।

২২৩। **জাঁ বাৰ্ণাৰ্ড ফুক** :—১৮১৯ চনত জাঁ বাৰ্ণাৰ্ড ফুকৰ ফৰাচীত জন্ম হৈছিল। পোহৰৰ বেগ শুদ্ধকৈ গণনা কৰা প্ৰথম বৈজ্ঞানিক। "ফুকৰ পেন্দোলাম" নামৰ এবিধ দোলক এওঁ আৱিষ্কাৰ কৰিছিল। ১৮৬৮ চনত এই পদাৰ্থবিদ গৰাকীৰ মৃত্যু হয়।

২২৪। **জামচেডজী নাছেৰৱানজী টাটা** :—বিশ্বৰ এজন শ্ৰেষ্ঠ উদ্যোগ-পতি হিচাবে সুনাম থকা এই গৰাকী ব্যক্তিৰ জন্ম হৈছিল ১৮৩৯ চনত ভাৰতৰ বৰোদাৰ নাভাচাৰিত। উদ্যোগৰ ক্ষেত্ৰত বৰ্তমান ভাৰতে আন্তঃৰাষ্ট্ৰীয় সুনাম অৰ্জন কৰাৰ ক্ষেত্ৰত এই গৰাকী ব্যক্তিৰ অৱিহণা সৰ্বাধিক বুলি কব পাৰি। এওঁ বিহাৰৰ চাকছী নামক এখন সৰু গাৱঁত তীখা উৎপাদকৰ উদ্যোগ গঢ়ি তুলিবৰ কাৰণে সকলো প্ৰস্তুতি চলাই যদিও এই উদ্যোগ সম্পূৰ্ণ হৈ উঠাৰ প্ৰায় ৩ বছৰ পূৰ্বে ১৯০৪ চনৰ ১৯মে তাৰিখে শেষ নিশ্বাস বিদেশত ত্যাগ কৰে। এওঁৰ সন্মানাৰ্থে এই সৰু গাওঁখনৰ নাম জামচেচপুৰ বা জামচেডপুৰ ৰখা হয়। ইয়াৰ ওপৰতে টাটা নগৰ গঢ়ি উঠে।

২২৫। **জালালুদ্দিন মহম্মদ আকবৰ:**—মুগল সম্রাট আকবৰৰ জন্ম হৈছিল ১৫৪২ চনৰ ১৫ অক্টোবৰ তাৰিখে অমৰকোটত (ভাৰত)। এওঁ বেছি শিক্ষিত নহয় যদিও অতি বুদ্ধিমান আছিল। এওঁ মাত্র ১৩ বছৰ বয়সতে ১৫৫৬ চনৰ ১৪ ফেব্রুৱাৰী তাৰিখে ৰাজসিংহাসনত বহে। এওঁ এজন ভাল আৰু বৃহৎ শাসনকর্তা হিচাবে পৃথিৱীৰ বুৰঞ্জীত নাম সদায় স্মৰণীয় হৈ থাকিব। ভাৰতবর্ষত মোগল সাম্রাজ্য প্রতিষ্ঠা কৰি ধর্মনিৰপেক্ষতা ৰক্ষা কৰিবলৈ চেষ্টা কৰাৰ প্ৰথম সম্রাট। ১৫৫৬ চনত দ্বিতীয় পানিপথৰ যুদ্ধত জয়লাভ কৰাৰ উপৰিও ১৫৬২ চনত মালৱা, ১৫৭৩ চনত গুজৰাম, ১৫৮১ চনত কাবুল আৰু ১৫৮৬ চনত কাশ্মীৰ আদি এওঁ দখল কৰে। এওঁ ১৫৬৩ চনত পিলগ্রিম কৰ আৰু ১৫৬৪ চনত হিন্দুৰ ঝাজিয়া কৰ বিলুপ্তি কৰে। "দিন-ই-ইলাহী" নামে এক নতুন ধর্ম প্রবর্তন কৰিছিল। ১৬০৫ চনৰ ৭ অক্টোবৰ তাৰিখে এওঁৰ মৃত্যু হয়।

২২৬। **জঁ্যা পল চাৰ্ত্রে:**—১৯০৫ চনৰ ২১ জুনত পেৰিচ চহৰত এওঁৰ জন্ম হৈছিল। পৰলোক প্রাপ্তি হয় ১৯৮০ চনত। "বিং এণ্ড নথিংনেছ" এওঁৰ উল্লেখযোগ্য গ্রন্থ। এওঁৰ অন্য এখন উল্লেখযোগ্য গ্রন্থ হ'ল আত্মজীৱনী ফ্লোবাট (১৯৭১)। যুক্তিনিষ্ঠ আৰু স্বাধীন চিন্তাৰ সাহিত্যৰ বাবে ১৯৬৪ চনত এওঁক নোবেল বঁটাৰে সন্মানিত কৰিছিল। এওঁ একেধাৰে দার্শনিক, নাট্যকাৰ আৰু ঔপন্যাসিক।

২২৭। **জিচুপচে গেৰিবল্ডি:**—ইটালীৰ এই মহান বীৰজনৰ জন্ম হৈছিল ১৮০৭ চনৰ ৪ জুলাই তাৰিখে ইটালীৰ "নিচ চহৰত।" আঠ-বছৰ বয়সতে এওঁ অসীম সাহসিকতাৰ পৰিচয় দিছিল। নদীত পৰি কৰকৰাই থকা এগৰাকী মহিলাক উদ্ধাৰ কৰিছিল। সৰু কালতে এওঁ স্কুল এৰাত জাহাজৰ কেবিন বয় হিচাবে নিযুক্ত হৈ সকলোৰে প্রিয় পাত্ৰ নাৱিক হৈছিল। ইটালীৰ মুক্তি সংগ্ৰামত এওঁ মেটাচিনিৰ সহযোগত বিশেষ অবদান আগবঢ়াই-ছিল। এই বিপ্লবী বীৰজনক চাৰিদিনিয়া ৰজাৰ আদালতে মৃত্যুদণ্ডেৰে দণ্ডিত কৰিব বিচাৰত এওঁ ২৯ বছৰ বয়সতে ১৮৩৬ চনত আটলাণ্টিক মহাসাগৰ পাৰ হৈ দক্ষিণ আমেৰিকাত আশ্রয় লয়গৈ। ইয়াত "লালকোৰ্তা" নামৰ শক্তিশালী সংগ্রামী বাহিনী এটা গঠন কৰি ১৮৪৮ চনত সৈন্যসহ ইটালীলৈ ঘূৰি অহাত ৰজাই মৃত্যুদণ্ড নিদি আদৰণিহে জনাইছিল। গেৰিবল্ডিয়ে বহু কষ্ট কৰি ইটালীত

গণতন্ত্র শাসন প্ৰতিষ্ঠা কৰিছিল। জুলিয়াচ চিজাৰৰ পাচত এওঁ ইটালীৰ দ্বিতীয় জাতীয় বীৰ ইটালীত স্বাধীনতা আনি এওঁ ইয়াৰ ডিক্টেটৰ নিশ্চয় হব পাৰিলেহেঁতেন যদিও এওঁ এনে ক্ষমতা স্বেচ্ছাই ত্যাগ কৰি সামান্য খাদ্যবস্তুৰ লগত লৈ কেপৰেৰা আৱাসস্থানলৈ গুচি গৈছিল। এনে ত্যাগী বীৰ জগতত সচাকৈ বিৰল। সেয়েহে, অকল ইটালীৰে নহয় সমগ্ৰ বিশ্বৰে এওঁ শ্ৰদ্ধাৰ বীৰপুৰুষ।

২২৮। **জিম কৰবেট** :—১৮৭৫ চনত উত্তৰ প্ৰদেশৰ কামায়ুন জিলাৰ কালাধুঙ্গি নামৰ ঠাইত জিম কৰবেটৰ জন্ম হৈছিল। এওঁ উপৰি পুৰুষ সকল ইংৰাজ। এওঁ এজন প্ৰসিদ্ধ বাঘ চিকাৰীয়েই নহয় জিম কৰবেট এজন প্ৰকৃতি-বিদ, মানৱতাবাদী আৰু সু-সাহিত্যিক। এই প্ৰকৃতিবিদ গৰাকীক বৃটিছ চৰকাৰে নিযুক্তি দিছিল সৈনিক সকলক অৰণ্য সম্পৰ্কে জ্ঞান দিবৰ বাবে। ভাৰত চৰকাৰে এই গৰাকী বিখ্যাত প্ৰকৃতিবিদ, চিকাৰীক 'ক্ৰিদম অব দি জাঙ্গল' নামৰ সৰ্বশ্ৰেষ্ঠ উপাধিৰে সন্মানিত কৰে। বাঘ চিকাৰী নামেই খ্যাত এওঁৰ নিচান, ধৈৰ্য্যশীলতা, সাহস আৰু উদ্যমৰ কথা জানিলে তবধ মানিব লাগে। গোটেই জীৱন প্ৰকৃতিৰ লগত কটাই জীৱনৰ শেষ চোৰাত এওঁৰ অভিজ্ঞতাৰে কেইখন-মান প্ৰসিদ্ধ গ্ৰন্থ ৰচনা কৰিছিল। ইয়াৰ ভিতৰত ১। মেন ইটাৰচ অৱ কামায়ুন টেম্পল টাইগাৰ ২। মেন ইটিং লিওপাৰ্দ অব কদ্ৰপ্ৰয়াগয়েই প্ৰধান। এটা নৰখাদক নাহৰফুটুকী বাঘ নিধন কৰিবৰ কাৰণে এওঁ একেৰাহে ৬ মাহ বাঘটোক অনুসৰণ কৰিবলগীয়া বিস্ময়জনক সত্য ঘটনা এই কিতাপত আছে। এওঁৰ অন্য দুখন মনোৰম গ্ৰন্থ হ'ল—জাঙ্গল ল' (উপন্যাস) আৰু মাই ইণ্ডিয়া। ১৯৪৭ চনৰ নবেম্বৰ মাহত নাইনিতালৰ পৰা আফ্ৰিকাৰ কেনিয়ালৈ এওঁ স্থায়ী বসবাসৰ কাৰণে যায়। এওঁৰ শেষ গ্ৰন্থ "ট্ৰিটপছ" লিখি শেষ কৰাৰ তেৰ দিনৰ পিচতে আফ্ৰিকাৰ কেনিয়াত ১৯৫৫ চনত শেষ নিশ্বাস ত্যাগ কৰে।

২২৯। **জিড্ডু কৃষ্ণমূৰ্তি** :—বিশ্বৰ শিক্ষক বুলি জনাজাত জে কৃষ্ণমূৰ্তি ১৮৯৫ চনত মাদ্ৰাজৰ এটি বামুণ পৰিয়ালত জন্মগ্ৰহণ কৰিছিল। ১৮ বছৰ বয়সতে এওঁক ডাঃ এনি বসন্তে দেউতাকৰ পৰা নি শিক্ষা-দীক্ষা দিয়ে। এই বিখ্যাত দাৰ্শনিক আৰু লিখক গৰাকীয়ে দৰ্শন চিন্তাধাৰাৰে শিক্ষা সম্পৰ্কীয় প্ৰায় ২৫ খনতকৈ অধিক গ্ৰন্থ ৰচনা কৰে। ডাঃ এনি বসন্তই এওঁক ভগবান কৃষ্ণ আৰু যীশুখৃষ্টৰ লগত তুলনা কৰিছে। পৃথিৱীৰ সকলো লোকে সহজে কথা পাতিব পৰা

সহজ-সৰল ধুনীয়া চিৰকুমাৰ এই মহান ব্যক্তি গৰাকী ১৯৮৬ চনৰ ১৭ ফেব্ৰুৱাৰী তাৰিখে আমেৰিকাত নিজদেহ ত্যাগ কৰে।

২৩০। **জেমচ ৱাট :**—১৭৩৬ চনৰ ১৯ জানুৱাৰী তাৰিখে স্কটলেণ্ডৰ গ্লাচগো চহৰৰ ওচৰত গ্ৰীনক নামৰ এখন সৰু ঠাইত তাপশক্তিৰ অন্যতম গৱেষক বিজ্ঞানী জেমচ ৱাটৰ জন্ম হয়। প্ৰথমে এওঁ এজন মেকানিক আছিল। পৃথিৱীৰ আধুনিক প্ৰথম ভাপ কলটো এই গৰাকী বিজ্ঞানীয়ে ১৭৬৭ চনৰ জানুৱাৰী মাহত তৈয়াৰ কৰি উলিয়াইছিল। দূৰত্ব জুখিবৰ বাবে এওঁ নতুন ধৰণৰ এটা যন্ত্ৰ সাজি উলিয়াইছিল। ১৮১৯ চনত ৮৩ বছৰ বয়সত এই গৰাকী বিজ্ঞানীয়ে শেষ নিশ্বাস ত্যাগ কৰে।

২৩১। **জে'মছ্ প্ৰেচকট্ জুল :**—১৮১৮ চনৰ ২৪ ডিচেম্বৰ তাৰিখে মান-চেষ্টাৰ ওচৰৰ চালফৰ্ড নামে সৰু ঠাইত এওঁৰ জন্ম হৈছিল। "শক্তি সংৰক্ষণ সূত্ৰটো" পৰীক্ষামূলকভাৱে কৃতকাৰ্য্যতা লাভ কৰিছিল বিজ্ঞানী জুলে। এওঁ এজন মদ ব্যৱসায়ী লোক আছিল। তাপ আৰু বিদ্যুৎ সম্পৰ্কে উদ্ভাৱন কৰা সূত্ৰটো হ'ল—বিদ্যুৎ প্ৰবাহৰ দ্বাৰা উৎপন্ন হোৱা তাপ বিদ্যুৎ পৰিবাহকৰ ৰোধৰ আৰু বিদ্যুৎ প্ৰবাহৰ বৰ্গৰ সমানুপাতিক। জুলৰ বিখ্যাত সূত্ৰটো হ'ল সকলো প্ৰকাৰ শক্তিয়েই যান্ত্ৰিক শক্তিৰ সমতুল্য। তাপও এবিধ শক্তি, গতিকে, ইয়ো যান্ত্ৰিক শক্তিৰ সমতুল্য। ১৮৫২ চনত এওঁৰ বিজ্ঞান প্ৰতিভাৰ বাবে এটা সোণৰ পদক লাভ কৰে। ৰয়েল চোচাইটিৰ পৰা "কপলে মেডেল" ১৮৬৬ চনত পায়। "বৃটিচ এচোচিয়েচন ফৰ দি এডভান্সমেণ্ট অব চায়েন্স" নামৰ অনুষ্ঠানটোৰ একেৰাহে পাঁচ বছৰ ১৮৭২ চনৰ পৰা ১৮৭৭ চন লৈকে সভাপতি আছিল। পদাৰ্থ বিজ্ঞানৰ দ্বিতীয় আন্তৰ্জাতিক মহাসভাই এওঁৰ সন্মানাৰ্থে জীৱিত কালতে শক্তি এটাৰ এককৰ নাম "জুল" ৰাখে। ১৮৮৯ চনত হঠাতে এওঁৰ মৃত্যু হয়।

২৩২। **জে'মছ্ ক্লাৰ্ক মেক্সৱেল :**—১৮৩১ চনৰ তেৰ জুন তাৰিখে স্কটলেণ্ডৰ এডিনবাৰ্গ চহৰত মেক্সৱেলৰ জন্ম হৈছিল। ১৪ বছৰ বয়সতে জ্যামিতিৰ বিষয়ে "অভেল কাভ" নামৰ এটা বৈজ্ঞানিক নিবন্ধ লিখিছিল। পোহৰৰ বৰণ পৰীক্ষা কৰিবৰ বাবে "অপ্থালমস্কোপ" নামৰ এবিধ যন্ত্ৰ উলিয়াইছিল। ১৮৬০ চনত এই কামৰ বাবে "ৰুম্ফৰ্ড মেডেল" লাভ কৰে। এওঁ প্ৰমাণ কৰি দেখুৱাই-ছিল যে শনিগ্ৰহৰ চাৰিওপিনে থকা আঙঠিটো কেতিয়াও গোটা বা জুলীয়া পদাৰ্থ হ'ব নোৱাৰে। তাপশক্তি বিজ্ঞানৰ বিখ্যাত চাৰিটা সূত্ৰ আজিও এওঁৰ নামেৰেই

জনাজাত। ২৯ বছৰ বয়সতে এওঁ ৰয়েল চোচাইটিৰ সভ্য হৈছিল। এওঁৰ বিখ্যাত গ্ৰন্থ হ'ল—"বিদ্যুৎ আৰু চুম্বকত্ব সাৰ কথা", ১৮৭৯ চনৰ ৫ নবেম্বৰ দিনা কৰ্কট ৰোগত এওঁৰ মৃত্যু হয়।

২৩৩। **জেমচ্ জীনচ্ :**—১৮৭৭ চনত লণ্ডনত জন্ম হৈছিল। এওঁ এজন সুবিখ্যাত পদাৰ্থবিদ, জ্যোতিৰ্বিদ আৰু জনপ্ৰিয় লেখক। এওঁ শিক্ষানুষ্ঠানত পঢ়ি থকা সময়তো "স্মিথৰ প্ৰাইজ" নামৰ বঁটাটো লাভ কৰিছিল। ১৯২৪ চনত এওঁ লণ্ডনৰ "ৰয়েল ইনষ্টিটিউচনৰ জ্যোতিৰ্বিজ্ঞানৰ অধ্যাপক নিযুক্ত হয় আৰু মৃত্যু সময়লৈকে' এই পদতে থাকে। ১৯১৯ চনৰ পৰা ১৯২৯ চনলৈকে এওঁ ৰয়েল চোচাইটিৰ সম্পাদক পদত কাৰ্য্যনিৰ্বাহ কৰিছিল। বিজ্ঞান, দৰ্শন সম্পৰ্কে এওঁ কেইবাখনো পুথি ৰচনা কৰিছিল। গেচৰ গণিততত্ত্ব, বিকিৰণৰ তত্ত্ব, চুম্বক, বিদ্যুৎ আৰু জ্যোতিৰ্বিজ্ঞানত এওঁৰ যথেষ্ট অৱদান আছে।

২৩৪। **জে'মচ্ চাডউইক :**—ইংলেণ্ডৰ মানচেষ্টাৰ চহৰত ১৮৯১ চনত এওঁৰ জন্ম হৈছিল। ১৯২১ চনত কেম্ব্ৰিজ বিশ্ববিদ্যালয়ৰ পৰা ডক্টৰেট উপাধি লাভ কৰে। "নিউট্ৰণ" নামৰ কণিকাটো এওঁয়ে আৱিষ্কাৰক। এই আৱিষ্কাৰৰ বাবে ১৯৩৫ চনত এওঁ নোবেল বঁটা লাভ কৰে। আমেৰিকাই বোমা তৈয়াৰ কৰাৰ সময়ত এওঁ এজন বৃটিছ বিশেষজ্ঞ হিচাবে আমেৰিকাত কেইবছৰমান আছিল। ১৯৪৫ চনত বৃটিছ চৰকাৰে এওঁক চাৰ উপাধি প্ৰদান কৰে। ১৯৭৪ চনত মৃত্যু হয়।

২৩৫। **জেমচ্ যইচ :**—গোটেই জীৱন নানা দুখ-কষ্টৰ মাজেৰে কটোৱা বিশ্ববৰেণ্য সু-সাহিত্যিক জেমচ্ যইচৰ জন্ম হৈছিল ১৮৮২ চনৰ ২ ফেব্ৰুৱাৰী তাৰিখে ডব্লিনত। এওঁ ৰচনা কৰা বিভিন্ন গ্ৰন্থ হ'ল—১। দি ডব্লিনাৰচ (চুটী গল্প), ২। দি ষ্টিফেন হিৰ' (উপন্যাস), ৩। এ পট্ৰেত অব দি আৰ্টিষ্ট এজ এ ইয়ুং মেন, ৪। ইউলাইচিচ, ৫। একজাইল (নাটক), ৬। ফিনেনগানচ ৱেক। ইয়াৰ ভিতৰত "এ পট্ৰেত অৱ দি আৰ্টিষ্ট" আৰু 'ইউলাইচিচ' নামৰ গ্ৰন্থ দুখনে এওঁলৈ বিশ্বখ্যাতি কঢ়িয়াই আনে। ১৯৪১ চনৰ জানুৱাৰী মাহত শেষ নিশ্বাস ত্যাগ কৰে।

২৩৬। **ডঃ জেৰাৰ্ড কুইপাৰ :**—আধুনিক গ্ৰহ বিজ্ঞানৰ জন্মদাতা এই গৰাকী বিজ্ঞানীয়ে ১৯৪৮ চনত ইউৰেনাচৰ উপগ্ৰহ মিৰাজ আৱিষ্কাৰ কৰে। ইউৰেনাচ আৰু নেপচুনত থকা মিথেন গেছক কুইপাৰ বেণ্ড আৰু বুধ গ্ৰহৰ উপৰি

পিঠিত থকা জলামুখক "দুইপাৰ জলামুখ" আখ্যা দি এওঁৰ নাম স্থায়ীকৈ ৰখা হয়। উৰাজাহাজ এখনত চলন্ত বানমন্দিৰ প্ৰতিষ্ঠা কৰি এওঁৰ প্ৰতি সন্মান জনোৱা হৈছিল। ১৯১৩ চনত আধুনিক জ্যোতিৰ্বিজ্ঞানৰ বাটকটীয়া এই বিজ্ঞানী গৰাকীৰ মৃত্যু হয়।

২৩৭। **জহান উলফ গেজতম গ্যেটে :**—১৭৪৯ চনৰ ২৮ আগষ্ট তাৰিখে "ফ্ৰেঙ্কফৰ্ট অন দ মেইন" নামৰ ঠাইত এই গৰাকী বিখ্যাত জাৰ্মান সাহিত্যিকৰ জন্ম হৈছিল। এওঁ এজন কবি, নাট্যকাৰ, ঔপন্যাসিক আৰু দাৰ্শনিক। ১৭৭১ চনত আইন বিষয়ত ডক্টৰেট ডিগ্ৰী লয়। "Sorrows of Weather" নামৰ এওঁৰ গ্ৰন্থই গোটেই বিশ্বত খ্যাতি আনে। ইয়াৰ উপৰিও এওঁ আৰু কেইবাখনো গ্ৰন্থ লিখি থৈ গৈছে। এই মহান সাহিত্যিক গৰাকীৰ ১৮৩২ চনত মৃত্যু হয়।

২৩৮। **জেমচ্‌ ইয়ং :**—এওঁ স্কটলেণ্ডৰ এজন বিজ্ঞানী। এওঁৱেই পোন প্ৰথম বাৰৰ বাবে ভূগৰ্ভত থকা একপ্ৰকাৰ শিলৰ পৰা ১৮৫০ চনত কেৰাচিন তেল উলিয়াই অনা এক পদ্ধতি আৱিষ্কাৰ কৰিছিল।

২৩৯। **জে ৰবাৰ্ট অপেনহিমাৰ :**—এই গৰাকী বিজ্ঞানী নিউইয়ৰ্ক মহানগৰীত ১৯০৪ চনৰ ২২ এপ্ৰিল তাৰিখে জন্ম হৈছিল। এওঁক এটম বমৰ জনক বুলি কোৱা হয়। সৰুতে এওঁ অতি বুধিয়ক ছাত্ৰ আছিল। ৭ বছৰ বয়সত এওঁ কবিতা লিখিছিল। এওঁ ফ্ৰেঞ্চ, স্পেনিচ, ইটালিয়ন আৰু গ্ৰীক ভাষা আয়ত্ত কৰিছিল। ১৯২৫ চনত হাৰ্ভাৰ্ড বিশ্ববিদ্যালয়ৰ পৰা পূৰ্ব সকলো ৰেকৰ্ড ভঙ্গ কৰি এওঁ বিজ্ঞানত স্নাতক উপাধি লাভ কৰে। ১৯৩১ চনত কালিফৰ্নিয়া বিশ্ববিদ্যালয়ত অধ্যাপনা কৰিছিল। ১৯৪১ চনত আমেৰিকাৰ প্ৰজেক্টত যোগদান কৰি এটম ব'ম নিৰ্মাণ কৰাৰ চেষ্টা কৰে আৰু ১৯৪৫ চনৰ ১৬ আগষ্ট তাৰিখে এটম ব'ম নিৰ্মাণ কৰাত কৃতকাৰ্য্যতা লাভ কৰে আৰু ইয়াক পৰীক্ষা কৰে ১৯৪৭ চনত। এওঁ এটমিক এনাৰ্জি কমিচনৰ চেয়াৰমেন আছিল। আমেৰিকাৰ বিজ্ঞানত সৰ্বোচ্চ বঁটা "এনৰিক ফাৰ্মি" বঁটা ১৯৬৩ চনত এওঁ লাভ কৰে। ১৯৬৭ চনত এই গৰাকী বিজ্ঞানীৰ জীৱনৰ অৱসান ঘটে।

২৪০। **জেচি অ'ৱেনচ :**—১৯ শতিকাৰ শ্ৰেষ্ঠ এথেলেট 'ফ্লাইং অ'ৱেনচ' নামেৰে জনাজাত এই বিখ্যাত খেলুৱৈ গৰাকীৰ জন্ম হৈছিল আমেৰিকাৰ এটা অতি সাধাৰণ নিগ্ৰো পৰিয়ালত ১৯১৪ চনত। সৰুৰ পৰাই এওঁ খেলা-ধূলাত বিশেষ পাৰদৰ্শিতা দেখুৱাব পাৰিছিল। বাৰ্লিনত হোৱা অলিম্পিক খেলত এওঁ

চাৰিটা সোণৰ পদক লাভ কৰি কেইবাটাও খেলত বিশ্ব ৰেকৰ্ড প্ৰতিষ্ঠা কৰিছিল। দীঘল জাপত এওঁ ২৬ ফুট ৫½ ইঞ্চি জাপ মাৰি বিশ্ব ৰেকৰ্ড প্ৰতিষ্ঠা কৰিছিল আৰু এই ৰেকৰ্ড ২৪ বছৰ পৰ্যন্ত বিশ্বৰ কোনো খেলুৱৈয়ে ভঙ্গ কৰিব পৰা নাছিল। এসময়ত এওঁ ৪৫ মিনিটৰ ভিতৰতে বিশ্বৰ ৪টা খেলৰ পূৰ্ব ৰেকৰ্ড ভঙ্গ কৰিছিল। এওঁৰ ঘৰুৱা আৰ্থিক অৱস্থা অতি বেয়া আছিল। এসময়ত লিফটমেন হিচাবে কাম কৰি জীৱিকা নিৰ্বাহ কৰিব লগা হোৱা বিশ্ববিখ্যাত এই খেলুৱৈ গৰাকী ১৯৮০ চনত ৬৬ বছৰ বয়সত মৃত্যু হয়।

২৪১। **জ্ঞানচন্দ্ৰ ঘোষ** :—১৮৯৪ চনত জন্মগ্ৰহণ কৰা ভাৰতীয় শ্ৰেষ্ঠ ৰসায়নবিদ জ্ঞানচন্দ্ৰ ঘোষে খৰগপুৰ ইণ্ডিয়ান ইনষ্টিটিউট অৱ টেকন'লজি প্ৰতিষ্ঠা কৰিছিল। বাঙ্গালোৰৰ "ইণ্ডিয়ান ইনষ্টিটিউট অৱ চায়েন্স"ৰ এওঁ অধিকৰ্তা আছিল। ১৯৫৯ চনত এওঁৰ মৃত্যু হয়।

২৪২। **জুৱান ৰম'ন জিমেনেজ** :—নোবেল বঁটা বিজয়ী এই গৰাকী বিখ্যাত সাহিত্যিকৰ জন্ম হৈছিল ১৮৮৫ চনৰ ২৪ ডিচেম্বৰত স্পেইনত। এওঁৰ সহধৰ্মীনিয়ে ৰবীন্দ্ৰনাথ ঠাকুৰৰ "গীতাঞ্জলি" স্পেনিচ ভাষালৈ অনুবাদ কৰিছিল। বিশ্ববিদ্যালয়ৰ আনুষ্ঠানিক শিক্ষাপ্ৰাপ্ত এই গৰাকী কৰিব উল্লেখযোগ্য গ্ৰন্থ কেইখন হ'ল—১। চাউণ্ড এণ্ড ভায়োলেট, ২। বাটাৰ লিলিজ। ১৯৫৬ চনত সাহিত্যত এওঁ নোবেল বঁটা লাভ কৰা সাহিত্যিক গৰাকীয়ে ১৯৫৮ চনত শেষ নিশ্বাস এৰে।

২৪৩। **জ্যোতিপ্ৰসাদ আগৰৱালা** :—১৯০৩ চনত অসমৰ তামোলবাৰী চাহ বাগিচাত জন্ম। জ্যোতিপ্ৰসাদ আগৰৱালাই ১৯২১ চনত প্ৰবেশিকা পৰীক্ষা পাচ কৰে। ১৯২৬ চনত উচ্চ শিক্ষাৰ বাবে বিলাতলৈ গৈ এদিনবৰা বিশ্ববিদ্যালয়ত অধ্যয়ন কৰে যদিও কোনো ডিগ্ৰী নোলোৱাকৈ জাৰ্মানীলৈ ফিল্ম শিল্প অধ্যয়নৰ বাবে যায়। তাত ফিল্ম প্ৰযোজনা আৰু পৰিচালনা প্ৰশিক্ষণ লৈ ১৯৩০ চনত অসমলৈ উভতি আহে। ভাৰতৰ স্বাধীনতা আন্দোলনত বিশেষ ভূমিকা গ্ৰহণ কৰি জে'ল খাটিছিল। জাতীয় চেতনা-উদ্দীপক গীত, নাটক আৰু বক্তৃতাৰে এই আন্দোলনলৈ যথেষ্ট ইন্ধন যোগাইছিল। "লুইতৰ পাৰৰে আমি ডেকা ল'ৰা" আৰু "বিশ্ব বিজয়ী নব জোৱান" তেজ উতলোৱা এওঁৰ ৰচিত গীত। এওঁ এগৰাকী বিৰল প্ৰতিভাসম্পন্ন ব্যক্তি আছিল। এওঁ আছিল প্ৰকৃত অৰ্থত হাড়ে হিমজুৰে এজন শিল্পী, কবি, গীতিকাৰ, সুৰকাৰ, বিপ্লৱী নাট্যকাৰ,

সাংবাদিক, দাৰ্শনিক আৰু অসমীয়া কৃষ্টি-সংস্কৃতিৰ সাধক। ১৪ বছৰ বয়সতে শোণিত কুঁৱৰী নাটক ৰচনা কৰে। এওঁৰ অন্যান্য নাটকসমূহ হ'ল কাৰেঙৰ লিগিৰি, ৰূপালীম্, লভিতা, নিমাতী কন্যা, সোণপখিলী, খনিকৰ। কবিতাপুথি—লুইতৰ পাৰৰ অগ্নিসুৰ, জ্যোতি ৰামায়ণ, জীৱনী গ্ৰন্থ, চন্দ্ৰকুমাৰ আগৰৱালা, ইয়াৰ উপৰিও বহু চুটি গল্প আৰু প্ৰবন্ধ প্ৰকাশ হৈছিল। অসমীয়া প্ৰথম কথাছবি 'জয়মতী' নিৰ্মাণ কৰি ১৯৩৫ চনত উলিয়াইছিল। দ্বিতীয় অসমীয়া কথাছবি ইন্দ্ৰ মালতী ১৯৩৯ চনত নিৰ্মাণ কৰি উলিয়াইছিল। অসমীয়া জাতীয় জীৱনলৈ এওঁৰ অৱদান যথেষ্ট। ৰাজনৈতিক, সামাজিক আৰু সাংস্কৃতিক কৰ্ম জীৱনৰ লগত ওতঃপ্ৰোতভাৱে জড়িত স্বদেশপ্ৰেমী বহুমুখী প্ৰতিভাসম্পন্ন এই মহান শিল্পী গৰাকীয়ে ১৯৫১ চনৰ ১৭ জানুৱাৰী তাৰিখে ৪৮ বছৰ বয়সতে শেষ নিশ্বাস ত্যাগ কৰে।

২৪৪। **জুলফিকৰ আলি ভুট্টো** ঃ—এসময়ত পাকিস্থানৰ ভাগ্যনিয়ন্তা, দুৰন্ত প্ৰতাপী জুলফিকৰ আলি ভুট্টোৰ জন্ম হৈছিল সিন্ধু প্ৰদেশৰ লাৰকানা চহৰৰ ধাৰী ভুট্টো নামে গাওঁ এখনত ১৯২৮ চনৰ ৫ জানুৱাৰী তাৰিখে। এওঁ সকৰ পৰাই স্বাস্থ্যবান, বুদ্ধিমন্ত আৰু উচ্চাকাঙ্ক্ষী ল'ৰা আছিল। এওঁ আমেৰিকাৰ বাৰ্কলি বিশ্ববিদ্যালয়ৰ পৰা ৰাজনীতি শাস্ত্ৰত যশস্যাৰে বি. এ. পাচ কৰি ইংলেণ্ডলৈ গৈ অক্সফোৰ্ড বিশ্ববিদ্যালয়ৰ পৰা আইন শাস্ত্ৰত ডিষ্টিংচন সহ এম. এ. পাচ কৰে। ২৩ বছৰ বয়সতে বাৰ এট্ ল সুখ্যাতিৰে পাচ কৰি ব্যাৰিষ্টাৰ উপাধি লাভ কৰিছিল। ১৯৫২ চনত ইংলেণ্ডৰ চাউদাম্পটন বিশ্ববিদ্যালয়ত আন্তৰ্জাতিক আইন প্ৰশিক্ষক কামত যোগদান কৰি ১৯৫৩ চনত এই চাকৰি এৰি আহি পাকিস্থানৰ লাহোৰ উচ্চ ন্যায়ালয়ত আইন ব্যৱসায় কৰে আৰু হিন্দু-মুছলিম কলেজত নিয়মানুতান্ত্ৰিক আইনৰ ( Constitutional Law ) পদত নিযুক্ত হয়। ২৯ বছৰ বয়সত সক্ৰিয় ৰাজনীতিত প্ৰবেশ কৰে। ৩১ বছৰ বয়সত ভুট্টোই ১৯৫৮ চনৰ ২৫ তাৰিখে সাময়িক প্ৰশাসক জেনেৰেলৰ মন্ত্ৰীসভাত মন্ত্ৰী হিচাবে কাৰ্য্যভাৰ গ্ৰহণ কৰে। ১৯৬২ চনত লাৰকানা সমষ্টিৰ পৰা পাকিস্থানৰ জাতীয় সভালৈ নিৰ্বাচিত হৈছিল। "হিলাল-ই-পাকিস্থান" উপাধি ভুট্টোৱে লাভ কৰে ১৯৬৪ চনত। ১৯৫৯ চনৰ পৰা পাকিস্থানৰ বৈদেশিক মন্ত্ৰী হিচাবে থকা পদ ১৯৬৬ চনত ইস্তফা দিয়ে। ১৯৬৭ চনৰ ১৯ চেপ্তেম্বৰ তাৰিখে পাকিস্থানৰ পিপলচ্ পাৰ্টিৰ চেয়াৰমেন পদত অধিষ্ঠিত হয়।

১৯৭১ চনৰ ২০ ডিচেম্বৰ তাৰিখে কূটনীতিবিদ্ ভূট্টো পাকিস্থানৰ প্ৰেচিডেণ্ট আৰু মুখ্য সমিতিৰ আইন প্ৰশাসকৰূপে অধিষ্ঠিত হৈছিল। ১৯৭৩ চনত ভূট্টোৰ প্ৰচেষ্টাত পাকিস্থানৰ প্ৰথম সংবিধান ৰচনা হৈছিল। এই চনতে প্ৰেচিডেণ্ট পদ ত্যাগ কৰি ১৯৭৩ চনৰ ১৪ আগষ্ট তাৰিখে পাকিস্থানৰ সৰ্বেসৰ্বা প্ৰধান মন্ত্ৰী পদ লাভ কৰে। ১৯৭৭ চনৰ ৪ জুলাইত ভূট্টো চৰকাৰৰ পতন ঘটিছিল জীয়াউল হকৰ নেতৃত্বত। ১৯৭৭ চনৰ ৫ জুলাই তাৰিখে পুনৰ ভূট্টো গ্ৰেপ্তাৰ হৈছিল। কিছুদিন পাচতে মুক্তিলাভ হৈছিল যদিও পাচত হত্যাকাণ্ডৰ এক গোচৰত পুনৰ গ্ৰেপ্তাৰ হয়। বিপ্লৱী বীৰ শহীদ ভগৎ সিঙৰ ফাঁচিৰ গোচৰত জড়িত, আহমদ খানৰ লোমহৰ্ষক হত্যাকাণ্ডৰ লগত জড়িত এই আন্তৰ্জাতিক খ্যাতি সম্পন্ন পাকিস্থানৰ প্ৰধান মন্ত্ৰী জুলফিকৰ আলি ভূট্টোৰ ফাঁচি হয় ১৯৭৯ চনৰ ৪ এপ্ৰিল তাৰিখে।

২৪৫। **ঝাঁচীৰ ৰাণী লক্ষ্মীবাঈ**:—১৮৩৪ চনৰ ১৬ নৱেম্বৰ তাৰিখে উত্তৰপ্ৰদেশৰ বাৰাণসীত লক্ষ্মীবাঈয়ে জন্মগ্ৰহণ কৰিছিল। সৰুতে এওঁৰ নাম আছিল মনুবাঈ। মাকৰ মৃত্যুৰ পিচত এওঁ বিহাৰলৈ দেউতাকৰ সৈতে আহি তাতে শিক্ষা গ্ৰহণ কৰে। এওঁ ঘোঁৰা দৌৰা আৰু যুদ্ধ শিক্ষাও গ্ৰহণ কৰিছিল। এওঁ মাত্ৰ ৮ বছৰ বয়সতে ঝাঁচীৰ ৰজা গদাধৰ ৰাওক বিয়া কৰাইছিল কাৰণেই ঝাঁচীৰ ৰাণী বোলা হৈছিল। বোকোচাত পুত্ৰ আৰু হাতত তৰোৱাল লৈ ঘোঁৰাত উঠি বৃটিছৰ সৈন্যৰ লগত নিজেই যুদ্ধ কৰা এই গৰাকী ভাৰতীয় অগ্নিকন্যা জাতীয় বীৰাঙ্গনা, প্ৰজাক সুশাসন আৰু যুদ্ধ সুপৰিচালনা চমৎকাৰ। ভাৰতীয় নাৰীৰ শৌৰ্য্য, বীৰ্য্য আৰু কৃতিত্ব বহনকাৰী স্বদেশৰ মুক্তিৰ বাবে এই গৰাকী বীৰাঙ্গনাই ১৮৮৫ চনৰ ১৮ জুন তাৰিখে যুদ্ধক্ষেত্ৰতে নিজৰ জীৱন উছৰ্গা কৰিছিল।

২৪৬। **টমাচ আলভা এডিচন**:—আধুনিক বিজ্ঞানৰ জনক এডিচনৰ জন্ম হৈছিল ১৮৪৭ চনৰ ১১ ফেব্ৰুৱাৰী দিনা আমেৰিকাৰ অ'হাইও চহৰৰ মিলান নামৰ ঠাইত। সৰুতে এওঁৰ পঢ়াশুনা নহ'ল বুলিবই পাৰি। বিদ্যালয়ত এজন শিক্ষকে মোটা বুধিৰ ল'ৰা বুলি এওঁক গালি পৰাত এডিচনক মাকে স্কুল এৰুৱাই ঘৰতে পঢ়ুৱাইছিল। এওঁ প্ৰথমে বাতৰি কাকত বিক্ৰি কৰাৰ লোক আছিল যদিও পিচত 'উইক্লি হেৰাল্ড' নামৰ বাতৰি কাকত এখন চলন্ত ৰেলগাড়ীতে প্ৰকাশ কৰিছিল আৰু এইখনেই চলন্ত ৰেলগাড়ীৰ পৰা ওলোৱা প্ৰথম বাতৰি কাকত। ভোট

ৰেকৰ্ডাৰ যন্ত্ৰ আৱিষ্কাৰ কৰি নিৰ্বাচনৰ ভোট সহজে গণনা কৰিব পৰা ব্যৱস্থা কৰিছিল। ইউনিভাৰচেল প্ৰিণ্টাৰ নামে বাতৰি সৰবৰাহ কৰিব পৰা এটা যন্ত্ৰ সাজি উলিয়াইছিল যিটো ইন্সিকেটত কোম্পানীয়ে ৪০ হাজাৰ ডলাৰত স্বত্ব কিনি লৈছিল আৰু এই ধনৰ পৰিমাণ শুনি এডিচন মূৰ্চ্ছা গৈছিল। ৰেল বিভাগৰ টেলিগ্ৰাফ অপাৰেটৰ হৈ থকা অৱস্থাতে শব্দবোৰ নিৰ্দিষ্ট সময়ৰ মূৰে মূৰে আপোনা-আপুনি গৈ থকা ব্যৱস্থাটো আৱিষ্কাৰ কৰিছিল। এওঁ বিজুলী চাকি আৱিষ্কাৰ কৰাৰ পাচত বহু সৰুসুৰা যন্ত্ৰ আৱিষ্কাৰ কৰিছিল। ইয়াৰ ভিতৰত ১৯১২ চনত কিনোটাস্কোপ। ইয়েই আছিল পৃথিৱীৰ প্ৰথম চিনেমা উদ্ভাৱক। ছবিবিলাক তুলিবৰ বাবে ব্লেক অবেঞ্জ নামৰ ঠাইত পাতিলোৱা গৱেষণাগাৰেই বিশ্বৰ প্ৰথম ষ্টুডিঅ' আছিল। এওঁ আঢ়ৈ হাজাৰো অধিক পেটেণ্ট যন্ত্ৰ আৱিষ্কাৰ কৰি বিশ্বৰ সকলো যুগতে এজন শ্ৰেষ্ঠ বৈজ্ঞানিক হিচাবে পৰিগণিত হৈছিল। মানুহে এওঁক মেনলো পাৰ্কৰ যাদুকৰ বুলি কৈছিল। প্ৰতিভাৰ সংজ্ঞা এই গৰাকী বিজ্ঞানীয়ে এনেদৰে দিছিল—'শতকৰা এবিধ অনুপ্ৰেৰণা আৰু শতকৰা নিৰানব্বৈ ভাগ পৰিশ্ৰম।' ১৯৩১ চনৰ ১৮ অক্টোবৰত এই গৰাকী বিশ্ববিখ্যাত' বিজ্ঞানীৰ জীৱনৰ অৱসান ঘটে।

২৪৭। **টমাচ ইয়ং :**—১৭৭৩ চনৰ ১৩ জুনত ইংলেণ্ডত এওঁৰ জন্ম হয়। দেউতাক কাপোৰ বেপাৰী আছিল। সৰুৰ পৰাই এওঁৰ কাৰুকাৰ্য্যই সকলোকে আচৰিত কৰি তুলিছিল। ১৪ বছৰ বয়সতে এওঁ সাতোটা ভাষা সম্পূৰ্ণ শিকি বিভিন্ন অধ্যয়ন কৰিছিল। এওঁ এজন চিকিৎসা আৰু পদাৰ্থ বিজ্ঞানী আছিল। ২১ বছৰ বয়সতে গৱেষণা প্ৰবন্ধ লিখি ৰয়েল চোচাইটিত পাঠ কৰি ৰাজকীয় সন্মান লাভ কৰিছিল। ১৭৯৬ চনত পদাৰ্থ বিজ্ঞানত ডক্টৰেট ডিগ্ৰী লয়। ১৭৯৯ চনত ডাক্টৰী সেৱা কৰে। ১৮০৮ চনত এম. ডি. ডিগ্ৰী লাভ কৰে। চেইণ্ট জৰ্জ চিকিৎসালয়ৰ উচ্চ পদত এওঁ অধিষ্ঠিত হৈছিল আৰু মৃত্যুলৈকে এই পদত থাকি ৰাইজৰ মাজত খ্যাতি লাভ কৰিছিল। এওঁ বৰ্ণ দৰ্শনৰ তিনি ৰঙৰ সূত্ৰ আৱিষ্কাৰক। ১৮১৬ চনৰ পৰা ১৮২৩ চনলৈকে ব্ৰিটেনিকা বিশ্বকোষৰ সম্পাদনাৰ কামত অশেষ কষ্ট কৰিছিল। ১৮২৯ চনত জড়তা ৰোগত ৫৫ বছৰ বয়সত মৃত্যুক আঁকোৱালি লব লগা হয়।

২৪৮। **টমাচ এডওৱাৰ্ড লবেঞ্চ :**—১৮৮৮ চনৰ ১৬ই আগষ্ট তাৰিখে ইংলেণ্ডত জন্মগ্ৰহণ কৰিছিল। এওঁৰ দুঃখদায়ক জন্ম কাহিনী অলপ ডাঙৰ হলত

জানিব পাৰি এওঁ মনত সংকল্প গ্ৰহণ কৰিছিল যে তেওঁ এনে ভাল কাম কৰিব যি কামে তেওঁৰ জন্ম অবৈধতাৰ বদনাম তল পৰি যাব। শেষত সঁচাকৈ এওঁৰ সংকল্প ৰক্ষা কৰিলে। নিজৰ ভিতৰতে অখিয়া অৰি লাগি পৰাধীন জাতি হোৱাৰ উপক্ৰম হোৱা আৰব সকলক পুনৰ একেলগ কৰি দেশৰ স্বাধীনতা ৰক্ষা অক্ষুণ্ণ ৰখাত এওঁৰ যি অৱদান এই অৱদানে এওঁক অমৰ কৰি ৰাখিছে। কেৱল আৰব দেশতে নহয় সমগ্ৰ বিশ্বতে। এওঁ আৰব সম্পৰ্কীয় বিষয়াৰ উপদেষ্টা ১৯২১ চনত নিযুক্তি পাইছিল। ১৯৩৫ চনৰ ১৩ মে তাৰিখে ৪৭ বছৰ বয়সত এওঁ এখন মটৰ চাইকেল দুৰ্ঘটনাত মৃত্যুৰ মুখত পৰে।

২৪৯। **টমাচ হাৰ্ডি** :—মানৱ দৰদী বৰণীয় সাহিত্যিক টমাচ হাৰ্ডিৰ জন্ম হৈছিল ১৮৪০ চনৰ ২ জুন তাৰিখে ডৰচেষ্টাৰৰ ওচৰৰ বকহাম্পটন নামৰ ঠাইত। এওঁৰ 'দি মেন হি কিলদ' নামৰ কবিতাটিয়ে দুৰ্দশাগ্ৰস্ত লোকৰ প্ৰতি কৰুণা, প্ৰেম আৰু অশান্তি সৃষ্টিকাৰীৰ প্ৰতি ঘৃণা ভাব প্ৰকট কৰি প্ৰকাশ কৰিছে। বিখ্যাত গ্ৰন্থসমূহ হ'ল :— ১। দি পুৱৰ মেন এণ্ড দি লেডি (১৮৬৮), ২। আণ্ডাৰ দি গ্ৰীন উড ট্ৰি (১৮৭৩), ৩। এ পেয়াৰ অব ব্লু আইজ (১৮৭৩), ৪। ফাৰ ফ্ৰম দি মেদিং ক্ৰাউড (১৮৭৪), ৫। দি হেণ্ড অব ইথেল বাৰ্টা, ৬। দি ৰিটাৰ্ন অব দি নেটিভ ৭। দি ট্ৰাম্পেট মেজৰ, ৮। এ লাউদিচিয়ান, ৯। টু অন এটাৱাৰ, ১০। দি মেয়ৰ অব চেষ্টাৰ ব্ৰিজ, ১১। দি উদলেণ্ডাৰচ। ইয়াৰ উপৰিও 'এপিক ড্ৰামা' আৰু গীতি কাব্য ৰচনা কৰি সুখ্যাতি লাভ কৰিছিল। পত্নীৰ পৰা প্ৰেৰণা আৰু জেদত লাগি এওঁ মূল্যবান গ্ৰন্থ ৰচনা কৰিছিল। ১৮২৯ চনত হাৰ্ডিৰ মৃত্যু হয়।

২৫০। **টমাচ মান** :—১৯২৯ চনত সাহিত্যত নোবেল বঁটা বিজয়ী টমাচ মানৰ জন্ম হৈছিল ১৮৭৫ চনৰ ৬ জুন তাৰিখে লুবেকত। ১৯১৩ চনত বন বিশ্ব-বিদ্যালয়ৰ পৰা ডক্টৰেট উপাধি লাভ কৰে। ১৯৪৪ চনত আমেৰিকাৰ নাগৰিক হয়। এওঁৰ বিখ্যাত গ্ৰন্থসমূহ হ'ল :— ১। বাডেন ক্ৰকছে (প্ৰথম ৰচনা), ২। টনিঅ' ক্ৰগাৰ ৩। কোৰেন্দিং লিচে হোহেইট ৪। ডেথ ইন ভেনিচ শেষ বয়সত ৰচনা কৰে, ৫। মেজিক মাউণ্টেইন, ৬। মেৰিঅ' মেজিচিয়ান, ৭। দি টেলচ অব জেকব, ৮। ইয়ং যোচেফ, ৯। যোচেফ ইন ইজিপ্ত, ১০। যোচেফ দি প্ৰভাইডাৰ, ১১। ভক্টাছ। ১৯৫৫ চনৰ ১২ আগষ্টত এই গৰাকী সাহিত্যিকৰ মৃত্যু হয়। সাহিত্য সাধনা কৰিবলৈ হ'লে ১। বাতি ভাল টোপনি

২। ভাল কিতাপ, ৩। নির্মল বতাহ, ৪। মাত্র দুই-চাবিজন বন্ধু আৰু ৫। শান্তি অপৰিহাৰ্য্য বুলি এওঁ কয়।

২৫১। **টমাচ গ্ৰাহাম**:—ইংলেণ্ডৰ এই ৰসায়নবিদ জন ১৮০৫ চনত জন্মগ্ৰহণ কৰিছিল। গেচীয় বিস্তাৰণক এটা বিখ্যাত সূত্ৰ উদ্ভাৱন কৰি বিখ্যাত হৈছিল। ১৮৬৯ চনত এওঁ মৃত্যু হয়।

২৫২। **টাইক দিব্ৰাহে**: ডেনমাৰ্কৰ এটা চহকী পৰিয়ালত ১৫৪৬ চনত জন্ম হৈছিল। দূৰবীণ আৱিষ্কাৰ নোহওঁতেই এওঁ আকাশত থকা তৰাবিলাকৰ অৱস্থান শুদ্ধকৈ গণনা কৰি উলিয়াইছিল। জ্যোতিষ্ক বিলাকৰ নিৰিক্ষণৰ বাবে এওঁ এবিধ বিশেষ ধৰণৰ "অভিনেত্ৰ" আৱিষ্কাৰ কৰিছিল। এওঁ অতি প্ৰকাণ্ড লোক আছিল। এবাৰ এওঁ নাকটোৰ একাংশ কাজিয়াত ভাগি যোৱাত সেই ভাগি যোৱা অংশ সোণ, ৰূপ আৰু মমেৰে পূৰাই লৈছিল। জাৰ্মানীত থকা সময়ত জাৰ্মানীৰ ৰাজকীয় গণিতজ্ঞ পদ লাভ কৰিছিল। এওঁ দুটা "বীক্ষানাগাৰ" প্ৰতিষ্ঠা কৰিছিল। ১৬০১ খৃঃ পূঃ এদিন অধিক ভোজন কৰাৰ ফলত মৃত্যু হয়।

২৫৩। **টি. এচ. ইলিয়ট**:—আধুনিক কবিতাৰ বাটকটীয়া নোবেল বঁটাৰে পুৰস্কৃত টি. এচ. ইলিয়টৰ জন্ম হৈছিল ১৮৮৮ চনত মাৰ্কিনযুক্ত ৰাষ্ট্ৰৰ মিচৌৰিত। এই সমালোচক আৰু নাট্যকাৰ গৰাকীয়ে প্ৰথমে ইংলেণ্ডত কেৰাণী আৰু শিক্ষকতা কৰিছিল। 'দি ৱেষ্টলেণ্ড' কাব্যখনিয়ে এওঁক বিখ্যাত কৰি তুলে। ১৯২৭ চনত বৃটিচ নাগৰিকত্ব গ্ৰহণ কৰে। ১৯৩০ চনত "এচ ওৱেডনেছ ডে" নামৰ গ্ৰন্থখন প্ৰকাশ হয়। এওঁৰ অন্যান্য গ্ৰন্থসমূহ হৈছে—১। দি চেক্ৰেড ইড্। ২। টু ক্ৰিটিচাইজ দি ক্ৰিটিক, ৩। প্ৰুফ্ৰ'ক এণ্ড আদাৰ একজাৰভেচন, ৪। পোৱেমছ। আমেৰিকাৰ কেইবাটাত বিশ্ববিদ্যালয়ে এওঁলৈ বিভিন্ন ডিগ্ৰী আগবঢ়াইছিল। ১৯৪৮ চনত ৰজা ষষ্ঠ জৰ্জে 'অৰ্ডাৰ অৱ মেৰিট' সন্মান আৰু 'নাইট কমাণ্ডাৰ' উপাধি দিছিল। লিজিঅন অৱ অনাৰ' সন্মানেৰে ফৰাচী ৰাষ্ট্ৰপতিয়ে সন্মান যাচিছিল। ১৯৬৫ চনৰ ৪ জানুৱাৰীত এই গৰাকী সাহিত্যিকৰ মৃত্যু হয়। এওঁ কবিতা সাহিত্যৰ বাবে ১৯৪৮ চনত নোবেল বঁটা লাভ কৰিছিল। 'দি ওৱেষ্ট লেণ্ড' এওঁৰ আটাইতকৈ বিখ্যাত কবিতা।

২৫৪। **ডগলাচ্ বেডাৰ**:—অসাধাৰণ বীৰ সৈনিক ডগলাচ্ বেডাৰৰ জন্ম হৈছিল ১৯১০ চনত ভাৰতবৰ্ষত। অৱশ্যে, জন্মৰ পিচতে মাকৰ সৈতে ইংলেণ্ডলৈ যায় আৰু তাতে শিক্ষাগ্ৰহণ কৰে। পঢ়াশুনাতকৈ এওঁ খেলাধূলাতহে

সুনাম অৰ্জন কৰিছিল। ১৯২৮ চনত এয়াৰ ফ'ৰ্চৰ কলেজত ভৰ্তি হয় আৰু মাত্ৰ ছঘন্টা অনুশীলন কৰাৰ পাচতে এওঁ বিমান উৰুৱাব পাৰিছিল। এয়াৰ ফ'ৰ্চৰ প্ৰশিক্ষণ শেষ কৰাৰ পাচতে কেপ্তেইন পদত নিযুক্তি পোৱা এই গৰাকী ব্যক্তিয়ে ১৯৩১ চনৰ ১৪ ডিচেম্বৰ তাৰিখে এক বিমান দুৰ্ঘটনাত দুয়োটা ভৰি হেৰুৱাব-লগীয়া হৈছিল যদিও এনেদৰে বিমান চলাই উইং কমাণ্ডাৰ পৰ্য্যায়লৈকে উন্নীত হয়। এবাৰ এওঁ এখন যুদ্ধত শত্ৰুৱে এওঁৰ বিমান ধ্বংস কৰাত এওঁৰ এটা কাঠৰ ভৰি ভাগি যোৱাত বন্দী হয় আৰু বন্দী হৈ থকা অৱস্থাতে এটা চুমহলীয়া ঘৰৰ ওপৰৰ পৰা এটা মাত্ৰ কাঠ ভৰিয়েই পলাবলৈ চেষ্টা কৰি ধৰা পৰে। এনে সাহসিকতাৰ বাবে এওঁক অসম্ভৱ যুদ্ধবন্দী বুলি কোৱা হয়।

২৫৫। **ডনাল্ড ব্ৰেডমেন :** বিশ্বৰ শ্ৰেষ্ঠ এই ক্ৰিকেট খেলুৱৈ গৰাকীৰ জন্ম হৈছিল ১৯০৮ চনৰ ২৭ আগষ্ট তাৰিখে অষ্ট্ৰেলিয়াত। এওঁক এই শতিকাৰ শ্ৰেষ্ঠ বেটচ্‌মেন বুলিব পাৰি। ক্ৰিকেট জগতৰ এজন সন্মানীয় খেলুৱৈ। এওঁক "ৰান মেচিন" বোলা হয়।

২৫৬। **ডাগ হেমাৰ কজল্ড :**—১৯০৫ চনত চুইডেনত জন্মগ্ৰহণ কৰা বিশ্বৰ সাম্প্ৰতিক ইতিহাসৰ ই অন্যতম বিতৰ্কিত ব্যক্তি। এওঁ সুখেলুৱৈ লগতে চুইডেন আৰু পোলেণ্ডৰ বিখ্যাত দুঃসাহসিক পৰ্বত আৰোহণকাৰী আছিল। ১৯৫৩ চনৰ এপ্ৰিল মাহত এওঁ ৪৮ বছৰ বয়সত ৰাষ্ট্ৰসংঘত সচিব প্ৰধান হিচাবে মনোনীত হৈছিল। চুইডেনৰ লোকসেৱা বিভাগৰ সৰ্বোচ্চ পদ "আণ্ডাৰ চেক্ৰেটাৰী" লাভ কৰিছিল অতি কম বয়সতে। এওঁ, কেইবাটাও কাৰ্য্যকাল ৰাষ্ট্ৰসংঘৰ সচিব প্ৰধান হৈ থকা কালচোৱাত কেইবাটাও গুৰুত্বপূৰ্ণ সমস্যাৰ সন্মুখীন হ'বলগীয়া হৈছিল, আৰু তাক সমাধানো কৰিছিল। ৰাষ্ট্ৰসংঘৰ সচিব প্ৰধান সকলৰ দায়িত্ব; কৰ্তব্য আৰু ক্ষমতাৰ সম্পৰ্কে নীতি নিৰ্দ্ধাৰণ কৰিছিল।

২৫৭। **ডেভিদ লয়ড জৰ্জ :**—বিশ্বত বিচক্ষণ ৰাজনৈতিক নেতা হিচাবে সুখ্যাতি অৰ্জন কৰা ডেভিদ লয়ড জৰ্জৰ ১৮৬৩ চনৰ ১৭ জানুৱাৰী তাৰিখে ইংলেণ্ডৰ ওৱেল্‌চত জন্মগ্ৰহণ কৰিছিল। এওঁৰ ঘৰুৱা আৰ্থিক অৱস্থা বৰ ভাল নাছিল। এওঁ এজন সুবক্তাৰ উপৰিও এজন নেতাৰ গাত যিবিলাক গুণ থাকিব লাগে সেই গুণবিলাক থকাৰ কাৰণেই জনসাধাৰণৰ মন জয় কৰিবলৈ সক্ষম হৈছিল। ১৯১১ চনত নেচনেল "ইন্সিওৰেঞ্চ এক্ট" এওঁৰ প্ৰচেষ্টাত সদনত পাচ হৈছিল। এওঁ প্ৰধানমন্ত্ৰীৰ কাৰ্য্যভাৰ গ্ৰহণ কৰাৰ পাচতে জনসাধাৰণৰ উন্নতিৰ

কাৰণে কিছুমান নতুন দপ্তৰ খোলে। লীগ অব নেচনচ্ এওঁৰ প্ৰচেষ্টাত প্ৰতিষ্ঠা কৰাৰ অৱদানৰ বাবেই এওঁৰ নাম বিশ্বত যুগমীয়া হৈ থাকিব। এওঁ দ্বিতীয়বাৰৰ বাবে ইংলেণ্ডৰ প্ৰধানমন্ত্ৰী হোৱাৰ পাচত ৰাজনৈতিক দিশত বহুতো সংশোধন আনি বিশ্ব ৰাজনীতিত বিশেষ অৰিহণা আগবঢ়াইছিল। এই নতুন সংশোধনৰ ভিতৰত ১। মহিলাৰ ভোটাধিকাৰ দান, ২। স্বাস্থ্য আৰু পৰিবহন মন্ত্ৰী দপ্তৰ স্থাপন, ৩। যুদ্ধত ক্ষতিগ্ৰস্ত সকলক সংস্থাপন, ৪। ভাৰত চৰকাৰ আইনৰ সংশোধনৰ জৰিয়তে ভাৰতক স্বাধীনতা দানৰ খচৰা আইন। এই আইনৰ কাৰণেই ভাৰতে স্বাধীনতা লাভ কৰে। এই মহান সমাজ-সংস্কাৰক বিশ্বৰ অন্যতম শীৰ্ষস্থানীয় নেতা গৰাকীৰ ১৯৪৫ চনৰ ২৬ মাৰ্চ তাৰিখে ৮২ বছৰ বয়সত দেহৰ অৱসান ঘটে।

২৫৮। **ডেমোক্ৰিটাচ** :—গ্ৰীচ দেশৰ এই বিখ্যাত পদাৰ্থবিজ্ঞানী গৰাকীৰ জন্ম হৈছিল ৩৬০ খৃঃত। এওঁ গ্ৰীচ দেশৰ এজন প্ৰসিদ্ধ পণ্ডিত। ইউৰোপৰ মানুহে এওঁক পদাৰ্থ বিজ্ঞানৰ জনক বুলি কয়। সমগ্ৰ বিশ্ব অণু-পৰমাণুৰে গঠিত বুলি এওঁ আৱিষ্কাৰ কৰিছিল।

২৫৯। **ডিম'ক্ৰিটাচ** :—গ্ৰীচত আৱদেৰা নামে এখন সৰু ঠাইত খৃঃ পূঃ আনুমানিক ৪৭০ খৃঃত জন্ম হৈছিল। এওঁক হাস্যময় "দাৰ্শনিক" বুলিও কোৱা হয়। সকলো পদাৰ্থ অবিভাজ্য কণিকাৰ সমষ্টিৰ বুলি এওঁ প্ৰচাৰ কৰিছিল। এওঁৰ মতে "মিঠা, তিতা, কেহা আদি যিবিলাক সোৱাদ আমি অনুভৱ কৰোঁ সেইবিলাক আচলতে পদাৰ্থত নাই। বিশ্ব-ব্ৰহ্মাণ্ডখন আচলতে "পৰমাণু আৰু শূন্যতাৰ সমষ্টিহে বুলি এওঁ কৈছিল"।

২৬০। **ডিউইট্ ডি আইচেন হাৱাৰ** :—১৮৯০ চনত মধ্য আমেৰিকাৰ টেক্সাচ অঞ্চলৰ এটা সাধাৰণ পৰিয়ালত কুৰি শতিকাৰ স্মৰণীয় ৰাজনৈতিক এই ব্যক্তি গৰাকীৰ জন্ম হৈছিল। এওঁ কৰ্মপটু আৰু বিশেষ ব্যক্তিত্বৰ গুণেৰে প্ৰথমে এজন সাধাৰণ সৈনিক হিচাবে যোগদান কৰি আমেৰিকাৰ নিচিনা এখন দেশৰ সেনাবাহিনীৰ প্ৰধান পদটি লাভ কৰিবলৈ সক্ষম হোৱাৰ উপৰিও আমেৰিকা যুক্তৰাষ্ট্ৰৰ ৰাষ্ট্ৰপতি পদলৈও নিৰ্বাচিত হৈছিল। ১৯৫৩ চনৰ জানুৱাৰী মাহত আমেৰিকাৰ ৩৪তম ৰাষ্ট্ৰপতি হিচাবে কাৰ্য্যভাৰ গ্ৰহণ কৰে। এওঁ জীৱনত কৰা অন্য এক উল্লেখযোগ্য প্ৰধান কাম হ'ল—আন্তৰ্জাতিক ক্ষেত্ৰত পাৰমাণৱিক শক্তিৰ শান্তিপূৰ্ণ প্ৰয়োগ স্থাপন। ১৯৬৯ চনৰ ২৮ মাৰ্চ তাৰিখে ৭৮ বছৰ বয়সত এই মহান কৰ্মী গৰাকীৰ দেহৰ অৱসান ঘটে।

২৬১। **ডেনিয়েল দেক :**—ইংৰাজী প্ৰথম বিখ্যাত উপন্যাস "ৰবীনচন ক্ৰোচ" ৰচক ডেনিয়েল দেফৰ জন্ম হৈছিল ১৬৬০ চনত লণ্ডন মহানগৰীত। পৃথিৱীৰ বিভিন্ন ভাষালৈ অনুবাদ হোৱা এই বিখ্যাত গ্ৰন্থখনৰ উপৰিও এওঁ বহুতো মূল্যবান গ্ৰন্থ ৰচনা কৰিছিল। ইয়াৰ ভিতৰত—১। এ জৰ্ণেল অৱ দি প্লেগ ইয়েৰ, ২। এ ট'ৰ থুক দি হোল আইলেণ্ডচ অৱ গ্ৰেট বৃটেন, ৩। দি ফৰটুনচ এণ্ড মিচফৰটুনচ অৱ্ দি ফেমাচ মল ফ্লেণ্ডাৰচ আদি। এওঁ এগৰাকী প্ৰখ্যাত সাংবাদিকো আছিল। ১৭৩১ চনত ৭১ বছৰ বয়সত এওঁ মৃত্যু হয়।

২৬২। **ডেলেভডা গ্ৰাজিয়া :**—১৯২৬ চনত সাহিত্যত নোবেল বঁটা লাভ কৰা এই গৰাকী ঔপন্যাসিকৰ জন্ম হৈছিল ১৮৭১ চনত চাৰ্ডিনিয়াত। বিদ্যালয়ত আনুষ্ঠানিকভাবে শিক্ষা গ্ৰহণ নোলোৱা এই গৰাকী মহিলাই ১৩ বছৰ বয়সতে চুটি গল্প 'ষ্টাৰ অৱ চাৰ্ডিনিয়া' আলোচনীত প্ৰকাশ হৈছিল। 'কচিন' নামৰ আলোচনী এখনত এওঁৰ আত্মজীৱনী এখনি প্ৰকাশ পাইছিল যদিও এওঁৰ মৃত্যুৰ প্ৰায় এবছৰ পাচত ১৯৩৭ চনতহে প্ৰকাশ হৈছিল। এওঁৰ বিখ্যাত গ্ৰন্থসমূহ হ'ল—১। ফ্লাৱাৰ অৱ্ চাৰ্ডিনিয়া, ২। অনেষ্ট ছল, ৩। দি ইভিল ৱে, ৪। ওল্ড্ মেন্ এণ্ড দি মাইণ্টেন, ৫। দি ষ্টাৰ অৱ কেনভিক্ট ইন্ লাভ উইথ হিজ ওন ব্ৰাডাৰ্চ ব্ৰাইড, ৬। এ চেছ আপ টু দি লিমিট, ৭। ইন্ দি ডেছটি, ৮। ড'ভছ এণ্ড ফেনকনছ, ৯। দি ওমেন এণ্ড দি প্ৰিষ্ট। ১৯৩৬ চনৰ ১৫ আগষ্ট তাৰিখে এই গৰাকী মহিলা সাহিত্যিকৰ মৃত্যু হয়।

২৬৩। **তানচেন :**—১৫০৬ চনত ভাৰতীয় এই বিখ্যাত সঙ্গীতজ্ঞ গৰাকীৰ জন্ম হৈছিল। আকবৰৰ ৰাজসভাত এওঁ এজন প্ৰখ্যাত সঙ্গীতজ্ঞ আছিল। এওঁ প্ৰবৰ্তন কৰা ৰাগ সমূহ হ'ল—১। দীপক ৰাগ, ২। দৰবাৰী ৩। কানাড়া ৰাগ, ৪। মিঞাঁকি জয় জয়ন্তি ৰাগ ইত্যাদি। ১৫৮৫ চনত এই প্ৰখ্যাত সঙ্গীতজ্ঞ গৰাকীয়ে আগ্ৰাত দেহত্যাগ কৰে।

২৬৪। **তাৰাশঙ্কৰ বন্দ্যোপাধ্যায় :**—১৮৯৪ চনত পশ্চিমবঙ্গৰ এখন গাঁৱত জন্মগ্ৰহণ কৰিছিল। এওঁ এজন প্ৰসিদ্ধ ঔপন্যাসিক। ৰবীন্দ্ৰ পুৰস্কাৰ, সাহিত্য একাডেমী পুৰস্কাৰৰ উপৰিও ১৯৬৯ চনত 'গণদেৱতা' নামৰ উপন্যাস-খনৰ বাবে এওঁ জ্ঞানপীঠ বঁটা লাভ কৰে। ১৯৭১ চনত এই সাহিত্যিক গৰাকীৰ মৃত্যু হয়।

২৬৫। **তুলসীদাস :**—লোকনায়ক আৰু হিন্দু মহান কবি তুলসীদাস

উত্তৰ প্ৰদেশৰ ৰাজপুৰা নামৰ ঠাইত ১৫৩২ চনত জন্মগ্ৰহণ কৰিছিল। ভক্তি আন্দোলনৰ এওঁ এজন আগশাৰীৰ কবি আছিল। এওঁ হিন্দু বিশিষ্ট সমাজ-সংস্কাৰক। এওঁ হিন্দী ভাষাত ৰচনা কৰা "ৰাম চৰিত মানস" এক উল্লেখযোগ্য গ্ৰন্থ। তুলসীদাস কৃষ্টি আৰু ধৰ্মৰ এক প্ৰতীক স্বৰূপ। এওঁ বেদ, পুৰাণ আৰু উপনিষদ অধ্যয়ন কৰিছিল। ১৬২৩ চনত এওঁৰ দেহৰ অৱসান ঘটে।

২৬৬। **ডঃ থমাচ উড্ৰ উইলছন**:—শান্তিৰ নোবেল বঁটা বিজয়ী বিচক্ষণ ৰাজনীতিবিদ আৰু শিক্ষক আমেৰিকাৰ ২৭ তম এই ৰাষ্ট্ৰপতি গৰাকীৰ জন্ম হৈছিল ১৮৫৬ চনৰ ২৮ ডিচেম্বৰত ভাৰ্জিনিয়াৰ ষ্টনটিনত। ১৮৮৬ চনৰ ৰাজনীতি বিষয়ত ডক্টৰেট ডিগ্ৰী লাভ কৰে। ৩০ বছৰ বয়সত প্ৰিন্সটন কলেজৰ অধ্যাপক পদত নিযুক্তি পায়। ১৯১০ চনত নিউ জাৰ্চিৰ গভৰ্ণৰ হয় আৰু দু বছৰ মানৰ পিচতে কৰ্মপটু ৰাজনীতিবিদ হিচাবে এওঁ জনাজাত হৈ পৰে। এই মহান মানৱ শান্তিদূত গৰাকীৰ ১৯২৪ চনত মৃত্যু হয়। ১৯১৯ চনত এওঁ শান্তি নোবেল বঁটা লাভ কৰে।

২৬৭। **থেলিচ**:—খৃঃ পূঃ ৬৪০ ত গ্ৰীচৰ সৰ্বতোতকৈ প্ৰসিদ্ধ চহৰ মিলেটাচত এই গৰাকী ভৌতিক বিজ্ঞানৰ প্ৰৱৰ্তকৰ জন্ম হৈছিল। এওঁ দাৰ্শনিক, গণিতজ্ঞ, প্ৰযুক্তিবিদ, ব্যৱসায়ী, পৰ্য্যটক আৰু ৰাজনীতিজ্ঞ লোকো আছিল। এওঁ স্কুল-কলেজত পঢ়া নাছিল যদিও এইজন লোকে বিজ্ঞান জগতলৈ মহৎ অৱদান আগবঢ়াই গৈছে। এওঁ কেইবাটাও জ্যামিতিৰ উপপাদ্য আৱিষ্কাৰ কৰিছিল। এওঁ জীৱনৰ শেষত গ্ৰীচদেশৰ সাতজন জ্ঞানীলোকৰ ভিতৰত প্ৰথম বুলি পৰিগণিত হৈছিল। বিদ্যুৎ আৰু চুম্বকত্বৰ প্ৰথম গৱেষক বুলি কব পাৰি। এওঁৱেই প্ৰথম দেখুৱাইছিল যে জাং ফাইৰ মাৰি এডাল কোনো নোমাল পদাৰ্থৰে ঘঁহিলে মাৰিডালে কাগজৰ টুকুৰা চৰাইৰ পাখি আদি আকৰ্ষণ কৰিব পৰা ক্ষমতা লাভ কৰে। এইয়া স্থিৰ বিদ্যুৎৰ (Statical Electricity) আৰম্ভণি। ৫৪৬ খৃঃত এওঁৰ মৃত্যু হয়।

২৬৮। **থিয়ড'ৰ ৰুজভেল্ট**:—শান্তিৰ নোবেল বঁটা বিজয়ী আমেৰিকাৰ ২৬ তম ৰাষ্ট্ৰপতি থিয়ড'ৰ ৰুজভেলটৰ জন্ম হৈছিল ১৮৫৮ চনৰ ২৭ অক্টোবৰত নিউইয়ৰ্ক চহৰত। এওঁ অকল ৰাজনীতিবিদেই নহয় সমাজ সংস্কাৰক, প্ৰাণীতত্ত্ববিদ, লেখক আৰু কূটনীতিবিদ হিচাবেও এওঁ খ্যাতি অৰ্জন কৰিছিল। শাৰীৰিকভাৱে এওঁ অতি দুৰ্বল আছিল আৰু সেয়েহে ১২ বছৰ বয়সৰ মানৰ

পৰাই ব্যায়াম কৰি সুস্বাস্থ্য গঢ়ি তুলিছিল। নিউইয়র্কৰ পুলিচ কমিচনাৰ থকা সময়ত এওঁ নিউইয়র্কৰ পুলিচ বাহিনীটি দুৰ্নীতিমুক্ত কৰিবলৈ চেষ্টা কৰি আদৰ্শ বাহিনীত পৰিণত কৰিছিল। ১৯০০ চনত আমেৰিকাৰ উপ-ৰাষ্ট্ৰপতিৰূপে নিৰ্বাচিত হয় আৰু এবছৰ পিছতে ৰাষ্ট্ৰপতি হয়। এই সময়তে এওঁ পানামা খাল নিৰ্মাণ আৰু ৰুচ-জাপান যুদ্ধৰ অৱসান ঘটায় যাৰ বাবে এওঁ শান্তি নোবেল বঁটা লাভ কৰে ১৯০৬ চনত। প্ৰাকৃতিক সম্পদ সুৰক্ষা কৰা এওঁৱেই আমেৰিকাৰ প্ৰথম ৰাষ্ট্ৰপতি। এওঁ কেইবাখনো জীৱনী আৰু আত্মজীৱনী লিখি খ্যাত হৈছিল। ১৯১৯ চনৰ ৫ জানুৱাৰী তাৰিখে এওঁ শুই থকা অৱস্থাতে প্ৰাণবায়ু ওলাই যায়।

২৬৯। **দালাই লামা :**—দালাই লামাৰ প্ৰকৃত নাম টেনজিন গিয়াটছু। ১৯৩৫ চনৰ জুলাই মাহত তিব্বতৰ এখন গাৱঁত জন্ম হৈছিল। মাত্ৰ ৭ বছৰ বয়সতে এওঁ দুহেজাৰ বৌদ্ধ অনুগামী ভকতৰ সৈতে এখন প্ৰাৰ্থনা সভাত অংশ-গ্ৰহণ কৰি সকলোকে চমৎকৃত কৰিছিল। খুব কম বয়সতে এওঁ আন্তৰ্জাতিক ৰাজনীতিত প্ৰবেশ কৰিছিল। তিব্বতীয় সকলৰ সামাজিক মুক্তি আৰু মানৱ অধিকাৰৰ বাবে এওঁ সমগ্ৰ বিশ্বতে জনমত সৃষ্টি কৰিছিল। মানৱ অধিকাৰ আৰু শান্তিৰ বাবে এওঁ আগবঢ়োৱা অবদানৰ বাবে ১৯৮৯ চনত শান্তি নোবেল বঁটা এওঁলৈ আগবঢ়ায়। তিব্বতীয় লোকৰ আধ্যাত্মিক গুৰু সহজ সৰল জীৱন যাপন কৰা দালাই লামাই নোবেল বঁটাত লাভ কৰা সাৰে সাত নিযুত টকাৰে কিছু দৰিদ্ৰ লোকৰ কাৰণে আৰু বাকী শান্তি বিশ্ববিদ্যালয় নামৰ এটি বৃহৎ অনুষ্ঠান খুলিবলৈ চিন্তা কৰিছে। শান্তি আৰু অহিংসাৰ পূজাৰী এই গৰাকী মহান ব্যক্তি মহাত্মা গান্ধীৰ আদৰ্শৰে অনুপ্ৰাণিত।

২৭০। **দাদি প্ৰকাশমণি :**—বিশ্বৰ ১৭০০ শাখাৰ জৰিয়তে শান্তি বাণী প্ৰচাৰ কৰাৰ বাবে ব্ৰহ্ম কুমাৰী বিশ্ব আধ্যাত্মিক বিশ্ববিদ্যালয়ৰ মুৰব্বী এই প্ৰখ্যাত ব্যক্তি গৰাকীয়ে ৰাষ্ট্ৰসংঘৰ শান্তি বঁটা লাভ কৰিছে।

২৭১। **ডাঃ দা ভ্ৰিচ :**—এওঁ বিশ্ববিখ্যাত শল্য চিকিৎসক, বিজ্ঞানী ১৯৮২ চনৰ ২৯ নবেম্বৰ তাৰিখে কৃত্ৰিম কলিজা গঢ়া শিল্পী ৰবাৰ্ট জাৰ্ভিকে প্লাষ্টিক আৰু এলুমিনিয়ামেৰে তৈয়াৰ কৰা এটা কৃত্ৰিম কলিজা, নাম জাৰ্ভিক—৭ মৃত্যুক্ষণ গণা ৩১ বছৰীয়া এজন দন্ত চিকিৎসকে বাৰ্ণি ক্লাকৰ বুকুত বিশ্ববিখ্যাত চিকিৎসক ডাঃ দা ভ্ৰিচে অসীম সাহসিকতাৰে সুকলমে প্ৰতিষ্ঠা কৰি বিশ্বত

চিকিৎসা বিজ্ঞানত এক অভিলেখ সৃষ্টি কৰিছিল। চিকিৎসা বিজ্ঞানলৈ আগবঢ়োৱা এই মহৎ অৱদানৰ বাবেই এই গৰাকী চিকিৎসা বিজ্ঞানী সদায় অমৰ হৈ থাকিব।

২৭২। **দাৰা সিং :**—বিশ্ববিখ্যাত এই মল্ল-যোদ্ধা গৰাকী পাঞ্জাবৰ অমৃতসৰ জিলাৰ ধৰমচুক নামৰ সৰু গাওঁ এখনত জন্মগ্ৰহণ কৰিছিল। ৭ বছৰ বয়সৰ পৰাই গাৱঁৰ বিভিন্ন প্ৰতিযোগিতাত অংশগ্ৰহণ কৰি নিজৰ পাৰদৰ্শিতা দেখুৱাব পাৰিছিল। ১৯৫৪ চনত শ্ৰেষ্ঠ মল্লবীৰ ভাৰত চেম্পিয়ন হয়। ১৯৫৭ চনত লণ্ডনত হোৱা বিশ্ব মল্লযোদ্ধা চেম্পিয়নত প্ৰথম বাৰ যোগদান কৰে যদিও অমীমাংসিতভাৱে শেষ হয়। ১৯৬৮ চনৰ ২৯ মেত পুনৰ এওঁ বিশ্বৰ মল্লযোদ্ধা চেম্পিয়নত যোগদান কৰি বিশ্ব চেম্পিয়ন খিতাপ লাভ কৰে। আচৰিত যে—১৯৬৮ চনৰ পৰা এওঁ মল্ল যুদ্ধৰ পৰা অৱসৰ লোৱা সময়লৈকে অৰ্থাৎ ১৯৮৩ চনলৈকে বিশ্ব চেম্পিয়ন খিতাপ অৰ্জন কৰি বিশ্ববাসীক চমক খুৱাইছিল। এওঁ বোল ছবিৰ অভিনেতাৰ উপৰিও বোলছবিৰ প্ৰযোজকো। ১৯৬০ চনত কিং কং নামৰ বোলছবিখনতে প্ৰথম অভিনয় কৰে। এওঁ কেইবাখনো হিন্দি বোলছবিৰ অভিনেতাৰ উপৰিও কেইবাখনো হিন্দি ছবি প্ৰযোজনাও কৰে। এওঁৰ বৰ্তমান বয়স প্ৰায় ৬৪ বছৰ।

২৭৩। **দাদা ইদি আমিন :**—বিশ্বৰ আটাইতকৈ নিষ্ঠুৰ শাসনকৰ্তা দাদা ইদি আমিনৰ জন্ম হৈছিল ১৯২৫ চনত উগেণ্ডাত। এওঁ অশিক্ষিত লোক আছিল। এওঁ আঠবছৰীয়া ৰাষ্ট্ৰপতি হিচাবে থকা কালছোৱাত প্ৰায় ৪ লাখ নিৰ্দোষী জনসাধাৰণে প্ৰাণ দিবলগীয়া হৈছিল। ভগবাৰী বিবাহিতা ভাৰ্যাকে ধৰি মুঠ ৪০ গৰাকী পৰিবাৰ ৰাখি অতি বিলাসী জীৱন যাপন কৰিছিল। যথেষ্ট ওখ পাখ আৰু ১২৫ কেজি ওজনৰ ইদি আমিনৰ চেহেৰা অতি ভয়ঙ্কৰ আছিল। এওঁৰ পৰিয়াল বৰ্তমান চৌদি আৰবিয়ানৰ আচিলামত বসবাস কৰে।

২৭৪। **ধ্যানচান্দ :**—হকি খেলত বিশ্বত ৰেকৰ্ড প্ৰতিষ্ঠা কৰা ধ্যান-চান্দৰ জন্ম হৈছিল ১৯০৫ চনৰ ২৯ আগষ্ট তাৰিখে উত্তৰ প্ৰদেশৰ এলাহাবাদ চহৰত। ১৬ বছৰ বয়সত এওঁ সৈন্য বাহিনীত যোগদান কৰিছিল আৰু সৈনিক হৈ থাকোতেই হকি খেল অনুশীলন কৰি ১৯২৮ চনত আমস্টাৰডামত অনুষ্ঠিত হোৱা অলিম্পিক খেলত যোগদান কৰি সোণৰ পদক লাভ কৰিছিল। এওঁ

চাৰিখন অলিম্পিক খেলত যোগদান কৰি চাৰিটা সোণৰ পদক হকিত লাভ কৰাৰ উপৰিও মুঠ ১০টা গ'ল দিয়ে আৰু বিশ্বৰ অন্যান্য হকি খেলত যোগদান কৰি মুঠ ৩০০টা গ'ল দি বিশ্বত ৰেকৰ্ড প্ৰতিষ্ঠা কৰে আৰু এই ৰেকৰ্ড এতিয়াও ভঙ্গ হোৱা নাই (১৯৯০ চন পৰ্যন্ত)। দেশ স্বাধীন হোৱাৰ পাচত এওঁ মেজৰলৈ পদোন্নতি হয় আৰু ভাৰত চৰকাৰে পদ্মভূষণ উপাধি আগবঢ়ায়। ১৯৩৬ চনত বাৰ্লিন অলিম্পিকত অলিভ ক্ৰাউন সন্মান আৰু ১৯৬৮ চনত মেক্সিকো অলিম্পিকত বিশিষ্ট অতিথি হিচাবে আমন্ত্ৰণ হোৱা ভাৰতীয় এই সুখেলুৱৈ গৰাকীৰ ১৯৭৯ চনত মৃত্যু হয়।

২৭৫। **নিক'লাচ কপাৰনিকাচ**:—এওঁৰ প্ৰকৃত নাম নিকলা কপানিক। এওঁ ১৪৭৩ খৃঃত পোলেণ্ডৰ থৰ্ন নামৰ গাৱঁত জন্মগ্ৰহণ কৰিছিল। প্ৰথমে এওঁৱেই ঘোষণা কৰে যে—গ্ৰহ, নক্ষত্ৰ, পৃথিৱী আদি সূৰ্য্যৰ চাৰিও পিনে ঘূৰে আৰু সূৰ্য্য সুঘূৰে। এওঁৰ মূল্যবান গ্ৰন্থ হ'ল—"জ্যোতিষ্ক বিলাকৰ প্ৰদক্ষিণৰ বিষয়ে" (De Revolutionibus Ornium Coelestum)। ১৫৪৩ চনত ৭০ বছৰ বয়সত এওঁ মৃত্যু হয়।

২৭৬। **নিক'লাচ অট'**:—১৮৩২ চনত এওঁ জন্মগ্ৰহণ কৰিছিল। জাৰ্মানীৰ ইঞ্জিনীয়াৰ নিক'লাচ অট'ই আৱিষ্কাৰ কৰা ইঞ্জিনটোৰ নাম 'অট' ইঞ্জিন'। এই ইঞ্জিনক আভ্যন্তৰীণ দহন ইঞ্জিনো কোৱা হয়। ১৮৬১ চনত পোন প্ৰথমে এটা দুই পৰ্য্যায়ৰ ইঞ্জিন নিৰ্মাণ কৰিবলৈ সক্ষম হৈছিল আৰু পিচত ৪ পৰ্য্যায় ইঞ্জিন দুজন ইঞ্জিনীয়াৰ ইউগেন লাংগেন আৰু পটলিচ ডেইমলাৰৰ সহযোগত সাজি উলিয়াইছিল। নিক'লাচ অট'ৰ জীৱনৰ অৱসান ঘটে ১৮৯১ চনত।

২৭৭। **নীল আৰ্মষ্ট্ৰং**:—১৯৩০ চনত আমেৰিকাত জন্মগ্ৰহণ কৰা নীল আৰ্মষ্ট্ৰংএ চন্দ্ৰত প্ৰথম মানৱ হিচাবে পদাৰ্পণ কৰি গোটেই বিশ্বতে সুখ্যাতি লাভ কৰিবলৈ সক্ষম হৈছিল। এওঁ সৰুৰ পৰাই উচ্চাকাংখী আছিল আৰু শূন্যতে উপস্থিত থাকিবলৈ পৰিকল্পনা কৰিছিল। ১৯৬৭ চনৰ ১৬ জুলাই তাৰিখে পুৱা ৯ বাজি ৩২ মিনিটত নীল আৰ্মষ্ট্ৰং আৰু এলড্ৰিনে মহাকাশ অভিযান এপ'ল' —১১ যোগেদি চন্দ্ৰৰ অভিমুখে যাত্ৰা আৰম্ভ কৰিছিল। এই যাত্ৰাৰ দৈৰ্ঘ আছিল মুঠ ৩ লাখ ৮২ হাজাৰ ৪শ মাইল। নানা দুৰ্যোগৰ মাজেদি অতিক্ৰম কৰি ১৯৬৯ চনৰ ২০ জুলাই তাৰিখে ৰাতি ১০ বাজি ৫১ মিনিটত এওঁলোকে

চন্দ্ৰত অৱতৰণ কৰে। পূৰ্ব নিৰ্দ্ধাৰিত তিনি ঘণ্টাৰ পূৰ্বে এওঁলোকে চন্দ্ৰত অৱতৰণ কৰিছিল।

২৭৮। **নীলচ ব'ৰ :**—সম্পূৰ্ণ নাম নীলচ্ হেনৰিক ডেভিড বৰ। ১৮৮৫ চনৰ ৭ অক্টোবৰ দিনা ডেনমাৰ্কৰ ৰাজধানী কপেনহেগেনত এওঁ জন্ম হয়। সকৰ পৰাই এওঁ অতি চোকা বুদ্ধিৰ ছাত্ৰ আছিল। কপেনহেগেন বিশ্ববিদ্যালয়ত পঢ়ি থকা সময়তে "পৃষ্ঠ টান" ( Surface tension ) নামৰ জলস্থিতি বিজ্ঞানৰ এটি শাখাৰ বিষয়ে গৱেষণা কৰিছিল যাৰ বাবে ১৯০৭ চনত ডেনমাৰ্কৰ 'ৰয়েল একাডেমি অৱ চায়েন্স'ৰ পৰা সোণৰ পদক পাবলৈ সক্ষম হৈছিল। ১৯১১ চনত "ইনভেষ্টিগেশ্যনচ অৱ দি ইলেকট্ৰনিক থিয়ৰী অৱ মেটেলচ" নামৰ এখন গৱেষণা গ্ৰন্থ লিখি উলিয়ায় আৰু ইয়াৰ বাবে ডক্টৰেট ডিগ্ৰী লাভ কৰে। ব'ৰৰ তত্ত্ব ১৯১৩ চনত ২৭ বছৰ বয়সতে আগবঢ়ায়। এওঁ বিজ্ঞানৰ আৱিষ্কাৰ-সমূহৰ বাবে ১৯২২ চনত নোবেল বঁটা লাভ কৰে। "পৰমাণু কেন্দ্ৰৰ বিভঙ্গন" এওঁৰ উল্লেখযোগ্য আৱিষ্কাৰ। "শান্তিৰ বাবে পৰমাণু পুৰস্কাৰ" ১৯৫৭ চনত এওঁৱেই প্ৰথম পায়। ১৯৪৭ চনত ডেনমাৰ্কৰ ৰাজা ফ্ৰেডেৰিকে এওঁক নাইট উপাধি দিয়ে। পৰমাণু বিজ্ঞান চৰ্চাৰ পৃথিৱীৰ ভিতৰতে প্ৰধান কেন্দ্ৰ "কপেনহেগেন ইনষ্টিটিউট অৱ থিয়ৰিটিকেল ফিজিক্স" এওঁৰ অশেষ চেষ্টাৰ ফলতে হৈছিল। ১৯৬২ চনৰ ১৮ নৱেম্বৰ তাৰিখে এই বিজ্ঞানী গৰাকীয়ে শেষ নিশ্বাস এৰে।

২৭৯। **নেল্‌চন মেণ্ডেলা :**—বিশ্ব ইতিহাসত এক বিৰল সৎসাহসী, সংগ্ৰামী দক্ষিণ আফ্ৰিকাৰ নেতা নেলচন মেণ্ডেলাই দক্ষিণ আফ্ৰিকাৰ বগা কুশাসন আৰু উৎপীড়নৰ বিৰুদ্ধে যুঁজ দিব লগা হোৱাৰ কাৰণেই এওঁ বিয়াৰ চাৰি বছৰ পাচতে গ্ৰেপ্তাৰ হৈ যাৱজীৱন কাৰাদণ্ড হয়। এওঁক কাৰাগাৰত ৰাজনৈতিক বন্দী হিচাবে থাকোঁতেও এওঁৰ ওপৰত নানা অত্যাচাৰ চলোৱা হৈছিল। বৰ্তমান ১৯৯০ চনত ৭২ বছৰত ভৰি দিয়া এই বৃদ্ধ গৰাকীক ২৭ বছৰীয়া কাৰা জীৱনৰ পৰা ৰেহাই দিয়াৰ পাচতে দক্ষিণ আফ্ৰিকাৰ মুক্তি সংগ্ৰামৰ জয়যাত্ৰা আৰম্ভ হ'ব। এওঁ বিচাৰিছে এখন গণতান্ত্ৰিক সমাজ য'ত সকলোৱে সমান অধিকাৰ গ্ৰহণ কৰি সুখে-শান্তিৰে থাকিব পাৰে। এওঁ জন্ম হৈছিল ১৯১৮ চনৰ ১৮ জুলাইত।

২৮০। **নেথেনিয়েল হথৰ্ন :** ১৮০৪ চনৰ ৪ জুলাই তাৰিখে আমেৰিকাৰ এই বিশ্ববৰেণ্য কথা-সাহিত্যিক গৰাকীৰ জন্ম হৈছিল। "টোৱাইচ্ ট'ল্ড

লৈচ্" নামৰ গ্ৰন্থখন এওঁৰ ১২ বছৰ বয়সতে ৰচে। "দি স্কাৰলেট লেটাৰ" নামৰ এওঁৰ সৰ্বশ্ৰেষ্ঠ গ্ৰন্থখন ১৮৪৯ চনত প্ৰকাশ হোৱাৰ পাচতে এওঁৰ নাম বিশ্বত জনাজাত হৈ পৰে। ১৮৫১ চনত এওঁৰ আন দুখন গ্ৰন্থ, ১। "দি হাউচ্ অৱ দি চেভেন গেব্লচ" ২। "ব্লিথাডেল ৰমান্স" প্ৰকাশ হোৱাৰ পাচত বিশ্বত এওঁৰ খ্যাতি আৰু বৃদ্ধি পায়। ১৮৬০ চনত এওঁৰ অন্যতম বিখ্যাত গ্ৰন্থ "দি মাৰ্বল ফাউন" প্ৰকাশ হয়। "আৱাৰ অল্ড হ'ম" ইয়াৰ পাচতে প্ৰকাশ কৰে। দলিভাৰ ৰোমান্স এওঁৰ শেষ ৰচনা। শক্তিশালী ব্যক্তিত্বৰ অধিকাৰী এই মহান সাহিত্যিক গৰাকীয়ে ১৮৬৪ চনত শেষ নিশ্বাস ত্যাগ কৰে।

২৮১। **নেপোলিয়ন বোনাপাৰ্ট**:—১৭৬৯ চনৰ ১৫ আগষ্টত ইটালিৰ কাচিকাৰ ৰাজধানী আজাচিত চহৰত ইউৰোপৰ ত্ৰাস নেপোলিয়ন বোনাপাৰ্টৰ অতি দুখীয়া পৰিয়ালত জন্ম হৈছিল। স্কুলীয় শিক্ষা শেষ হোৱাৰ পাচত নেপোলিয়নে ফৰাচী সামৰিক বাহিনীৰ কলেজত নাম লগায় আৰু স্নাতক উপাধী লৈ এওঁ সামৰিক বাহিনীত যোগদান কৰে। ১৭৯১ চনত নেপোলিয়নৰ ফৰাচী বাহিনীৰ কেপ্তেইন পদলৈ পদোন্নতি হয়। সৈনিক বাহিনীত যোগদান কৰাৰ পাচতে কেইবাখনো যুদ্ধত এওঁ অৱতীৰ্ণ হবলগীয়া হয়। ১৮০৫ চনৰ পৰা ১৮১৪ চনলৈ বিভিন্ন যুদ্ধ পৰিচালনাত অসীম সাহসিকতা আৰু দক্ষতাৰ পৰিচয় দিয়া নেপোলিয়নে ১৮০৪ চনত নিজকে ফ্ৰান্সৰ সম্ৰাট বুলি ঘোষণা কৰে। ইতিহাস প্ৰসিদ্ধ ওৱাটাৰলুৰ যুদ্ধত ডিউক অৱ ৱেলিংটনৰ হাতত পৰাস্ত হয় আৰু আফ্ৰিকাৰ চেণ্ট হেলেনা দ্বীপলৈ নেপোলিয়নক নিৰ্বাসন দণ্ড দিয়া হয়। বিভিন্ন যুদ্ধত বীৰত্বৰ পৰিচয় দিয়া ইতিহাস প্ৰসিদ্ধ মহান বীৰ নেপোলিয়ন শেষত ইংৰাজ সৈন্যৰ হাতত বন্দী হৈ ১৮২১ চনত ৫২ বছৰ বয়সত মৃত্যুক আঁকোৱালি লয়। এটা সাধাৰণ দুখীয়া পৰিয়ালত জন্মগ্ৰহণ কৰি ফ্ৰান্সৰ সম্ৰাট আৰু সমগ্ৰ ইউৰোপৰ এজন উল্লেখযোগ্য ব্যক্তি হিচাবে পৰিগণিত হোৱাত এওঁকেই Man of Destiny বোলা হৈছিল। এওঁ মাক আৰু ভগৱানৰ বাহিৰে কাৰো ওচৰত আঁঠু লোৱা নাছিল।

২৮২। **পল ডিৰাক**:—ইংলেণ্ডৰ বৃষ্টল চহৰত ১৯০২ চনত জন্ম হৈছিল। ১৯২৬ চনত তাত্বিক পদাৰ্থ বিজ্ঞানত কেম্ব্ৰিজৰ পৰা ডক্টৰেট উপাধি লাভ কৰে। "ফাৰ্মি ডিৰাক পৰিসংখ্যা বিজ্ঞান" আৱিষ্কাৰক পজিট্ৰন নামৰ কণিকাটোৰ অস্তিত্বৰ ভৱিষ্যৎ বাণী কৰিছিল। ১৯৩৩ চনত শ্ৰোৱেডিংগাৰৰ সৈতে নোবেল বঁটা লাভ কৰে।

২৮৩। **পল জহান লুডউইগ হেইজ** :—১৮৩০ চনৰ ১৫ মাৰ্চত বাৰ্লিনত জন্মগ্ৰহণ কৰিছিল। এওঁ এজন বিশ্ব বিখ্যাত গ্ৰন্থকাৰ। এওঁ ইটালিৰ বহু কবিৰ কবিতা অনুবাদ কৰিছিল। গল্প কবিতাৰ উপৰিও এওঁ নাটক উপন্যাসো ৰচনা কৰিছিল। সাহিত্যত নোবেল বঁটা বিজয়ী এই গৰাকী সাহিত্যিকৰ ১৯১৪ চনৰ ২ এপ্ৰিল তাৰিখে মৃত্যু হয়।

২৮৪। **পাৰ্ল বাক** :—আমেৰিকাৰ পশ্চিম ভাৰ্জিনিয়াত ১৮৯২ চনৰ ৬ মাৰ্চত পাৰ্ল বাকৰ জন্ম হৈছিল। চীনা জীৱনৰ বিষয়ে লিখা উপন্যাসৰ বাবে এওঁ পৃথিৱীত বিখ্যাত হৈ পৰে। চীনৰ কৃষক জীৱন আৰু জীৱনীমূলক বিশিষ্ট সাহিত্যৰ বাবে ১৯৩৮ চনত এই গৰাকী সাহিত্যকক নোবেল বঁটাৰে পুৰস্কৃত কৰিছিল। চীনত দৰিদ্ৰ কৃষকৰ ওপৰত ভিত্তি কৰি লিখা "গুড্ আৰ্থ" নামৰ উপন্যাসখনৰ বাবে এওঁৰ নাম ফাটি-ফুটি গৈছিল। পৃথিৱীৰ বিভিন্ন ভাষালৈ অনুবাদ হোৱা এই পুথিখনে ১৯৩২ চনত পুলিৎজাৰ পুৰস্কাৰ লাভ কৰে। এওঁৰ অন্যান্য গ্ৰন্থসমূহৰ ভিতৰত "ছনচ চুই-হু চুৱান", "দি মাদাৰ", এ হাউচ দিভাইদেড, ডি পেট্ৰিয়ট এন আমেৰিকান লিজেণ্ড ড্ৰেগন চীড, ইম্পেৰিয়েল বুমেন, ছাটান নেভাৰ শ্লিপচ, মাই চেভাৰেল ৱৰ্ডছ আদি উল্লেখযোগ্য। ১৯৫১ চনত আমেৰিকাত অকাডেমি অব আৰ্টছ এণ্ড লেবাৰছৰ সদস্য নিৰ্বাচিত হোৱা এই বিখ্যাত ঔপন্যাসিক গৰাকীৰ ১৯৭৩ চনৰ ৬ মাৰ্চ তাৰিখে মৃত্যু হয়।

২৮৫। **পাব্লিয়াছ ভাৰ্জিলিয়াছ মাৰো** :—এওঁক কেৱল ভাৰ্জিল নামেৰেই বিশ্বত জনাজাত। এজন মহাকবি খৃঃ পূঃ ৭০ চনত জন্মগ্ৰহণ কৰা এই গৰাকী মহান আৰু মহাকবিয়ে ইনীদ নামৰ যিখন মহাকাব্য ৰচনা কৰি গ'ল সেইয়াই এওঁৰ নাম বিশ্বত সদায় স্মৰণীয় হৈ ৰ'ব। বিশ্বৰ শ্ৰেষ্ঠ মহাকবিবিলাকৰ ভিতৰত ইয়ো এখন। লেটিন ভাষাত ৰচিত এই জটিল মহাকাব্যখনত ১২টা অধ্যায় আছে। ভাৰ্জিলিয়াছৰ অন্য দুখন কাব্য গ্ৰন্থ হ'ল ১। জৰ্জিকছ আৰু ২। ইক্লগ্‌ছ। প্ৰকৃতিৰ সৌন্দৰ্য্য বৰ্ণনা কৰা এই দুখন কাব্য পুথি ইনীদ ৰচনা কৰাৰ পূৰ্বে লিখিছিল।

২৮৬। **পাইথাগোৰাচ** :—এওঁ গ্ৰীক গণিতজ্ঞ। বিজ্ঞানী আৰু দাৰ্শনিক গৰাকী আনুমানিক ৫৬৯ খৃঃত জন্ম হৈছিল। গণিতৰ বিখ্যাত পাইথাগোৰাচ উপপাদ্যৰ উদ্ভাবক। পৃথিৱীখন গোলাকাৰ বুলি প্ৰচাৰ কৰা প্ৰথম ব্যক্তি। তাঁৰৰ কঁপনি সম্পৰ্কত কিছুমান প্ৰয়োজনীয় তথ্য আৱিষ্কাৰ কৰিছিল। প্ৰায় ২০০ বছৰ

পূৰ্বে গ্ৰীচ দেশত জন্ম হোৱা এই গৰাকী ব্যক্তি কেৱল গাণিতজ্ঞই নাছিল এওঁ দাৰ্শনিকো আছিল। এওঁ অঙ্ক আৰু সংগীত সম্পৰ্কে ব্যাখ্যা কৰিছিল।

২৮৭। **পাব্লু, ৰুইজ, পিকাচু** :—২০ শতিকাৰ আটাইতকৈ শ্ৰেষ্ঠ শিল্পী পাব্লু ১৮৮১ চনৰ ৫ অক্টোবৰ তাৰিখে স্পেইনত জন্মগ্ৰহণ কৰিছিল। এওঁৰ দেউতাক আৰ্টৰ শিক্ষক আছিল। এওঁ ১৩,৫০০খন পেইন্টিং আৰু ৩৪,০০০খন চিত্ৰ আৰু ৪০০ Sculptures অঙ্কন এওঁৰ জীৱনৰ উল্লেখযোগ্য বৰঙণি। এওঁ চিত্ৰ অঙ্কন কৰি বহু অৰ্থ উপাৰ্জন কৰিবলৈ সক্ষম হৈছিল। এওঁৰ বিভিন্ন চিত্ৰৰ ভিতৰত Two Brothers (1905), Seated Harlquins (1972), Les Demoisellers d' Arignon, Guernica (1937) এওঁৰ উল্লেখযোগ্য চিত্ৰ। জন্ম হোৱা ৯ বছৰ বয়সৰ পৰাই বিভিন্ন ৰঙীন চিত্ৰ অঙ্কন কৰি ভাল পোৱা এই গৰাকী শিল্পীয়ে গোটেই জীৱন কলা সাধনা কৰিয়েই জীৱন পাত কৰিছিল। এওঁৰ Self Portrait of Piccasso (1907) ছবিখন ১৯২১ চনৰ ২১ মে' তাৰিখে নিউইয়ৰ্কত ৬'৩ লাখ ডলাৰত বিক্ৰী হৈছিল। এই মহান শিল্পী গৰাকীয়ে ১৯৭২ চনত ৯১ বছৰ বয়সত শেষ নিঃশ্বাস ত্যাগ কৰে।

২৮৮। **পেষ্টাৰণক বৰিচ লিউনেডোভিক** :—১৯৯০ চনৰ ১০ ফেব্ৰুৱাৰী তাৰিখে মস্কো চহৰত জন্ম হয়। ১৯৫৮ চনত এই ৰুচ সাহিত্যিক গৰাকীক সাহিত্যত নোবেল বঁটা প্ৰদান কৰে। এওঁৰ প্ৰকাশিত মূল গ্ৰন্থসমূহ হ'ল ১। প্ৰাচীৰ নেওচি থৈ (১৯১৭ চন), ২। মোৰ ভগ্নী জীৱন (১৯২২ চন), ৩। বিষয়বস্তু আৰু পৰিবৰ্তন, ৪। অপৰিসীম নিৰানন্দ, ৫। প্ৰেমিক সকলৰ শৈশৱকাল, ৬। আকাশী পথ, ৭। আত্মজীৱনী (১৯৩১ চন) ইত্যাদি। এওঁৰ আটাইতকৈ বিখ্যাত গ্ৰন্থখন হৈছে "ডাঃ ভিজাগো" যিখনৰ বাবে নোবেল বঁটা লাভ কৰিছিল।

২৮৯। **প্লেটো** :—প্লেটো এজন একেধাৰে বিখ্যাত দাৰ্শনিক, চিন্তাবিদ্ আৰু প্ৰকৃত শিক্ষাবিদ্। তেওঁৰ বিশেষ পুথি হ'ল—১। ৰিপাব্লিক লজ (Laws), ২। প্ৰটেগৰাজ, ৩। চিম্পজিয়াম, ইয়াৰ উপৰিও আৰু ৫খন পুথি প্ৰকাশ হৈছে। এওঁ মানৱ সমাজলৈ বহু অৱদান দি গৈছে। এওঁ ৪০০ মান লিখিছিল বুলি জনা যায় যদিও সকলো পুঁথি আছে বুলি জনা নাযায়।

২৯০। **পেট্ৰিক মেভাৰ্ন ষ্টুৱাৰ্ট ব্লেকেট** :—১৮৯৮ চনত ইংলণ্ডত জন্ম হৈছিল। এজন বিজ্ঞানীৰ সহায়ত পোন প্ৰথম বাৰৰ বাবে ১৯৩২ চনত পজিট্ৰন

নামৰ কণিকাটো ধৰা পেলায়। ইয়াৰ বাবে ১৯৩৩ চনত ৰয়েল চ'চাইটিৰ সভ্য পদ লাভ কৰাৰ উপৰিও ১৯৪০ চনত এই চ'চাইটিৰ পৰা মেডেল লাভ কৰে। ১৯৩৫ চনৰ পৰা এই চ'চাইটিৰ পাঁচ বছৰ কাল সভাপতিও আছিল। ১৯৪৮ চনত পদাৰ্থ বিজ্ঞানত নোবেল বঁটা লাভ কৰে। এওঁ ১৯৭৪ চনত মৃত্যু হয়।

২৯১। **পিয়েৰে জুলিয়াচ স্নাচেন:**—ফৰাচী দেশৰ এই বিজ্ঞানীজন ১৮২৪ চনত জন্ম হৈছিল। যৌগিক অণুবীক্ষণ যন্ত্ৰ আৱিষ্কাৰক। ১৯০৭ চনত মৃত্যু হয়।

২৯২। **পিটাৰ কেপিটজা:**—১৮৯৪ চনত ৰাচিয়াত জন্মগ্ৰহণ কৰে। এই পদাৰ্থ বিজ্ঞানী গৰাকীয়ে অতি তৰলতা নামৰ এটা পৰিঘটনা আৱিষ্কাৰ কৰে। কম উত্তাপত পদাৰ্থ ধৰ্ম সম্পৰ্কত এওঁ গৱেষণা কৰি বহু মূল্যবান তথ্য আগবঢ়াই গৈছে।

২৯৩। **পিটাৰ গল্ড মাৰ্ক:**—১৯০৬ চনত বুডাপেষ্টত এই বিশ্ববৰেণ্য বিজ্ঞানী গৰাকীৰ জন্ম হৈছিল। বিজ্ঞান চৰ্চা কৰিবৰ কাৰণে সককালৰ পৰাই এওঁ ভাল পৰিবেশ পাইছিল। এওঁ প্ৰায় ১৬০ খন বিজ্ঞান আৰ্হি (পেটেন্ট) আৱিষ্কাৰ কৰিছিল। ১৯৪০ চনৰ চেপ্তেম্বৰ মাহত প্ৰথম বাৰৰ বাবে ৰঙীন দূৰদৰ্শন প্ৰদৰ্শন কৰি বিশ্বৰ সকলোকে চমক খুৱাইছিল। এওঁক বহুতে ইলেকট্ৰনিক্‌ছৰ যম বুলি মাতিছিল। ১৯৪৮ চনত আধুনিক ৰেকৰ্ড আৱিষ্কাৰ কৰিছিল। এওঁ ক্ৰমবীক্ষণ (স্কেনিং) কেমেৰাও সাজিছিল। যাৰ সহায়ত চন্দ্ৰৰ উপৰি ভাগৰ ছবি কক্ষৰ পৰাই ল'ব পৰা হৈছিল। আমেৰিকাৰ চি. বি. এচ্. দূৰদৰ্শনত প্ৰায় ৩৫ বছৰ কাম কৰি ১৯৭২ চনত অৱসৰ লৈছিল। এই সৃষ্টিশীল বিখ্যাত বিজ্ঞানী, গায়ক আৰু সুপ্ৰশাসক গৰাকী বিশ্ববাসীক কন্দুৱাই ১৯৭৭ চনৰ ৭ ডিচেম্বৰ তাৰিখে মটৰ দুৰ্ঘটনাত পতিত হৈ মৃত্যুক আঁকোৱালি লয়।

২৯৪। **পি. টি. উষা:**—পি. টি. উষাৰ সম্পূৰ্ণ নাম পিলাভোলাকান্দি থেক্কেপাৰাম্বিল উষা। এওঁক স্প্ৰাইং কুইন বা উৰণ ৰাণী নামে জনা যায়। ১৯৬৪ চনত কেৰেলা প্ৰদেশত জন্মগ্ৰহণ কৰা এচিয়া মহাদেশৰ বৰ্তমান আটাইতকৈ ভাল দৌৰা এই গৰাকী খেলুৱৈয়ে বিশ্বৰ বিভিন্ন প্ৰতিযোগিতাত অংশগ্ৰহণ কৰি ইতিমধ্যে বহু সোণ-ৰূপৰ পুৰস্কাৰ লাভ কৰিবলৈ সক্ষম হৈছে। ১৯৮৪ চনৰ

বিশ্ব অলিম্পিক দৌৰা খেলত এওঁ চতুর্থ স্থান লাভ কৰিছিল। ভাৰতীয় মহিলা দৌৰৰ ক্ষেত্ৰত বিশ্ব অলিম্পিকত স্থান পোৱা এওঁৱেই প্ৰথম মহিলা। পি. টি. উষাই বৰ্তমানে দক্ষিণ ভাৰতৰ ৰেলৱে বিভাগত কাম কৰে। এওঁ ১২ বছৰ বয়সৰ পৰাই খেলাধূলাত অ'. বি. নাম্বিয়াৰ তত্বাৱধানত প্ৰশিক্ষণ লৈছিল আৰু বৰ্তমানেও এওঁৱেই দিহা পৰামৰ্শ আগবঢ়াই আছে।

২৯৫। **পীয়েৰ অগাষ্টে ৰেণৰ :**—অনন্য প্ৰতিভাসম্পন্ন এই চিত্ৰশিল্পী গৰাকী ১৮৪১ চনৰ ২৫ ফেব্ৰুৱাৰী তাৰিখে মধ্য ফৰাচী লিমজে নামৰ ঠাইত জন্মগ্ৰহণ কৰিছিল। প্ৰথমে সঙ্গীত শিক্ষা শিকিছিল যদিও পিচত প্ৰচেইলিন কাৰখানাত সহায়ক হিচাবে কাম কৰিছিল। বিশেষকৈ প্ৰচেইলিনৰ তৈয়াৰী বস্তুবোৰত ৰং দিয়া কাম কৰিছিল আৰু ছবি আঁকিছিল। ১৮৬২ চনত ২১ বছৰ বয়সত পেৰিচত বিখ্যাত চাৰ্লচ্ গ্লেয়াৰ আৰ্ট স্কুলত ভৰ্তি হয় আৰু বিভিন্ন দেশৰ আৰ্ট গেলাৰীলৈ গৈ চিত্ৰ শিল্পৰ জ্ঞান অৰ্জন কৰে। এওঁ অঁকা ছবিবোৰৰ পৰা যথেষ্ট টকা উপাৰ্জন হৈছিল। আচৰিত যে পক্ষাঘাত ৰোগত আক্ৰান্ত হোৱা দিনৰ পৰা মৃত্যু হোৱাকেই ঘণ্টা মানৰ আগলৈকে প্ৰায় ২০ বছৰ কাল এখন চকীত বহিয়েই ছবি আঁকি আছিল। ১৮৯৭ চনত এওঁ এই ৰোগতেই মৃত্যু হয়।

২৯৬। **প্ৰশান্ত চন্দ্ৰ মহলানবীশ :**—১৮৯৩ চনত কলিকতাত জন্ম হৈছিল। পৰিসংখ্যা বিজ্ঞানৰ এটা পদ্ধতি ( D² Statistics ) আৱিষ্কাৰ কৰে। এওঁৰ অশেষ চেষ্টাৰ ফলতেই ১৯৩২ চনত কলিকতাত ইণ্ডিয়ান ষ্টেটিষ্টিকেল ইন্‌ষ্টিটিউট প্ৰতিষ্ঠা হয়। বিভিন্ন বিশ্ববিদ্যালয়ৰ পৰা ডক্টৰেট উপাধী পাইছিল আৰু পৃথিৱীৰ বিভিন্ন বিজ্ঞান সস্থাৰ সভ্য আছিল। ১৯৬৮ চনত ভাৰত চৰকাৰে পদ্মভূষণ উপাধি দিয়ে। ১৯৭২ চনত মৃত্যু হয়।

২৯৭। **পাবলো নেৰুডা :**—১৯৭১ চনত সাহিত্য দিশত নোবেল বঁটাৰে সন্মানিত হোৱা চিলিৰ এটা সৰু দ্বীপত ১৯০৪ চনৰ ১২ জুলাইত জন্মগ্ৰহণ কৰিছিল। সৰুৰ পৰাই কবিতা লিখা আৰম্ভ কৰিছিল যদিও দেউতাকে সমূলি এই কবিতা লিখা কাম পচন্দ কৰা নাছিল বাবেই এওঁ ছদ্ম নামেৰে কবিতা লিখি প্ৰকাশ কৰে। ১৯২৩ চনত ৰচনা কৰি নিজে প্ৰকাশ কৰা "ক্ৰেছপাছকুলাৰিঅ" এওঁৰ প্ৰথম কিতাপ। এওঁ ৰেঙুন, কলম্বু, জাকাৰ্ট আদিত ৰাষ্ট্ৰদূত হিচাবে কাম কৰাৰ সময়তো কবিতা লিখি উলিয়াইছিল আৰু ১৯৬৫ চনত সন্মান সূচক ডি.

লিট্ উপাধি অক্সফোর্ড বিশ্ববিদ্যালয়ে আগবঢ়োৱাৰ উপৰিও ১৯৫০ চনত লেনিন শান্তি বঁটা লাভ কৰে। এওঁৰ বিখ্যাত গ্ৰন্থসমূহ হ'ল—১। কেপ্টো জেনেৰেল, ২। দি গ্ৰেপ্‌ছ এণ্ড উইণ্ড, ৩। দি থাৰ্ড বুক্ অব্ ওডছ, ৪। জানিজ, ৫। ওৱান্ হাণ্ড্ৰেদ লাভ চনেট, ৬। নোটিচ ফ্ৰম ইলা নেগ্ৰো আদি। ১৯৭৩ চনৰ ২৩ নৱেম্বৰ তাৰিখে এই মহান সাহিত্যিক গৰাকীয়ে শেষ নিশ্বাস এৰে।

২৯৮। **প্ৰফুল্ল চন্দ্ৰ ৰায়ঃ**—এই গৰাকী বিজ্ঞানী, শিক্ষাবিদ, সমাজ সেৱক আৰু দানবীৰৰ জন্ম হৈছিল ১৮৬১ চনত বাংলা দেশৰ খুলনা জিলাত। দেউতাক জমিদাৰ আছিল। বিভিন্ন বিষয়ত দু'শখনমান গৱেষণামূলক ৰচনা লিখিছিল। "হিন্দু ৰসায়ন শাস্ত্ৰৰ বুৰঞ্জী" এখেতৰ মূল্যবান গ্ৰন্থ। ভাৰতৰ ঔষধ প্ৰস্তুত কৰা কাৰখানা "বেঙ্গল কেমিকেল এণ্ড ফাৰ্মাচিউটিকেল ৱৰ্কচ্" ১৯০১ চনত মাত্ৰ ৮০০ টকা মূলধনেৰে খুলিছিল। বৃটিছ চৰকাৰে চাৰ উপাধি দি সন্মান কৰিছিল। ১৯৪৪ চনৰ ১৬ জুনৰ দিন শেষ নিশ্বাস ত্যাগ কৰে।

২৯৯। **পেলেঃ**—বিশ্বৰ শ্ৰেষ্ঠ ফুটবল খেলুৱৈ পেলেৰ জন্ম হৈছিল ১৯৪০ চনৰ ২৩ অক্টোবৰ তাৰিখে ব্ৰাজিলৰ এটা দুখীয়া নিগ্ৰো পৰিয়ালত। সন্তোষ ক্লাবৰ টিমৰ হৈ ১৯৫৯ চনত প্ৰথম ফুটবল মেচ্ খেলে আৰু এই খেলত প্ৰথম গ'লটো এওঁৰেই দিয়ে। পেলেক ফুটবলৰ ৰজা বুলি কোৱা হয়। ১৬ বছৰ বয়সতে এওঁ ব্ৰাজিলৰ ৰাষ্ট্ৰীয় ফুটবল টিমত খেলিছিল। এওঁক ব্লেক ডায়মণ্ডও বোলা হয়। ১৯৭০ চনৰ বিশ্ব ফুটবল কাপ প্ৰতিযোগিতাত এওঁ সোণৰ পদক লাভ কৰিছিল। যুগোশ্লোভিয়াৰ মাৰ্চেল টিবুৱেও এই মহান্ খেলুৱৈ গৰাকীক পুৰস্কৃত কৰিছিল। ১৯৭১ চনৰ ১৮ জুলাইত দুই লাখ জনতাৰ উপস্থিতিত মাৰাকান ষ্টেডিয়ামত এওঁ খেল জগতৰ পৰা অৱসৰ লয়। এওঁ ফুটবল খেলিয়েই বহু অৰ্থ উপাৰ্জন কৰিছিল যিটো পৃথিৱীত অদ্বিতীয়। এওঁ ফুটবল খেলৰ পৰা অৱসৰ গ্ৰহণ কৰাৰ পাচত কথাছবি আৰু ব্যৱসায় কৰিবলৈ লয়।

৩০০। **পাৰফেবিয়ান লেজাৰ্কভিষ্ট ঃ**—১৮৯১ চনৰ ২৩ মে' তাৰিখে এই গৰাকী বিশ্বখ্যাতিসম্পন্ন সাহিত্যিক, নাট্যকাৰ, কবিৰ জন্ম হৈছিল চুইডেনত। এওঁৰ আন্তৰ্জাতিক খ্যাতি অনা গ্ৰন্থ কেইখন হ'ল—১। বাৰাব্বাছ, ২। দি ডাৱৰ্ফ। এওঁৰ অন্যান্য গ্ৰন্থসমূহ হ'ল—১। থীমছ, ২। আইৰণ এণ্ড মেন, ৩। দি ইণ্টাৰনেল স্মাইল, ৪। গেষ্ট অব্ ৰিয়েলিটি, ৫। ট্ৰিয়াম্ফ অ'ভাৰ নাইট, ৬। ভিক্টৰী ইন্ দি ডাৰ্কনেছ। কাব্যচৰ্চাৰ স্বীকৃতি স্বৰূপে

১৯৫১ চনত নোবেল বঁটা লাভ কৰে। ১৯৭৪ চনৰ ১১ জুলাই তাৰিখে মৃত্যু হয়।

৩০১। **পল অড্ৰিয়েন ম'ৰিচ ডিৰাক**:—কোৱাণ্টাম বল বিজ্ঞানৰ অন্যতম জন্মদাতা এই বিজ্ঞানী গৰাকী সকতে ইঞ্জিনিয়াৰিং কলেজৰ ছাত্ৰ আছিল আৰু ইঞ্জিনিয়াৰ হোৱাৰ পিচত এওঁ কেম্ব্ৰিজ বিশ্ববিদ্যালয়ত তাত্বিক পদাৰ্থ বিজ্ঞানৰ গৱেষক হিচাবে যোগদান কৰে। এওঁ কোৱাণ্টাম বলবিজ্ঞান বিষয়ত গ্ৰন্থ লিখি ১৯২৫ চনত ডক্টৰেট উপাধি লাভ কৰে। মেট্ৰিক বল বিজ্ঞানৰ এওঁ আৱিষ্কাৰক। ডিৰাকৰ সমীকৰণ এওঁৰেই উদ্ভাৱক।

৩০২। **ফ্ৰান্‌ছ এমিল চিল্লানপ্পা**:—১৮৮৮ চনৰ ১৬ চেপ্তেম্বৰত কিয়েৰিকালাৰ এটা কৃষক পৰিয়ালত এই গৰাকী লিখকৰ জন্ম হয়। ১৮৬৪ চনৰ ৩ জুনত এই গৰাকী বিখ্যাত লিখকৰ মৃত্যু হয়। এওঁ নোবেল বঁটা সাহিত্যত লাভ কৰে। এওঁৰ বিখ্যাত গ্ৰন্থসমূহৰ ভিতৰত "ফলেন্ এম্লিপ হোৱেন ইয়ং" (১৯৩৩ চন), দি কোৰ্চ অৱ্ এ জেনেৰেচন, পিপুল ইন্ দি চামাৰ নাইট। ইয়াৰ উপৰিও তেওঁৰ আন উল্লেখযোগ্য গ্ৰন্থ হ'ল—মীক্ হেৰিটেজ্, বাৰ্ডছ অৱ্ এনভেলেচ্।

৩০৩। **ফ্ৰান্সিচ্ উইলিয়াম এষ্টন**:—১৮৭৭ চনত ইংলণ্ডত জন্মগ্ৰহণ কৰা এই পদাৰ্থ বিজ্ঞানীজনে মৌলিক পদাৰ্থ সম্পৰ্কীয় গৱেষণাৰ বাবে সুপ্ৰসিদ্ধ। সমস্থানিক মৌলিক ভাৰ জোখা এবিধ যন্ত্ৰ আৱিষ্কাৰ কৰিছিল। ১৯৪৫ চনত মৃত্যু হয়।

৩০৪। **ফ্ৰেডেৰিক ফ্ৰোৱেল**:—১৭৮২ চনত জাৰ্মানীৰ এখন সৰু গাঁৱত জন্ম হৈছিল। এখেতৰ বিখ্যাত পুথি "মানৱ শিক্ষা" (The Education of man) প্ৰকাশিত হয় ১৮২৬ চনত। এওঁ কিণ্ডাৰগাৰ্টেন স্কুলৰ প্ৰৱৰ্তক। এই স্কুলৰ যোগেদি ল'ৰা-ছোৱালীক এনেদৰে আগবঢ়াই নিয়া হয় যাতে শিশুৱে প্ৰকৃতত্তে ইচ্ছানুসৰি আচল লক্ষ্যত উপনীত হ'ব পাৰে।

৩০৫। **ফ্ৰেড্ হুইল**:—১৯১৫ চনত ইংলেণ্ডত জন্মগ্ৰহণ কৰিছিল। বিশ্ব-ব্ৰহ্মাণ্ডৰ উৎপত্তি সম্পৰ্কে "স্থিৰাৱস্থা তত্ব" (Steady state theory) বাবে এওঁ প্ৰসিদ্ধ। বিজ্ঞান সম্পৰ্কীয় নাটক উপন্যাস লিখাৰ বাবে এই গৰাকী পদাৰ্থ আৰু জ্যোতিৰ্বিদক ১৯৬৮ চনত কলিঙ্গ পুৰস্কাৰ প্ৰদান কৰে। ১৯৫৭ চনত ৰয়েল চ'চাইটিৰ সদস্য হৈছিল। কেম্ব্ৰিজ বিশ্ববিদ্যালয়ত প্লুমিয়ান প্ৰফেচাৰ

পদ লাভ কৰে ১৯৫৮ চনত। কালিফৰ্ণিয়া ইন্‌ষ্টিটিউট অৱ্ টেক্‌নোলজিত জ্যোতিৰ্বিজ্ঞানৰ অধ্যাপকো আছিল।

৩০৬। **ফ্ৰেডাৰিক চডিড্**:—১৮৭৭ চনত ইংলেণ্ডত জন্মগ্ৰহণ কৰা এই ৰসায়নবিদজনে সমস্থানিক আৰু তেজস্ক্ৰিয় পদাৰ্থৰ বিষয়ে যথেষ্ট বৰঙণি আগবঢ়াই থৈ গৈছে। যাৰ বাবে ১৯২১ চনত নোবেল বঁটা লাভ কৰে। ১৯৫৬ চনত মৃত্যু হয়।

৩০৭। **ফ্ৰেডাৰিক জলিঅ'**:—১৯০০ চনত জন্মগ্ৰহণ কৰা এই ফৰাচী বিজ্ঞানীজনে আইৰিন জলিঅ' কুৰীৰ লগতে কৃত্ৰিম তেজস্ক্ৰিয়তাৰ আৱিষ্কাৰ কৰি দুয়ো যুটীয়াভাৱে ১৯৩৫ চনত নোবেল বঁটা লাভ কৰে। ১৯৫৮ চনত মৃত্যু হয়।

৩০৮। **ফ্ৰেডাৰিক মিচ্‌ট্ৰেল**:—১৯০৪ চনত যুগ্মভাৱে নোবেল বঁটা বিজয়ী এই গৰাকী ফৰাচী বিখ্যাত সাহিত্যিকৰ জন্ম হৈছিল ১৮৩০ চনৰ ৮ চেপ্তেম্বৰ তাৰিখে। এওঁৰ দেউতাক আছিল এজন ভাল খেতিয়ক। এওঁ স্নাতক ডিগ্ৰী লোৱাৰ পাচত এখন অভিধান প্ৰায় ২০ বছৰ ধৰি লিখি উলিয়াই-ছিল, যিখনে এওঁলৈ খ্যাতি কঢ়িয়াই আনে। সাহিত্যত কৃতিস্বৰূপ এওঁৰ আত্মজীৱনীমূলক গ্ৰন্থখনি বহু ভাষালৈ অনুবাদ হৈছে। এওঁৰ কাব্যিক সাহিত্য আৰু এই অমূল্য অভিধানখনৰ বাবে বহুতো পুৰস্কাৰ লাভ কৰিবলৈ সক্ষম হৈছিল। ১৯৩০ চনৰ ২৫ মাৰ্চ তাৰিখে এই গৰাকী সাহিত্যিকৰ মৃত্যু হয়। বৰ্ণ বিশ্ববিদ্যালয়ে এওঁ কনায়েৰী ডক্টৰেট ডিগ্ৰী প্ৰদান কৰে।

৩০৯। **ফ্ৰেডেৰিক এঞ্জেল্‌চ**:—এই গৰাকী মহান চিন্তাবিদ আৰু বিপ্লৱীৰ জন্ম হৈছিল ১৮২০ চনৰ ২৮ নৱেম্বৰত প্ৰুছিয়াৰ ৰাইন প্ৰদেশত। এওঁৰ দেউতাক আছিল এজন কাপোৰ ব্যৱসায়ী। এওঁৰ ল'ৰালি কালছোৱাত ১৮৩০ চনৰ পৰা ১৮৩৫ চনলৈকে ইউৰোপৰ বিভিন্ন বিপ্লৱৰ পৰিবেশতে ডাঙৰ-দীঘল হৈছিল। ব্ৰেমেনত বাণিজ্যিক শিক্ষা গ্ৰহণ কৰি থকা সময়তে এওঁ সাহিত্য আৰু ৰাজনীতি কৰিবলৈ লয়, লগতে সঙ্গীত, চিত্ৰকলা, খেলাধুলা আৰু ভাষাজ্ঞানো আয়ত্ত কৰে। এই কালছোৱাত এওঁ বহুতো মূল্যবান প্ৰবন্ধপাতি লিখিছিল বিশেষকৈ শোষিত শ্ৰমিক সকলৰ বিষয়ে। ১৮৪১ চনত ব্ৰেমনৰ পৰা উভতি আহি সৈন্য-বাহিনীত ভৰ্তি হয়। এই সময়ছোৱাৰ পৰাই বিভিন্ন বিষয়ৰ প্ৰবন্ধপাতি বিশেষকৈ কাৰ্ল মাৰ্ক্সৰ সম্পাদনাত প্ৰকাশ পোৱা ক'লনত নিয়মীয়াকৈ লিখিবলৈ লয়। জীৱনৰ শেষকাল ছোৱাত মাৰ্ক্সবাদ আৰু সমাজবাদৰ ওপৰত বহু প্ৰবন্ধ-

পাতি ৰচনা কৰিছিল। ১৮৯৫ চনৰ ৫ আগষ্ট তাৰিখে এই মহান ব্যক্তি জনাৰ দেহৰ অৱসান ঘটে।

৩১০। **ক্ৰেণ্ডাৰিক কাৰ্লটন লিউইচ্ :**—এক্ষেত্ৰ অলিম্পিকত ৪টাকৈ সোণৰ পদক পোৱা এই শতিকাৰ সৰ্বশ্ৰেষ্ঠ এথলেট কাৰ্ল লিউইচ্ আমেৰিকাত জন্মগ্ৰহণ কৰিছিল। সৰুতে খেলাধূলাত বিশেষ পাৰদৰ্শিতা দেখুৱাব পৰা নাছিল। আনকি কলেজ এথলেট দলত এওঁৰ নাম বাদ দিয়া হৈছিল আৰু সৰুতে পৰিয়ালৰ সকলোৱে এওঁক পৰিয়ালটোৰ অপদাৰ্থ বুলি কৈছিল যদিও এওঁ একানপটীয়া চেষ্টাৰ ফলত এজন বিশ্ববিখ্যাত খেলুৱৈ পৰিচয় দিবলৈ সক্ষম হৈছিল। এওঁক এথলেট অৱ্ দি ইয়েৰ আখ্যা দিয়ে। হেলচিংকি বিশ্বকাপত এওঁ তিনিটা সোণৰ পদক লাভ কৰে। এই ডেকা বিস্ময়কৰ খেলুৱৈজনৰ পৰা ভৱিষ্যতে আৰু আশা কৰিব পাৰি।

৩১১। **ক্ৰেডাৰিক উইলহেল্ম অষ্ট্ৱাল :**—এই ৰসায়ন বিজ্ঞানী গৰাকীৰ ১৮৫৩ চনত জাৰ্মান দেশত জন্ম হৈছিল। নাইট্ৰিক এচিদ তৈয়াৰ কৰা বাণিজ্যিক পদ্ধতি উদ্ভাৱন কৰিছিল। ১৯০৯ চনত নোবেল বঁটা লাভ কৰে।

৩১২। **ফিলিপ এডোৱাৰ্ড আণ্টন লেনাৰ্ড :**—১৮৬২ চনত হাঙ্গেৰী দেশত জন্ম হৈছিল। কেথ'ড ৰশ্মি আৰু আলোক বিদ্যুৎ সম্পৰ্কীয় গৱেষণাৰ বাবে বিখ্যাত। ১৯০৫ চনত নোবেল বঁটা লাভ কৰে। ১৯৪৭ চনত মৃত্যু হয়।

৩১৩। **ফ্লিণ্ডাৰ্চ পেট্ৰি :**—কোনো আনুষ্ঠানিক শিক্ষা নোলোৱাকৈ ১৮৯২ চনত লণ্ডনৰ ইউনিভাৰচিটি কলেজত ইজিপ্‌চিয় গৱেষণাৰ প্ৰফেচাৰ পদত নিযুক্ত হৈ ৪১ বছৰ কাল এই পদত থকা আৰু বহু সন্মানজনক উপাধি লাভ কৰা, ৰয়েল চ'চাইটিৰ ফেল' ফ্লিণ্ডাৰ্চ পেট্ৰিৰ জন্ম হৈছিল ১৮৬৩ চনৰ ৩ জুন তাৰিখে ইংলেণ্ডৰ কেণ্ট প্ৰদেশৰ চাৰ্লটনত। মানৱ সভ্যতাৰ ক্ৰমবিকাশৰ ওপৰত চলোৱা এই গৱেষক গৰাকীয়ে কেইখনমান মূল্যবান গৱেষণামূলক গ্ৰন্থ ৰচনা কৰিছিল। তাৰ ভিতৰত "দি পিৰামিদচ্ এণ্ড টেম্পলচ্ অৱ্ গীৰ্জা চেভেন্‌টি ইয়েৰচ্ ইন আৰ্কিয়ল'জি" বিখ্যাত। মিচৰৰ বজা মেৰেনপাথৰ শিলালিপি টেল এল্ আৰামনাত আৱিষ্কাৰ কৰে। ১৯২৩ চনত এওঁক নাইট উপাধি প্ৰদান কৰে। এই বিখ্যাত প্ৰত্নতত্ত্ববিদ গৰাকীয়ে জেৰুজালেমত খনন কাৰ্য্য চলাই থকা অৱস্থাতে ১৯৪২ চনৰ ২৮ জুলাই তাৰিখে শেষ নিশ্বাস এৰে।

৩১৪। **ফ্লৰেঞ্চ নাইটিঙ্গল** :—১৮২০ চনত জন্মগ্ৰহণ কৰা এই গৰাকী মহান মহিলাই প্ৰথমে "নাৰ্চিং" (পৰিচৰ্য্যা) পদ্ধতি উলিয়াইছিল ক্ৰিমিয়াৰ যুদ্ধত। এই যুদ্ধত আহত সৈন্যসকলক পৰিচৰ্য্যা কৰাৰ পাচৰ পৰাই বিশ্বত পৰিচৰ্য্যা পদ্ধতি ব্যৱহাৰ আৰু প্ৰচাৰ হয়। এওঁক লেডি উইথ দি লেম্প নামেৰে জনা যায়। কাৰণ যুদ্ধত আহত হোৱা সৈন্য সকলক এওঁ ৰাতি এটা লেম্প হাতত লৈ পৰিচৰ্য্যা কৰি ফুৰিছিল। ১৯১০ চনত মৃত্যু হয়।

৩১৫। **ফো'কনাৰ** :—১৮৯৭ চনত আমেৰিকাত উলিয়াম ফো'কনাৰ নামৰ প্ৰখ্যাত কবি আৰু ঔপন্যাসিক গৰাকীৰ জন্ম হৈছিল। সাহিত্যত এওঁ নোবেল বঁটা লাভ কৰিছিল। এওঁৰ বিখ্যাত গ্ৰন্থ সমূহৰ নাম হ'ল— ১। চলদিয়াচ্ পে' ৩। দি চাউণ্ড এণ্ড দি ফাৰি। ৩। চেনচুৰী। এওঁৰ ঘৰুৱা আৰ্থিক অৱস্থা অতি দুৰ্বল আছিল। ১৯৬২ চনত এই গৰাকী বিখ্যাত সাহিত্যিকৰ মৃত্যু হয়।

৩১৬। **ফু দৰ্জি** :—বিশ্বৰ সৰ্বোচ্চ শৃঙ্গ এভাৰেষ্টত এওঁ কোনো কৃত্ৰিম অক্সিজেনৰ সহায় নোলোৱাকৈ আৰোহণ কৰি বিশ্বখ্যাতি লাভ কৰা এই ভাৰতীয় লোকজনে বিশ্বৰ তৃতীয় সৰ্বোচ্চ কাঞ্চনজঙ্ঘা আৰোহণ কৰাৰ পাচত শৃঙ্গৰ ওপৰৰ পৰা ১৯৮৭ চনৰ ২৫ তাৰিখে তেওঁ আৰু তেওঁৰ সহযোগীৰ সৈতে সন্ধানহীন হয়। এই প্ৰখ্যাত দুঃসাহসী পৰ্বতাৰোহীজন আৰু তেওঁৰ সঙ্গীক বৰফৰ ধুমুহাই উৰুৱাই নিয়ে বুলি সন্দেহ কৰা হৈছে।

৩১৭। **ফিজো** :—কিম্বদন্তি আৰু নগা জাতিৰ অপ্ৰতিদ্বন্দী, অবিসম্বাদী নেতা জেদ, এ ফিজো বা জাপু ফিজোৰ জন্ম হৈছিল ১৯০৩ চনত কহিমা জিলাৰ খুনমা গাঁৱত। এওঁ চৰকাৰ বিৰোধী কাৰ্য্যকলাপ কৰাৰ বাবে চৰকাৰে বিদ্যালয়ৰ পৰা খেদাই দিয়াত প্ৰবেশিকাকে পাচ কৰিব নোৱাৰিলে। ১৯৪২ চনত বৃটিছ চৰকাৰে এওঁক বৃটিছ চৰকাৰ ওফৰোৱা ষড়যন্ত্ৰৰ অপৰাধত আটক কৰি ৰেঙ্গুন চেণ্ট্ৰেল জেলত ৰাখে আৰু ১৯৪৬ চনত হে মুক্তি পায়। ১৯৪৮ চনৰ ৯ জুলাই তাৰিখে ভাৰতদ্ৰোহৰ অপৰাধত এওঁক জেলত ৰাখে। ১৯৫৭ চনত পুব পাকিস্থানলৈ পলায় যায়। ১৯৬০ চনত চুইজাৰলেণ্ডলৈ যায়। নগা নেশ্যনেল কাউন্সিলৰ এওঁ মৃত্যু দিনালৈকে অপ্ৰতিদ্বন্দী সভাপতি আছিল। ১৯৯০ চনৰ ৩০ এপ্ৰিলৰ দিনা দুৰ্জেয় মনোবল জেদী আৰু অসাধাৰণ ব্যক্তিত্ব সম্পন্ন আজীৱন বিপ্লৱী নেতা ফিজোৰ মৃত্যু হয়।

৩১৮। **বল্লভ ভাই পেটেল** :—১৮৭৫ চনৰ ৩১ অক্টোবৰ তাৰিখে গুজৰাটৰ কৰমসদ নামৰ গাঁৱত পেটেলে জন্মগ্ৰহণ কৰিছিল। দৃঢ় মনোবল আৰু সুদৃঢ় কৰ্ত্তব্যনিষ্ঠাৰ বাবে এওঁক লৌহ মানৱ বোলা হৈছিল। এওঁৰ ঘৰুৱা আৰ্থিক দুৰ্বলতাৰ বাবে অতি কষ্টৰে প্ৰবেশিকা পৰীক্ষা পাচ কৰিবলগা হয়। ১৯১৩ চনৰ ১৩ ফেব্ৰুৱাৰীত বেৰিষ্টাৰী পৰীক্ষাত প্ৰথম শ্ৰেণীৰ প্ৰথম স্থান লাভ কৰি ইংলেণ্ডৰ পৰা ঘূৰি আহি আহমেদাবাদত বেৰিষ্টাৰী জীৱন আৰম্ভ কৰে। ১৯১৭ চনত ৰাজনীতিত প্ৰবেশ কৰে। ১৯২০ চনত বেৰিষ্টাৰী ত্যাগ কৰি স্বাধীনতা আন্দোলনত অংশগ্ৰহণ কৰে। ১৯২৮ চনৰ বৰডৌলি সত্যাগ্ৰহৰ জৰিয়তে এওঁৰ খ্যাতি বিয়পি পৰে আৰু চৰ্দাৰ উপাধি লাভ কৰে। অন্তৰ্বৰ্ত্তী ভাৰত চৰকাৰৰ এজন মন্ত্ৰী আছিল। ভাৰত নিৰ্মাণৰ গঢ় দিয়া সকলৰ অন্যতম সৎসাহসী, স্বদেশপৰায়ণ ভাৰত জননীৰ সুসন্তান লৌহ মানৱ বল্লভভাই পেটেলৰ ১৯৫০ চনৰ ১৪ ডিচেম্বৰত দেহৰ অৱসান ঘটে।

৩১৯। **বেঁা হেইনৰিখ** :—১৯৭২ চনত সাহিত্যত নোবেল পুৰস্কাৰেৰে সন্মানীত হোৱা বেঁা হেইন্ৰিখৰ জন্ম হৈছিল ১৯১৭ চনৰ ডিচেম্বৰ মাহত জাৰ্মান দেশৰ কলোন চহৰত। ১৯৩৭ চনত ডিগ্ৰী লাভ কৰে। এওঁ প্ৰথমে কিতাপ বেচোঁতা হিচাবে কাম কৰিছিল যদিও পিচত "লেবাৰ চাৰ্ভিচত" যোগদান কৰি জাৰ্মান দেশৰ সৈনিক হিচাবে প্ৰায় ৬ বছৰ কাম কৰে। এওঁৰ বিভিন্ন গ্ৰন্থৰ ভিতৰত ১। দাৰজাগ ৱাৰ পানক্লিচ্ (১৯৪৯), ২। দি ট্ৰেইন ৱাজ অন টাইম, ৩। হোৱেৰ হেড্ ইউ বিন আডাম (১৯৫৫) ৪। দি ব্ৰেভ অফ আৱাৰ আৰ্লি ইয়াৰ (১৯৫৭), ৫। বিলিয়াৰ্ড এট্ হাফ পাষ্ট নাইন (১৯৬১), ৬। ক্লাউন (১৯৬৫), ৭। গ্ৰুপ পৰট্ৰেইট্ উইথ্ এ লেডী (১৯৭৩) আদিয়েই উল্লেখযোগ্য। একুইটেণ্ট উইথ দি নাইট (১৯৫৪) আৰু এণ্ড অৱ্ এ মিশন (১৯৬৮) অন্য দুখন এওঁৰ সাহিত্যকৃতি গ্ৰন্থ। এওঁৰ গ্ৰন্থসমূহ বাস্তৱধৰ্মী আছিল।

৩২০। **বৰাহ-মিহিৰ** :—এই হিন্দু জ্যোতিৰ্বিদ্ গৰাকী আনুমানিক ৫০৫ চনত জন্ম হৈছিল। পঞ্চ-সিদ্ধান্তিকা নামৰ জ্যোতিষ বিজ্ঞানৰ ৫খন সিদ্ধান্তৰ সংকলন বৃহদ্ সংহিতা, বৃহদ্ জাতক, লঘু জাতক আদি কিছুমান জ্যোতিষ পুথি ৰচনা কৰিছিল। জ্যোতিষ শাস্ত্ৰৰ প্ৰধান তিনিটা ভাগ এওঁৱেই কৰি গৈছে।

৩২১। **বাৰ্ট্ৰেণ্ড ৰাচেল** :—বৃটেইনৰ সৰ্বশ্ৰেষ্ঠ জ্ঞানী বাৰ্ট্ৰেণ্ড ৰাচেলৰ

১৮৭২ চনৰ ১৮ মে' তাৰিখে জন্ম লাভ কৰা বিশ্বৰ শ্ৰেষ্ঠ দাৰ্শনিক, গণিতজ্ঞ আৰু সাহিত্যত নোবেল বঁটা লাভ কৰা এই গৰাকী মনিষীৰ ল'ৰালি কাল অতি দুঃখৰ। এওঁ জন্মৰ এবছৰ পিচতেই মাক দেউতাকৰ মৃত্যু হৈছিল। বীজ-গণিতৰ অঙ্ক দেখিলেই গাত জ্বৰ উঠা এই গৰাকী ছাত্ৰই পিচত বিশ্বত এগৰাকী লেখত ল'বলগীয়া গণিতজ্ঞ হিচাবে পৰিগণিত হৈছিল। এওঁৰ আন্তৰিক একাগ্ৰতা আৰু কষ্টসহিষ্ণুতাৰ গুণত গভীৰ অধ্যয়নৰ বাবেই এওঁ বৃটেইনৰ সৰ্বশ্ৰেষ্ঠ জ্ঞানী আৰু বিশ্বৰ এজন জাকত জিলিকা দাৰ্শনিক হিচাবে পৰিচয় দিব পাৰিছিল। এওঁ ৰচনা কৰা মূল্যবান গ্ৰন্থসমূহ হ'ল ১। প্ৰিন্সিপিয়া মেথেমেটিকা, ২। এনালাইচিচ্ অৱ্ মাইণ্ড, ৩। দে ৰে'ৰ এচেচ ইন্ এক্সপেৰিমেণ্টেল লজীক, ৪। দি প্ৰেক্টিচ্ এণ্ড থিয়ৰী, ৫। দি কঙ্কুৱেষ্ট অৱ্ হেপিনেচ্ ইন্ প্ৰেইজ্ অৱ্ আয়ডলনেচ্, ৬। ৰিলিজিয়ন এণ্ড চায়েন্স, ৭। ইনষ্ট্ৰাক্চন টু মেথেমেটিকেল ফিলচ'ফী। ১৯৪৯ চনত বক্তৃতা প্ৰদান কৰি "অৰ্ডাৰ অৱ মেৰিট" উপাধি লাভ কৰিছিল। বহুমুখী প্ৰতিভা সম্পন্ন ৰাচেলে ১৯৭০ চনত ৯৭ বছৰ বয়সত মৃত্যুবৰণ কৰে।

৩২২। **বাল গঙ্গাধৰ তিলক** :—ভাৰতৰ স্বাধীনতা যুঁজৰ প্ৰথম প্ৰবাদ পুৰুষ, সাংবাদিক, সংগঠক আৰু বিপ্লৱী সমাজ সংস্কাৰক লোকমান্য বাল গঙ্গাধৰ তিলকৰ জন্ম হৈছিল ১৮৫৬ চনৰ ২৩ জুলাই তাৰিখে মহাৰাষ্ট্ৰৰ ৰত্নগিৰি নামৰ এটি অঞ্চলত। ল'ৰালি কালৰ পৰাই এওঁ অতি চোকা মগজুৰ আছিল। "কেশৰী" (মাৰাঠি) আৰু ইংৰাজী ভাষাত "মহাৰাট্টা" নামৰ দুখন বাতৰি কাকত উলিয়াইছিল। ভাৰতীয় জনসাধাৰণৰ মাজত স্বাধীনতা স্পৃহা জগাই তুলিছিল আৰু স্বৰাজ আন্দোলনৰ জন্ম দিছিল। ১৯০৮ চনত আৰম্ভ হোৱা বিখ্যাত ষড়যন্ত্ৰ গোচৰত এওঁক বৃটিচ্ চৰকাৰে দেশান্তৰ কৰিছিল। এওঁৰ বিভিন্ন সমাজ সংস্কাৰক কামৰ ভিতৰত যৌতুক প্ৰথা বিলুপ্তি সাধনৰ চেষ্টা। বিয়াত তেওঁ নিজেই একো যৌতুক লোৱা নাছিল। ১৯২০ চনৰ ১ আগষ্টৰ দিনা লোকমান্য উপাধি লাভ কৰি শেষ নিশ্বাস ত্যাগ কৰে।

৩২৩। **বাৰবাৰা টুচ্মেন** :—ইতিহাস সাহিত্যৰ এগৰাকী বিখ্যাত সাহিত্যিক বাৰবাৰা টুচমেন ১৯১২ চনত আমেৰিকাত জন্মগ্ৰহণ কৰিছিল। ১৯৬২ চনত প্ৰকাশিত এওঁৰ প্ৰথম গ্ৰন্থ দি গাৰ্লচ অৱ্ আগষ্ট। ই বুদ্ধিজীৱীৰ মাজত আলোড়নৰ সৃষ্টি কৰিছিল আৰু এই গ্ৰন্থৰ বাবে পুলিটজাৰ পুৰস্কাৰ লাভ

কৰে। এওঁৰ অন্যান্য গ্ৰন্থসমূহ হ'ল ১। দি প্ৰাউড টাৱাৰ (১৯৬৬), ২। এ ডিচ্‌টেণ্ট মিৰৰ (১৯৭৮) ৩। মাৰ্চ অফ ফলি (১৯৮৪), ৪। ষ্টিল বেল এণ্ড আমেৰিকান এক্সপিৰিয়েন্স ইন্ চাইনা (১৯১১-১৯৪৫—পুলিটজাৰ বঁটা লাভ কৰে।), ৫। দি ফাৰ্ষ্ট চেলুট, ৬। ঝিমেৰকান টেলিগ্ৰাম। ৭৭ বছৰ বয়সত ইতিহাসক জীৱন্ত কৰা বিখ্যাত লেখিকাৰ জীৱনৰ অৱসান ঘটে।

৩২৪। **বীৰবল সাহনী** :—আন্তঃৰাষ্ট্ৰীয় খ্যাতি সম্পন্ন প্ৰত্ন উদ্ভিদ তত্ত্ববিদ্ অধ্যাপক বীৰবল সাহনীৰ জন্ম হৈছিল ১৮৯১ চনৰ ১৪ নবেম্বৰ তাৰিখে পশ্চিম পঞ্জাবৰ চাহপুৰ জিলাৰ ভেৰাত। এওঁ ইউৰোপীয় বিশ্ববিদ্যালয়ত শিক্ষাগ্ৰহণ কৰিছিল। ১৯২৯ চনত লণ্ডন বিশ্ববিদ্যালয়ৰ পৰা ডি. এচ্. চি. উপাধি লাভ কৰি নিজ দেশলৈ ঘূৰি আহি বেনাৰস হিন্দু বিশ্ববিদ্যালয়ত উদ্ভিদ্ বিজ্ঞানত অধ্যাপনা কৰে। এওঁ কেম্ব্ৰিজত থকা সময়ত চাধুনী হাৰডিমেন প্ৰাইজ লাভ কৰিছিল। এওঁ ভাৰতৰ কেইবাখনো বিশ্ববিদ্যালয়ত অধ্যাপনা কৰিছিল। ১৯৩৬ চনত লণ্ডনৰ ৰয়েল চ'চাইটিৰ সদস্য নিৰ্বাচিত হয়। ১৯৪৯ চনৰ ৩ এপ্ৰিল তাৰিখে তেতিয়াৰ প্ৰধানমন্ত্ৰী জৱহৰলাল নেহৰুৱে লক্ষ্ণৌত প্ৰত্ন উদ্ভিদ্ বিজ্ঞানৰ ইন্‌ষ্টিটিউটৰ আধাৰশিলা স্থাপন কৰিছিল আৰু এই বছৰতে বীৰবল সাহনীৰ মৃত্যু হোৱাত এওঁৰ পত্নী সাবিত্ৰী সাহনীয়ে ইয়াৰ কাম সম্পূৰ্ণ কৰে। পিচত ইয়েই বিশ্বৰ অন্যতম গৱেষণাগাৰ "বীৰবল সাহনী ইন্‌ষ্টিটিউট অৱ পেলীয়-বটানী" নামেৰে বিশ্বত জনাজাত হৈ পৰে।

৩২৫। **বিজয়লক্ষ্মী পণ্ডিত** :—এওঁ মতিলাল নেহৰুৰ কন্যা। উত্তৰ প্ৰদেশৰ এলাহাবাদত জন্মগ্ৰহণ কৰিছিল। ভাৰতৰ স্বাধীনতা আন্দোলনত যোগদান কৰি এওঁ জেল খাটিবলগীয়া হৈছিল। আমেৰিকাৰ বিভিন্ন ঠাইলৈ গৈ বৃটিছ চৰকাৰৰ অন্যায়ৰ কথা প্ৰচাৰ কৰিছিল আৰু বিশ্বৰ প্ৰায়বিলাক নেতাৰ লগতে ভাৰত স্বাধীনতা আন্দোলনৰ সম্পৰ্কত আলোচনা কৰি ইয়াৰ যুক্তিযুক্ততা প্ৰদৰ্শন কৰিছিল। ভাৰত স্বাধীন হোৱাৰ পাচত এওঁ ৰাষ্ট্ৰদূত পদত নিযুক্ত হয় লগতে ৰাষ্ট্ৰসংঘৰ মহিলা সভানেত্ৰী হয়। নিজৰ দেশক প্ৰাণতকৈ ভাল পোৱা এই মহান মহিলা গৰাকীয়ে নিজৰ সকলো দেশৰ নামত উৎসৰ্গ কৰিছিল।

৩২৬। **ববী ফিচাৰ** :—এওঁক জেমচ্ ৰবাৰ্ট ফিচাৰ নামেৰেও জনা যায়। এওঁক শুৱা (চেচ) খেলৰ ৰজা বোলা হয়। চিকাগো চহৰত ১৯৩৪ চনৰ ৯

মার্চ তাৰিখে জন্মগ্ৰহণ কৰিছিল। হাইস্কুলৰ শিক্ষা শেষ কৰি আনুষ্ঠানিক শিক্ষা শেষ কৰা এই গৰাকী ভৰা খেলুৱৈয়ে মাত্ৰ ১৩ বছৰ বয়সতে আমেৰিকা ৰাষ্ট্ৰৰ ভৰা খেলৰ চেম্পিয়ন হয়। আইচলেণ্ডত হোৱা বিশ্ব ভৰা খেলত চেম্পিয়নশ্বীপ লাভ কৰে।

৩২৭। **বেঞ্জামিন ফ্ৰেংকলিন**:—১৭০৬ চনত আমেৰিকাত জন্মগ্ৰহণ কৰিছিল। এওঁ অকল বিজ্ঞানীয়ে নহয় এওঁ এগৰাকী ৰাজনীতিজ্ঞ, লেখক, ব্যৱসায়ী আৰু পণ্ডিত ব্যক্তি। ধনাত্মক আৰু ঋণাত্মক দুবিধ বিদ্যুৎ বুলি এওঁৱেই প্ৰমাণ কৰিছিল। বজ্ৰপাত আৰু বিদ্যুৎ একে বুলি এওঁ পৰীক্ষাৰ দ্বাৰা প্ৰমাণ কৰি দেখুৱাইছিল। ১৭৯০ চনত মৃত্যু হয়।

৩২৮। **বেনেদেটো ক্ৰোচে**:—১৮৬৬ চনত জন্মগ্ৰহণ কৰা ইটালীয় এওঁ এজন প্ৰসিদ্ধ সমালোচক আৰু দাৰ্শনিক। অকল ইটালীতে নহয় পৃথিৱীত এজন শ্ৰেষ্ঠ সমালোচক হিচাবে পৰিগণিত হয়। এওঁৰ বিখ্যাত গ্ৰন্থ হ'ল Philosophi of the spirit, Historical Materiali । ১৯৫২ চনত মৃত্যু হয়।

৩২৯। **বৰ্ণষ্টাৰ্ণ ম্যাৰ্টিনাচ বৰ্ণচন**:—১৮৩২ চনত নৰৱেত জন্মগ্ৰহণ কৰা এই গৰাকী মহান সাহিত্যিকে নোবেল বঁটা সাহিত্যত লাভ কৰা এজন ব্যক্তি। গাঁৱৰ দুখীয়া খেতিয়ক পৰিয়ালত জন্মগ্ৰহণ কৰা এইজন বহুমুখী প্ৰতিভাবান এজন লোক। এওঁ একেধাৰে এগৰাকী কবি, নাট্যকাৰ, ঔপন্যাসিক, সাংবাদিক, সুবক্তা, নাট্য পৰিচালক আৰু সমাজ সেৱক। বৰ্ণচনে কেইখনমান নাটক লেখা কাৰণে বিখ্যাত যদিও এওঁ কাব্য সাহিত্যলৈ আগবঢ়োৱা বৰঙণিৰ বাবেহে নোবেল পুৰস্কাৰ লাভ কৰে। বৰ্ণচনৰ Yes, we love this land for ever নৰৱেৰ জাতীয় সঙ্গীত হিচাবে ব্যৱহাৰ হৈ আছিছে। ১৯১০ চনত এইজন সু-সাহিত্যিকৰ মৃত্যু হয়।

৩৩০। **ব্লেইচ পাস্কেল**:—১৬২৩ চনৰ ১৯ জুন তাৰিখে ফ্ৰান্সৰ ক্লাৰমেণ্ট ফেৰাণ্ড নামৰ ঠাইত এই গৰাকী বিজ্ঞানী আৰু ধৰ্ম-সাহিত্যিকৰ জন্ম হৈছিল। এওঁ মাত্ৰ ৩৯ বছৰ জীয়াই থাকিয়েই গণিত আৰু ধৰ্ম-সাহিত্যত যি সৃষ্টি কৰি থৈ গৈছে সেইয়াই তেওঁক বিশ্বত অমৰ কৰি ৰাখিব। ১৬ বছৰ বয়সতে তেওঁৰ "শঙ্কুচ্ছেদ সম্পৰ্কীয় ৰচনা" ( Essai Pourles Connique ) প্ৰকাশ হৈছিল। তেওঁ প্ৰমাণ কৰিছিল যে এটা পাত্ৰত কিছু জুলীয়া পদাৰ্থ থলে পদাৰ্থখিনিয়ে পাত্ৰটোৰ চাৰিওফালে সমানে চাপ দিয়ে আৰু এই চাপে সদায় পাত্ৰটোৰ ওপৰত

লম্বভাৱে ক্ৰিয়া কৰে। ইয়াকে পাস্কেল সূত্ৰ নামে জনা যায়। পাস্কেলে জ্যামিতিৰ প্ৰায় ৪০০ উপপাদ্য আৱিষ্কাৰ কৰিছিল। এওঁৰ ধৰ্মীয় পুথি হ'ল— ১। ভগৱানলৈ চিঠি, ২। চিন্তা, ৩। পাস্কেলৰ মন্ত্ৰ। দাৰ্শনিক পুথি হ'ল "জ্যামিতিক ক্ষমতা"। অসামান্য প্ৰতিভাৰ গৰাকী এই গৰাকী মনিষীয়ে ১৬৬২ চনৰ ১৯ আগষ্টৰ দিনা মৃত্যুবৰণ কৰে।

৩৩১। **বেনাজীৰ ভুট্টো** :—পৃথিৱীৰ মুছলমানপ্ৰধান দেশৰ প্ৰথম মহিলা প্ৰধান মন্ত্ৰী বেনাজীৰ ভুট্টোৰ জন্ম হৈছিল ১৯৫৩ চনৰ ২১ জুন তাৰিখে কৰাচীত। ১৯৮৮ চনৰ ৯ ডিচেম্বৰত এওঁ পাকিস্থানৰ জনগণৰ দ্বাৰা নিৰ্বাচিত পাকিস্থানৰ দ্বিতীয় প্ৰধান মন্ত্ৰী। ১৯৭৯ চনৰ ৪ এপ্ৰিলত ৰাৱালপিণ্ডিৰ চেণ্ট্ৰেল জেলত দেউতাক পাকিস্থানৰ প্ৰধান মন্ত্ৰী জুলফিকৰ আলি ভুট্টোক ফাঁচী দিয়াৰ পাচতেই বেনাজীৰ ৰাজনীতিত জড়িত হৈ পৰিছিল। দেশ-বিদেশত এওঁ সামৰিক শাসনৰ বিৰুদ্ধে জনমত গঠন কৰে। পিচত এওঁ ৭ বছৰতকৈয়ো অধিক কাল অতি কষ্টেৰে কাৰাবৰণ কৰিবলগীয়া হয়। অতিপাত শীতত কাপোৰ নোহোৱাকৈ আৰু অতিশয় গৰমত মহ-মাখিৰ মাজত এওঁক আটক কৰি ৰাখিছিল। ১৯৮৪ চনত কানৰ চিকিৎসাৰ বাবে এওঁক লণ্ডনলৈ যাবলৈ অনুমতি দিয়ে আৰু তাৰ পৰাই পাকিস্থান পিপোলচ পাৰ্টি দলটোক পৰিচালনা কৰে। বেনাজীৰে ১৯৮৩ চনৰ ২১ জুনৰ দিনা অক্সফোৰ্ড ইউনিয়নলৈ তেওঁৰ প্ৰতি সন্মান প্ৰদৰ্শন কৰি ১ মিনিট মৌনতা অৱলম্বন কৰিছিল। সাধাৰণতে এই সন্মান ইউনিয়নৰ সভাপতিৰ মৃত্যু হলেহে কৰা হয়। এওঁ আমেৰিকাৰ বেডক্লিফ হাৰ্ভাৰ্ড বিশ্ববিদ্যালয়ৰ পৰা স্নাতক আৰু অক্সফোৰ্ড বিশ্ববিদ্যালয়ৰ পৰা আন্তৰ্জাতিক আইন আৰু কূটনীতিত স্নাতকোত্তৰ উপাধি লাভ কৰে। ১৯৮৯ চনত ৰাজাজী বঁটা লাভ কৰে। মাত্ৰ ২ বছৰ শাসনৰ গাদীত থকাৰ পাচতে যোৱা ৬ আগষ্টৰ দিনা পাকিস্থানৰ ৰাষ্ট্ৰপতি গোলাম ইছাক্ খানে বেনাজীৰ ভুট্টোক প্ৰধান মন্ত্ৰী পদৰ পৰা বৰ্খাস্ত কৰি গোলাম মুস্তাফা জাটেক তত্বাৱধায়ক প্ৰধান মন্ত্ৰী পাতে।

৩৩২। **কলাগুৰু বিষ্ণুপ্ৰসাদ ৰাভা** :—অসাধাৰণ মহান্ বিপ্লৱী শিল্পী, মহান্ ব্যক্তিত্ব সম্পন্ন, ধৈৰ্য্য, সাহস, কষ্টসহিষ্ণু, প্ৰেমিক, কঠোৰ মনোবলী, মন আকৰ্ষক, আড়ম্বৰহীন, সৰলতাপূৰ্ণ জীৱন যাপন কৰা ইতিহাস গৱেষক, সংস্কৃতিৰ পণ্ডিত, সমাজ সংস্কাৰক, সাম্যবাদী, সু-সাহিত্যিক, গায়ক, চিত্ৰকৰ, সুখেলুৱৈ ৰাজনীতিবিদ, সমাজ সেৱক, অভিনেতা আদি সহস্ৰ গুণেৰে বিভূষিত

আমাৰ সংস্কৃতিৰ প্ৰতীক ভাৰতৰ শ্ৰেষ্ঠ কলাবিদ্ কলাগুৰু বিষ্ণুপ্ৰসাদ ৰাভাৰ জন্ম হৈছিল ১৯০৯ চনৰ ৩০ জুলাই তাৰিখে ঢাকাত। এওঁৰ ঘৰত মতা নাম কটু। সকলো পৰাই এওঁ এজন বিপ্লৱী আছিল। প্ৰাথমিক শিক্ষা ঢাকাত শেষ কৰি তেজপুৰ হাইস্কুলত শিক্ষা গ্ৰহণ কৰে। ১৯২৬ চনত প্ৰথম বিভাগত প্ৰৱেশিকা পৰীক্ষাত উত্তীৰ্ণ হয় আৰু দৰং জিলাৰ ভিতৰতে সৰ্বোচ্চ নম্বৰ পোৱাত "কুইন্ এম্প্ৰেছ" পদক লাভ কৰে আৰু কলিকতাৰ চেণ্ট প'ল কলেজৰ পৰা আই, এচ্. চি. ১৯২৮ চনত প্ৰথম বিভাগত পাচ কৰে। বি. এচ্. চি-ৰ পদাৰ্থ বিজ্ঞানত অনাৰ্চ লৈ কোচবিহাৰৰ ভিক্টোৰিয়া কলেজত ৪ৰ্থ বাৰ্ষিকলৈ বাছনি পৰীক্ষাত সৰ্বোচ্চ নম্বৰ পাইছিল যদিও স্বদেশ আন্দোলনৰ বাবে শিক্ষা সিমানতে সামৰণি মাৰি আন্দোলনত যোগদান কৰে। ইয়াৰ পাচত ১৯৩২ চনত পুলিচৰ ডি. এচ্. পি-ৰ চাকৰি পাইছিল যদিও জনসাধাৰণৰ স্বাৰ্থৰ প্ৰতি লক্ষ্য ৰাখি এই চাকৰি প্ৰত্যাখ্যান কৰিছিল। ১৯৪০ চনত কাশী হিন্দু বিশ্ববিদ্যালয়ৰ উপাচাৰ্য্য ডঃ সৰ্বপল্লী ৰাধাকৃষ্ণণৰ পৰা সোণৰ পদকেৰে সৈতে ভাৰতবৰ্ষৰ শ্ৰেষ্ঠতম সাংস্কৃতিক সন্মান "ভাৰত শ্ৰেষ্ঠ কলাবিদ্" আৰু "কলাগুৰু" উপাধি লাভ কৰিছিল। দশাৱতাৰ নৃত্য প্ৰদৰ্শন কৰি কাশী বিশ্ববিদ্যালয়ৰ উপাচাৰ্য্যৰ পৰা সোণৰ পদক লাভ কৰিছিল। এওঁ ৩০০ গীত ৰচনা কৰিছিল। ৮ বছৰ বয়সতে মাকক আৰু ১৭ বছৰ বয়সত দেউতাকক হেৰুৱায়। এওঁ আঢ়ৈ হাজাৰ বিঘা মাটি পৈত্ৰিক সম্পত্তি হিচাবে লাভ কৰিছিল যদিও এওঁ তাকো গ্ৰহণ নকৰি দৰিদ্ৰক বিলাই দি নিজে সৰল জীৱন যাপন কৰিহে ভাল পাইছিল। এওঁৰ জীৱন সংঘাতপূৰ্ণ আছিল। অতি কষ্টৰ মাজেদি জীৱনৰ অধিক কাল অতিবাহিত কৰিছিল। ১৯৪৭ চনৰ ১৫ আগষ্ট তাৰিখে ভাৰতে স্বাধীনতা লাভ কৰা দিনাই এই স্বাধীনতা ভুৱা বুলি বিষ্ণু ৰাভাই কামৰূপৰ দীঘেলী নামে ঠাইত কলা পতাকা উত্তোলন কৰাৰ বাবে আৰু ধনী, শাসক আৰু শোষক শ্ৰেণীৰ বিৰুদ্ধে ৰাভাই প্ৰত্যাহ্বান জনোৱাৰ কাৰণেই এওঁক জীৱিত বা মৃত অৱস্থাত ধৰি দিব পাৰিলে নগদ ১০ হাজাৰ টকা পুৰস্কাৰ দিয়াৰ কথা ১৯৫০ চনত ভাৰত চৰকাৰে ঘোষণা কৰিছিল যদিও অসমীয়া ৰাইজে এই মহান্ বিপ্লৱী গৰাকীক প্ৰাণেৰে ভাল পাইছিল বাবেই লুকুৱাই ৰাখিছিল। এওঁ কেইবাবাৰো জেলত থাকিবলগীয়া হৈছিল। বিভিন্ন জনগোষ্ঠীৰ লোকৰ বুকুৰ আমঠু এই শিল্পী, সাহিত্যিক গৰাকীয়ে অসমীয়া ভাষাৰ উপৰিও ১৭টা

ভাবা জানিছিল। ১৯৬৭ চনত এওঁ অসম বিধানসভালৈ সদস্য হিচাবে নির্বাচিত হৈছিল। ১৯৬৯ চনৰ ২০ জুন তাৰিখে সৰ্ব গুণাকৰ এই আদৰ্শবান মহান বিপ্লবী গৰাকীয়ে নশ্বৰ দেহা ত্যাগ কৰে।

৩৩৩। **ব্ৰহ্ম গুপ্ত** :—৫৯৮ খৃঃ পূঃত পশ্চিম ভাৰতৰ গুজৰাটত জন্ম হৈছিল। ৩০ বছৰ বয়সত ২৪টা অধ্যায়ত বিভক্ত "ব্ৰহ্মস্ফুট সিদ্ধান্ত" নামৰ এখন জ্যোতি বিজ্ঞানৰ গ্ৰন্থ ৰচনা কৰে। ৬৭ বছৰ বয়সত "খণ্ড খাদ্যক" নামে আন এখন জ্যোতি বিজ্ঞানৰ পুথি লিখে। প্ৰাচীন ভাৰতৰ খ্যাতনামা জ্যোতিৰ্বিদ্ সকলৰ ভিতৰত ব্ৰহ্মগুপ্ত অন্যতম।

৩৩৪। **বেলো চ'ল** :—কানাডাৰ লাচিনত এই গৰাকী বিশ্ববৰেণ্য সাহিত্যিকৰ ১৯১৫ চনত জন্ম হৈছিল। ১৯২৩ চনত এওঁৰ ন বছৰ বয়সত এওঁৰ পৰিয়াল কানাডালৈ যাবলগীয়া হোৱাত তাতে বনবাস কৰিবলৈ লয়। নানা দুখ-কষ্টৰ মাজেদি অধ্যয়ন কৰি নৰ্থ ওৱেষ্টাৰ্ন ইউনিভাৰচিটিৰ পৰা ১৯৩৮ চনত স্নাতক ডিগ্ৰী লাভ কৰে। এওঁ চিকাগো, নিউইয়ৰ্কত ধৰি কেইবাখনো বিশ্ববিদ্যালয়ত অধ্যাপনা কৰি থকা কালতে সাহিত্যত মনোনিৱেশ কৰে। ১৯৪৪ চনত প্ৰথম প্ৰকাশিত উপন্যাস দেং গলিং মেন আৰু ১৯৪৭ চনত প্ৰকাশিত দি ভিক্টিম নামৰ গ্ৰন্থ দুখনে এওঁলৈ যথেষ্ট খ্যাতি আনি অতি জনপ্ৰিয় কৰি তুলে। সাহিত্য সৃষ্টিৰ বাবে এওঁ ৰাষ্ট্ৰীয় আৰু আন্তঃৰাষ্ট্ৰীয় বহুতো পুৰস্কাৰ লাভ কৰে। ইয়াৰ ভিতৰত পুলিৎজাৰ পুৰস্কাৰ, প্ৰিন্স ইন্টাৰ-নেশ্বনেল দি লিটাৰেচাৰ, নেশ্বনেল বুক এৱাৰ্ড, মালা পালে। লিটাৰেৰী এৱাৰ্ড আৰু ১৯৭৬ চনত বিশ্বৰ সৰ্বোচ্চ বঁটা নোবেল পুৰস্কাৰ লাভ কৰে। এওঁৰ উল্লেখযোগ্য গ্ৰন্থসমূহ হ'ল—এডভেঞ্চাৰচ এগী মাৰ্চ হেণ্ডাৰ-চন, দি ৰেইন কিং, মিঃ চামলাচ প্লেনেট্, গিফ্ট, চিজ দি দে, লাষ্ট এনালাইচিচ (নাটক), মছবিজ ষ্টৰী আদি। এওঁ আমেৰিকান একাডেমি অৱ আৰ্টছ এণ্ড চায়েন্স সন্মানীয় পদবী লাভ কৰে।

৩৩৫। **ভল্টেয়াৰ** :—ফ্ৰান্সলৈ বিপ্লৱ অনা অন্যতম সাহিত্যিক ভল্টেয়াৰৰ জন্ম হৈছিল ১৬৯৪ চনত পেৰিচ চহৰত। এওঁৰ প্ৰকৃত নাম আছিল ফ্ৰাংকুইচ্ এৰট। দেউতাকৰ লগত কাজিয়া লাগি এওঁ ঘৰ এৰি গুছি গৈছিল আৰু নানা ঘাত-প্ৰতিঘাতৰ মাজেদি জীৱন অতিবাহিত কৰিছিল। তেওঁক চৰকাৰে পেৰিচ এৰিবলৈ নিৰ্দেশ দিয়াত ১৯২৬ চনৰ মে' মাহত ইংলেণ্ডলৈ যায় আৰু ইউৰোপৰ বিভিন্ন দেশলৈ গৈ ভ্ৰমণ কৰি কবিতা আৰু নাটক লিখে। এওঁৰ মূল্যবান

বিখ্যাত মহাকাব্য হৈছে "হেনৰিয়াদ্" বিখ্যাত হোমাৰ আৰু ভাৰ্জিলৰ সমপৰ্য্যায়ৰ বুলি কোৱা হয়। ইংলেণ্ডত ৩ বছৰ থকাৰ পাচত পুনৰ পেৰিচলৈ আহে আৰু বাষ্টিলৰ বোৰত পৰি বহু বছৰ ধৰি আত্মগোপন কৰি থাকি কবিতা আৰু নাটক ৰচনা কৰে। ১৭৫১ চনত প্ৰুচিয়াৰ ৰজা ফ্ৰেডেৰিকৰ সৈতে কিছুদিন বাৰ্লিনত থাকে আৰু পাচত জেনেভা- হ্ৰদত স্বামীকৈ বসবাস কৰে। এওঁৰ জীৱনৰ শ্ৰেষ্ঠ ৰচনা "কেনদিদ্" উপন্যাস ইয়াতেই ৰচনা কৰে। এওঁ প্ৰথমে নাস্তিক আছিল যদিও জীৱনৰ বিয়লি বেলাত এটা গীৰ্জা সজাইছিল। ১৭৭৮ চনত মৃত্যু হোৱা এই বিপ্লৱী সাহিত্যিক আৰু প্ৰখ্যাত দাৰ্শনিক গৰাকীৰ Charles XII এখন অতি মনোগ্ৰাহী আৰু উত্তেজনাদায়ক গ্ৰন্থ।

৩৩৬। **ভাস্কো দি গামা** :—ভাস্কো দি গামা ১৪৬৯ চনত ইটালীৰ ভেনিচ মহানগৰীত জন্মগ্ৰহণ কৰিছিল। জলপথেদি ভাৰতলৈ অহা এওঁৱেই প্ৰথম ইউৰোপীয়ান পৰিব্ৰাজক। এওঁৰ ভ্ৰমণ কালৰ স্মৰণীয় কথাবিলাক নিজেই লিখি থৈ গৈছে। এই সাহসী পৰ্টুগীজ নাৱিক গৰাকীৰ ১৫২৪ চনত মৃত্যু হয়।

৩৩৭। **ভানুভক্ত আচাৰ্য্য** :—এই যুগান্তকাৰী অমৰ কবি গৰাকীৰ জন্ম হৈছিল ১৮১৪ চনত নেপালৰ এখন গাঁৱত। নেপালীৰ কথিত ভাষাত ৰামায়ণ অনুবাদ কৰি এওঁ খ্যাতি লাভ কৰিছিল। দেউতাকৰ ধাৰ পৰিশোধ কৰিব নোৱাৰাৰ বাবে এওঁক চৰকাৰে হাজতত কাৰাবাস দিয়ে আৰু এওঁ বন্দী হৈ থকা সময়তে ৰামায়ণৰ পাঁচটা খণ্ড অনুবাদ কৰে। এওঁ পাঁচখন কবিতা পুথিও ৰচনা কৰিছিল। নেপালত এই অমৰ কবি গৰাকী ১৮৬৯ চনত শেষ নিশ্বাস ত্যাগ কৰে।

৩৩৮। **ভাস্কৰাচাৰ্য্য ( দ্বিতীয় )** :—দক্ষিণ ভাৰতৰ বিজাপুৰ ৰাজ্যৰ বিদুৰ নামেৰে এখন ঠাইত ১১১৪ খৃঃ পূঃত জন্মগ্ৰহণ কৰে। মুঠ চাৰিটা খণ্ডত বিভক্ত ১। লীলাৱতী, ২। বীজগণিত, ৩। গণিতাধ্যায় আৰু ৪। গোলাধ্যায় এওঁ ৰচনা কৰে। এওঁৰ বিখ্যাত গ্ৰন্থ "সিদ্ধান্ত শিৰোমণি" ৰচনা কৰে। বীজগণিতৰ দ্বিঘাত সমীকৰণৰ সিদ্ধান্ত কৰাৰ নতুন কৌশল আবিষ্কাৰ কৰিছিল। ১১৮৩ চনত তেওঁ "কাৰণ কৌতূহল" নামেৰে গ্ৰহ বিলাকত গতি সম্পৰ্কীয় এখন পুথি ৰচনা কৰে। ১১৮০ খৃঃ পূঃত মৃত্যু হয়।

৩৩৯। **ভিক্টৰ ফ্ৰাঞ্জিচ হেচ্** :—১৮৮৩ চনত অষ্ট্ৰিয়া দেশত জন্মগ্ৰহণ কৰা এই পদাৰ্থবিদ্ গৰাকীয়ে সহযোগী কাউণ্টাৰৰ সহায়ত মহাজাগতিক ৰশ্মিৰ

উৎস পৃথিৱীৰ বায়ুমণ্ডলৰ বাহিৰত বুলি প্ৰমাণ কৰিছিল। ১৯৩৬ চনত নোবেল বঁটা লাভ কৰে। ১৯৬৪ চনত মৃত্যু হয়।

৩৪০। **ভিনচেণ্ট ভেন গগ** :—বিশ্ববিখ্যাত এই অমৰ চিত্ৰশিল্পী গৰাকীৰ জন্ম হৈছিল ১৮৫৩ চনৰ ৩০ মাৰ্চৰ দিনা। এওঁৰ মাকে মাত্ৰ এবছৰ পূৰ্বে প্ৰথম সন্তান হেৰুৱাবলগীয়া হোৱা এই দ্বিতীয় চিত্ৰশিল্পী গৰাকীয়ে সকতে মাকৰ পৰা সিমান স্নেহ পোৱা নাছিল বাবেই এওঁ সৰুৰে পৰাই মানসিক বিকাৰগ্ৰস্ত হৈছিল। এবাৰ এওঁৰ সমসাময়িক অন্য এজন চিত্ৰশিল্পীক খুৰেৰে আক্ৰমণ কৰিবলৈ চেষ্টা কৰি পিচত নিজেই নিজৰ এখন কাণ কাটি পেলাইছিল। এওঁৰ স্বভাৱ-চৰিত্ৰ অস্বাভাৱিক আছিল যদিও এওঁ ছবি আঁকি খুব ভাল পাইছিল। আনকি অধিক উদভ্ৰান্তগ্ৰস্ত হোৱাৰ সময়তো এওঁ ছবি আঁকি বিখ্যাত হৈছিল। বেছিকৈ উন্মাদ্ হোৱাত এওঁক এজন মনোচিকিৎসকৰ ওচৰত ৰখাৰ অৱস্থাতে গুলি মাৰি আত্মহত্যা কৰি মাত্ৰ ৩৭ বছৰীয়া এই মহান বিশ্ব চিত্ৰকলাত আলোড়ন সৃষ্টি কৰা শিল্পী গৰাকীয়ে নিজৰ অসাধাৰণ প্ৰতিভাৰ পৰিচয় দি গৈছে। এওঁৰ এখন তৈল চিত্ৰৰ মূল্য নিযুত ডলাৰলৈকে নিৰ্দ্ধাৰণ কৰা হৈছে।

৩৪১। ডাঃ **ভীমৰাও ৰামজী আম্বেদকাৰ** :—ভাৰতীয় সংবিধান নিৰ্মাণৰ পিতা ডঃ বি. আৰ. আমবেদকাৰ ১৮৯১ চনৰ ১৪ এপ্ৰিল তাৰিখে মধ্য প্ৰদেশৰ এটা দুখীয়া পৰিয়ালত জন্মগ্ৰহণ কৰিছিল। উচ্চ শিক্ষা এওঁ আমেৰিকাত গ্ৰহণ কৰে। ডক্টৰেট উপাধি লাভ কৰে ১৯১৬ চনত, ১৯১৮ আৰু ১৯২০ চনত এওঁ আইন বিষয়ৰ অধ্যাপক আছিল। ১৯২৫ চনত বম্বেৰ হাইক'ৰ্টত ওকালতি কৰিছিল। ভাৰতীয় সংবিধান ৰচনা কৰোঁতে এওঁ অনুসূচীত জাতিৰ উন্নতিৰ কাৰণে বিশেষ চিন্তা কৰি বিশেষ সুবিধা ৰাখিছিল। ১৯৪৭ চনৰ পৰা ১৯৫১ চনলৈ এওঁ ভাৰতৰ আইন মন্ত্ৰী হিচাবে কাৰ্য্যনিৰ্বাহ কৰিছিল। ভাইচৰয় এক্সিকিউটিভ্ কাউন্সিলৰ এওঁ ১৯৪২-১৯৪৬ চনলৈ সদস্য আছিল। লণ্ডনত অনুষ্ঠিত হোৱা ৰাউণ্ড টেবুল কন্ফাৰেন্সত এওঁ ভাৰতৰ প্ৰতিনিধিত্ব কৰিছিল। ১৯৩০ চনত নাচিকত হোৱা সত্যাগ্ৰহত এওঁ বিশেষ হিচাবে যোগদান কৰিছিল। ১৯৫৬ চনৰ ৭ ডিচেম্বৰ তাৰিখে শেষ নিশ্বাস এৰে।

৩৪২। **ৰাণী ভিক্টোৰীয়া** :—১৮১৯ চনত বৃটিছৰ সম্ভ্ৰান্ত পৰিয়ালত জন্ম-গ্ৰহণ কৰিছিল। এওঁৱেই বৃটিছৰ আটাইতকৈ দীঘলীয়া শাসনকৰ্ত্তা আছিল। প্ৰায় ৬৩ বছৰ এওঁ শাসন কৰিছিল। এওঁ দেশৰ সকলোৰে প্ৰিয়পাত্ৰ আছিল।

১৮ বছৰ বয়সতে এওঁ ৰাজসিংহাসনত বহে। ১৯০১ চনৰ ২২ জানুৱাৰী তাৰিখে মৃত্যু হয়।

৩৪৩। **ড: ভূপেন হাজৰিকা :** ১৯২৬ চনত বৰ্তমান অৰুণাচলৰ শদিয়াত বিশ্ববৰেণ্য এই মহান শিল্পী গৰাকীৰ জন্ম হৈছিল। এওঁ এজন বহুমুখী প্ৰতিভাবান ব্যক্তি। এওঁৰ গায়ক হিচাবে গোটেই বিশ্বতে খ্যাতি আছে যদিও এওঁ অকল গায়কেই নহয় এওঁ এজন বিখ্যাত গীতিকাৰ, সুৰকাৰ, চিত্ৰকৰ, সুলেখক, সাহিত্যিক, সমাজসেৱক, বোলছবিৰ নিৰ্মাতা আৰু বোলছবিৰ সঙ্গীত পৰিচালক। এ সময়ত ৰাজনৈতিক নেতা আছিল। সৰু অৱস্থাত এখেতৰ ঘৰখনেই সংগীতৰ প্ৰতি এওঁক আকৰ্ষিত কৰিছিল। ১৯৪০ চনত প্ৰবেশিকা পৰীক্ষাত উত্তীৰ্ণ হৈছিল। তেজপুৰ উচ্চ ইংৰাজী বিষ্ঠালয়ৰ পৰা ১৯৪২ চনত কটন কলেজৰ পৰা ইণ্টাৰমিডিয়েট, বেনাৰস হিন্দু বিশ্ববিষ্ঠালয়ৰ পৰা ১৯৪৪ চনত স্নাতক আৰু ১৯৪৬ চনত এই বিশ্ববিষ্ঠালয়ৰপৰাই ৰাজনীতি বিজ্ঞানত স্নাতকোত্তৰ, ১৯৫০ চনত আমেৰিকাৰ কলম্বিয়া বিশ্ববিষ্ঠালয়ৰ পৰা শিক্ষা বিজ্ঞানত স্নাতকোত্তৰ উপাধি পায়। নিউইয়ৰ্ক কলম্বিয়া বিশ্ববিদ্যালয়ৰ পৰা ১৯৫২ চনত ডক্টৰেট উপাধি লাভ কৰে। ১৯৩৯ চনত কলিকতা অনাতাঁৰ কেন্দ্ৰৰ যোগেদি প্ৰথম গীত প্ৰচাৰিত হয়। ১৯৬১ চনত শকুন্তলা চিনেমাৰ বাবে ৰাষ্ট্ৰপতি পুৰস্কাৰ লাভ কৰে। ভাৰত চৰকাৰে এই গৰাকী মহান শিল্পীলৈ পদ্মশ্ৰী উপাধিৰে বিভূষিত কৰিছে। অসম চৰকাৰে অসমৰ শ্ৰেষ্ঠ বঁটা শঙ্কৰদেৱ বঁটাৰে এখেতক সন্মানিত কৰে। ইয়াৰ উপৰিও পৃথিৱীৰ বহু দেশত গীত পৰিবেশন কৰি ভূয়সী প্ৰশংসা লাভ কৰিবলৈ সক্ষম হৈছে। অসমৰ স্বনামধন্য এই সুসন্তান গৰাকী বৰ্তমান কলিকতাত বসবাস কৰে।

৩৪৪। **মহাত্মা গান্ধী** :—ভাৰতৰ স্বাধীনতা আন্দোলনৰ মহানায়ক মহামানৱ মহাত্মা গান্ধীৰ জন্ম হৈছিল ১৮৬৯ চনৰ ২ অক্টোবৰ তাৰিখে গুজৰাটৰ পোৰ-বন্দৰত। গান্ধীজীৰ প্ৰকৃত নাম মোহনদাস কৰমচাঁদ গান্ধী। এওঁ কষ্টেৰে লণ্ডনত শিক্ষা গ্ৰহণ কৰে আৰু ১৮৯১ চনত বেৰিষ্টাৰী পাচ কৰি ভাৰতলৈ ঘূৰি আহে। কিছুদিন ভাৰতত ওকালতি কৰাৰ পাচত ১৮৯৩ চনত আফ্ৰিকালৈ গৈ প্ৰায় ৩০ বছৰ কাল কটালে আৰু আফ্ৰিকাতে এখেতে ৰাজনীতি জীৱন আৰম্ভ কৰে। ১৯১৬ চনত গান্ধীজী ভাৰতলৈ ঘূৰি আহি ১৯১৭ চনত ভাৰতৰ স্বাধীনতাৰ আন্দোলনৰ গুৰি ধৰে। বৃটিছক ভাৰতৰ পৰা খেদি দেশ স্বাধীন কৰিবৰ কাৰণে

গান্ধীজীয়ে বিভিন্ন প্ৰকাৰৰ আন্দোলন কৰিবলগীয়া হৈছিল। বিশেষকৈ ১৯২৩ চনত অসহযোগ আন্দোলন, (এই আন্দোলনত ৬ বছৰ কাৰাদণ্ড হৈছিল) ১৯৩০ চনত আইন ভঙ্গ আন্দোলন, ১৯৪২ চনত ভাৰত ত্যাগ আন্দোলনেই প্ৰধান। ১৯৩০ চনত লোণ আইন অমান্যৰ বাবে 'দাণ্ডি মাৰ্চ'ও কৰিছিল। এই গৰাকী ভাৰতৰ ৰাষ্ট্ৰীয় পিতাৰ অশেষ ত্যাগৰ বিনিময়ত ভাৰতবৰ্ষই ১৯৪৭ চনত স্বাধীনতা লাভ কৰে আৰু ১৯৪৮ চনত বিশ্বৰ এই গৰাকী মহান আদৰ্শনীয় নেতাক এখন ধৰ্মীয় প্ৰাৰ্থনা সভাত নাথুৰাম গডচে নামৰ এজন আততায়ীয়ে গুলিয়াই হত্যা কৰে। গান্ধীজী অকল ৰাজনীতি নেতাই নহয়, এখেত এজন সাংবাদিক, সাহিত্যিক, শিক্ষাবিদ আৰু দাৰ্শনিক আছিল। হৰিজনসকলৰ কাৰণে এখেতে সদায়েই সুচিন্তা কৰিছিল। এখেতৰ বিভিন্ন গ্ৰন্থৰ ভিতৰত "মাই এক্সপেৰিমেণ্ট উইথ ট্ৰুথ" উল্লেখযোগ্য।

৩৪৫। **মহম্মদ ৰফি**:—অমৃতসৰ জিলাৰ কটলা চুলতান সিং নামৰ ঠাইত জন্মগ্ৰহণ কৰে ১৯২৪ চনত আৰু স্বৰ্গগামী হয় ১৯৮০ চনৰ ১ আগষ্টত। ভাৰতৰ প্ৰখ্যাত নেপথ্য গায়ক। তেওঁৰ জীৱনত ২৬ হেজাৰতকৈয়ো অধিক গীত গায়। ভাৰতবৰ্ষত এক অভিলেখ সৃষ্টি কৰিছে। ভাৰতীয় সকলো ৰাজ্যিক ভাষাৰে গীত গাইছিল। ভাৰত চৰকাৰে পদ্মশ্ৰী উপাধিৰে সন্মানিত কৰিছিল। ছবাৰ ফিল্ম ফেয়াৰ বঁটা লাভ কৰে। বিশ্বৰ সকলো প্ৰধান ঠাইতে গীত পৰিবেশন কৰি প্ৰশংসা লাভ কৰিছিল।

৩৪৬। **মাদাৰ টেৰেচা**:—যুগোস্লোভিয়াৰ স্পজি নামৰ ঠাইত ১৯১০ চনৰ ২৭ আগষ্ট তাৰিখে জন্মগ্ৰহণ কৰিছিল। ১৯২৯ চনত ১৯ বছৰ বয়সত মাদাৰ টেৰেচা ভাৰতলৈ আহে আৰু ভাৰতত স্থায়ীভাৱে বসবাস কৰিবলৈ লয়। অসহায় মানুহক সেৱা কৰাই এওঁৰ জীৱনৰ লক্ষ্য বুলিব পাৰি। এওঁ মানৱ কল্যাণৰ কাৰণে বহুতো অনুষ্ঠানৰ জন্ম দি বহু লোকৰ ইয়াৰ যোগেদি মানৱ সেৱা কৰাৰ সুবিধা দিছে। মানৱ কল্যাণৰ বাবে কৰা বিভিন্ন কামৰ বাবে ভাৰত আৰু ভাৰতৰ বাহিৰৰ পৰা বহু সন্মান আৰু পুৰস্কাৰ আগবঢ়াই আহিছে। ইয়াৰ ভিতৰত ১৯৭৯ চনত শান্তি নোবেল বঁটা, ১৯৮০ চনত ভাৰতৰত্ন, ১৯৭২ চনত বিশ্বশান্তি জৱাহৰলাল নেহৰু বঁটা, ১৯৬২ চনত ৰোমান মাগচেচে পুৰস্কাৰ, ১৯৭৩ চনত টেম্পুলটন ফাউণ্ডেচন পুৰস্কাৰ লাভ কৰে। বৰ্তমান কলিকতাত বসবাস কৰি জনগণক সেৱা কৰি আছে।

৩৪৭। **মাদাম কুৰি** :—মাদাম কুৰি ১৮৬৭ চনৰ ৭ নৱেম্বৰ তাৰিখে পোলেণ্ডৰ ৰাজধানী ৱাৰ'চৱত জন্ম হৈছিল। এওঁৰ আচল নাম মাৰ্জা। মাদাম কুৰিয়ে ২ বাৰকৈ নোবেল বঁটা লাভ কৰিবলৈ সক্ষম হৈছিল। এওঁৰ পৰিয়ালত মুঠতে ৫ বাৰ নোবেল বঁটা লাভ কৰিছিল ; যিটো বিশ্বতে একেবাৰে বিৰল। ১৬ বছৰ বয়সতে হাইস্কুলৰ শিক্ষান্ত পৰীক্ষা সুখ্যাতিৰে উত্তীৰ্ণ হৈ সোণৰ পদক লাভ কৰিছিল। এই গৰাকী মহিলাই উচ্চশিক্ষা পেৰিচতে অধ্যয়ন কৰিব লগা হৈছিল। কাৰণ সেই সময়ত ৱাৰচ'ৱত মহিলাই উচ্চশিক্ষা লোৱাটো সামাজিকভাৱে বাধ্যতামূলক আছিল। ৰেডিয়াম আৱিষ্কাৰ কৰাৰ কাৰণে এই গৰাকী মহিলা বিজ্ঞানীয়ে ১৯১১ চনত ৰসায়ন বিজ্ঞানত নোবেল বঁটা লাভ কৰে আৰু ১৯০৬ চনত যুটীয়াভাৱে পদাৰ্থ বিজ্ঞানত নোবেল বঁটা লাভ কৰে। এই বিজ্ঞানী গৰাকীৰ ১৯৩৪ চনৰ ৪ জুলাই তাৰিখে মৃত্যু হয়।

৩৪৮। **মাৰ্শাল টিটো** :—যুগোশ্লোভিয়াৰ ৰাষ্ট্ৰনায়ক বিশ্বৰ অন্যতম সাহসী আৰু কষ্টসহিষ্ণু বিপ্লৱী বীৰ মাৰ্শাল টিটোৰ ল'ৰালিকাল অতি কষ্টকৰ আছিল। দুবেলা দু'মুঠি পেট ভৰাই খাবলৈ নাপাইছিল। মোমায়েকৰ ঘৰত গৰু চৰাই পেট প্ৰবৰ্ত্তাইছিল যদিও এদিন মোমায়েকে এওঁৰ ঘৰৰ পৰা খেদাই পঠাইছিল। মাৰ্শাল টিটোৰ আচল নাম জেচিফ ব্ৰভা টিটো। এওঁ ক্ৰোয়াশিয়াত জন্মগ্ৰহণ কৰিছিল। ১৫৭৩ চনত সৰ্বসাধাৰণ খেতিয়ক বনুৱাৰ ওপৰত জমিদাৰে কৰা অত্যাচাৰৰ কথা মাকে এওঁক কৈছিল। এওঁ দুৰ্দশাগ্ৰস্ত লোকৰ মঙ্গলৰ কাৰণে কাম কৰাত প্ৰতিজ্ঞাবদ্ধ হৈ অলপ ডাঙৰ হৈ এওঁলোকৰ মঙ্গলৰ কাৰণে কাম কৰিবলৈ ধৰিলে। ১৯২৪ চনত টিটোৱে বনুৱা আন্দোলনৰ সংগঠন কৰি বেআইনী কমিউনিষ্ট পাৰ্টিৰ নেতৃত্ব দিছিল। ধৰা পৰাত ৫ বছৰ জে'ল হ'ল। জে'লৰ পৰা ওলাই আহি সমগ্ৰ দেশৰ যুৱকসকলক লৈ হিটলাৰৰ বিৰুদ্ধে যুঁজি যুগোশ্লোভিয়াক মুক্ত কৰাৰ চেষ্টা চলালে। তেতিয়া এই জাতীয় মুক্তি বাহিনী পৃথিৱীৰ ভিতৰতে শক্তিশালী বাহিনী আছিল। ১৯৪৪ চনত যুগোশ্লোভিয়াৰ প্ৰধানমন্ত্ৰী হয়। ১৯৪৬ চনত সংবিধান বলবৎ কৰে। ১৯৪৭ চনত পঞ্চবাৰ্ষিক পৰিকল্পনা কৰে। ১৯৫৩ চনত অপ্ৰতিদ্বন্দ্বিভাৱে যুগোশ্লোভিয়াৰ প্ৰেচিডেণ্ট হয়।

৩৪৯। **মাক্স ফন লাউ** :—১৮৭৯ চনত জাৰ্মান দেশত জন্মলাভ কৰা পদাৰ্থবিদ গৰাকীয়ে স্ফটিকৰ সহায়েৰে ৰঞ্জন ৰশ্মিৰ তৰঙ্গৰ দৈৰ্ঘ্য জোখা এটা

পদ্ধতি আৱিষ্কাৰ কৰাৰ বাবে ১৯১৪ চনত নোবেল বঁটা লাভ কৰে। ১৯৬০ চনত মৃত্যু হয়।

৩৫০। **মহাপুৰুষ মাধৱদেৱ** :—বিশ্বৰ অন্যতম শ্ৰেষ্ঠ ভক্তি-গ্ৰন্থ "নামঘোষা" ৰচনা কৰা মহাপুৰুষ মাধৱদেৱৰ অসমৰ লক্ষীমপুৰ জিলাৰ নাৰায়ণপুৰৰ ওচৰৰ এখন সৰু গাঁও লেটেকু পুখুৰীত ১৪৮৯ চনৰ জেঠ মাহৰ ১৮ তাৰিখে পূৰ্ণিমা তিথিত জন্ম হৈছিল। ল'ৰালিকালৰ কিছু কাৰ্যকলাপৰ বাবে এওঁক অনেকে ঐশ্বৰিক শক্তি সম্পন্ন শিশু বুলি কৈছিল। ল'ৰালিকাল অতি দুখ-কষ্টৰ মাজেদি অতিবাহিত কৰিছিল যদিও তীক্ষ্ণ বুদ্ধি সম্পন্ন মাধৱদেৱে বিভিন্ন ধৰ্মশাস্ত্ৰ, তৰ্কশাস্ত্ৰ, ন্যায়শাস্ত্ৰ আৰু কায়স্থ বিদ্যাত পাৰ্গত হৈ পৰে। এওঁ এক শৰণ নাম ধৰ্মত আকৰ্ষিত হৈ মহাপুৰুষ শ্ৰীশ্ৰীশঙ্কৰদেৱক গুৰু মানি এই ধৰ্ম প্ৰচাৰ আৰু প্ৰসাৰতাৰ কাৰণে নিজকে উছৰ্গা কৰিছিল। এওঁ ধৰ্মৰ ভাল সংগঠকেই নহয় একেধাৰে নাট্যকাৰ, অভিনায়ক, গীতিকাৰ আৰু সুগায়ক। শাস্ত্ৰজ্ঞ পণ্ডিত, কবি, বিশিষ্ট কলাকাৰ প্ৰখ্যাত ধৰ্মগুণ সম্পন্ন এজন বহু প্ৰতিভাবান অদ্বিতীয় ব্যক্তি। বৈষ্ণৱ ধৰ্মৰ মূল ৪খন ধৰ্মশাস্ত্ৰৰ ভিতৰত মাধৱদেৱৰ ৰচিত নামঘোষা ( হাজাৰীঘোষা ) আৰু ভক্তি ৰত্নাৱলী উল্লেখনীয়। বিশ্বৰ সকলো সাহিত্যতে এনে ভক্তিমূলক গ্ৰন্থ বিৰল। সকলো শাস্ত্ৰ অধ্যয়ন কৰিলে যি পুণ্য হ'ব পাৰে অকল নামঘোষা অধ্যয়ন কৰিলেই সেই পুণ্য হয়। ইয়াৰ মূলকথা নিষ্কাম ঈশ্বৰ ভক্তি। মাধৱদেৱে যি কোনো সময় আৰু যি কোনো স্থানতে গীত ( যাক বৰগীত বোলা হয় ) ৰচনা কৰি নিজেই গাব পাৰিছিল। এওঁ ৰচনা কৰা নাটকসমূহ হ'ল ১। অৰ্জুন ভঞ্জন, ২। চোৰ-ধৰা, ৩। পিম্পৰা গুছোৱা, ৪। ভোজন বিহাৰ, ৫। ভূমি লেটোৱা। কাব্য ৰচনাৰ ৰবে ১। আদিকাণ্ড ৰামায়ণ, ২। ৰাজসূয়। তত্ত্বমূলক অন্য ৰচনা জন্ম ৰহস্য। শেষ ৰচনাৰ নাম মালিকা। এই উদাসীন বহুমুখী প্ৰতিভাবান মহাপুৰুষ গৰাকী ১৫১৮ শংকৰ ( ১৫৯৬ চন ) ভাদ মাহৰ শুক্লা দ্বিতীয়াত তিৰোভাব হয়।

**মাধৱ কন্দলি** :—বৈষ্ণৱ যুগৰ শ্ৰেষ্ঠতম কবি। এওঁৱেই অসমীয়াত পোন প্ৰথমে ৰামায়ণ ৰচনা কৰে। "পূৰ্ব কবি অপ্ৰমাদী" বুলি শ্ৰীশঙ্কৰদেৱে এওঁক কৈছিল।

৩৫২। **মাইকেল ফেৰাডে** :—১৭৯১ চনৰ ২২ চেপ্তেম্বৰ তাৰিখে লণ্ডন চহৰৰ ওচৰৰ এখন গাঁৱত অতি দুখীয়া পৰিয়ালত জন্মগ্ৰহণ কৰে। ১৮৬৭ চনত

নিজৰ পঢ়া কোঠালীতে এই গৱাকী বিজ্ঞানীয়ে শেষ নিশাস ত্যাগ কৰে। ১৮২১ চনত বয়েল চ'চাইটিৰ ফে'ল হয়। ১৮২১ চনত এওঁ প্ৰমাণ কৰে যে বিজুলী সোঁত প্ৰবাহী এডাল তাঁৰ চুম্বক এডালৰ চাৰিওফালে ঘূৰিব পাৰে আৰু সেইদৰে চুম্বক এডালো বিজুলী সোঁত বৈ থকা তাঁৰ এডালৰ চাৰিওফালে ঘূৰিব পাৰে। এই সূত্ৰৰ ওপৰত প্ৰায় ১০ বছৰ গৱেষণা চলাই এওঁ ১৮৩১ চনৰ ১৭ অক্টোবৰত আৱিষ্কাৰ কৰে যে তাঁৰৰ কুণ্ডলী বা চুম্বক একেলেঠাৰীয়ে আৱৰ্তীত অৱস্থাত থাকি বল ৰেখাবোৰ কাটিব পাৰিলেই বিজুলী প্ৰবাহ লেঠাৰী নিচিগাকৈ পোৱা যাব। ইয়াৰ পাচতে তেওঁ 'ডায়নামো' যন্ত্ৰ আৱিষ্কাৰ কৰে যাৰ ফলত বিশ্বত বহু দেশত বিদ্যুৎ চালিত শিল্প উদ্যোগ গঢ়ি উঠে। গোটেই জীৱন বিজ্ঞানৰ কামত নিজকে নিয়োজিত কৰাৰ বাবে এওঁক "অনুসন্ধান কোৰ্ঁৰ" বোলা হয়। ধন ঘটি ধনী হ'বলৈ তেওঁ কোনো চিন্তা কৰা নাছিল আৰু ৰাজকীয় নাইট উপাধিও প্ৰত্যাখ্যান কৰি সাধাৰণ হিচাবেই থাকিবলৈ বিচাৰিছিল।

৩৫৩। **মাৰ্টিন লুথাৰ :**—১৪৮৩ চনত জাৰ্মানৰ এচলিবন নামৰ ঠাইত এটি দুখীয়া পৰিয়ালত জন্ম হয়। দেউতাক খনিৰ বনুৱা আছিল। লুথাৰে ১৫১৭ চনত পোপৰ বিৰুদ্ধে থিয় দিয়ে আৰু এক নতুন মতবাদ ৯৫ টা যুক্তি প্ৰদৰ্শন কৰি প্ৰচাৰ পত্ৰ আঁৰি দি তাৰ খন্দন কৰিবলৈ সকলোৰে প্ৰতি আহ্বান জনায়। লুথাৰৰ উদ্দেশ্য আছিল খৃষ্টান ধৰ্মৰ পৱিত্ৰতা ৰক্ষা কৰি জনসাধাৰণক দুৰ্নীতিৰ পৰা মুক্ত কৰি সৎ চিন্তা কৰিবলৈ সুবিধা দিয়া। এওঁ প্ৰথম বাৰৰ বাবে বাইবেল পুথিখন জাৰ্মান ভাষালৈ অনুবাদ কৰে যাতে মূল ধৰ্মৰ নীতি-সমূহ জাৰ্মানী সকলে বুজি পায়। এওঁ ইউৰোপীয় ধৰ্ম, শিক্ষা, সভ্যতা, সংস্কৃতি আদিলৈ আগবঢ়োৱা অৱদানৰ বাবে জগতত নাম উজ্জ্বল হৈ থাকিব।

৩৫৪। **মাক্স প্লাংক :**—প্লাংকৰ সম্পূৰ্ণ নাম মাৰ্ক্স অৰ্ণেষ্ট লডবীগ প্লাংক। ১৮৫৮চনৰ ২৩ এপ্ৰিলৰ দিনা জাৰ্মেনীৰ কিয়েল নামৰ এখন সৰু চহৰত জন্ম হৈছিল কোৱাণ্টাম তত্ত্ব উদ্ভাৱক হিচাবে। প্লাংকে ১৯১৮ চনত নোবেল বঁটা লাভ কৰে। এওঁৰ গৱেষণামূলক মূল্যবান কিতাপ হ'ল ১। তাত্ত্বিক পদাৰ্থ বিজ্ঞান প্ৰবেশিকা, ২। বিজ্ঞান কোনফালে গৈছে, ৩। পদাৰ্থ বিজ্ঞানৰ দৰ্শন জাৰ্মান দেশৰ শ্ৰেষ্ঠ সন্মান (তেওঁৰ ৮০ বছৰ জন্ম দিৱসৰ দিনা) "চিলভাৰ ঈগল শিল্ড" লাভ কৰে। ৰয়েল চ'চাইটিৰ পৰা "কপলে মেডেল" নামৰ বিখ্যাত পদকটোও এওঁ লাভ কৰিছিল। জীৱনৰ শেষ কালচোৱা অতি দুখেৰে কটাবলগীয়া হৈছিল। ১৯৪৭ চনৰ ৩ অক্টোবৰ

তাৰিখে মৃত্যু হোৱা এই বিজ্ঞানী গৰাকীৰ সন্মানাৰ্থে জাৰ্মান দেশৰ আটাইতকৈ সন্মানজনক বঁটাটোৰ নাম ৰখা হৈছিল 'মাক্স প্লাংক মেডেল'।

৩৫৫। **মাৰ্কুই পিয়েৰে চাইমন ডিলাপ্লাচ্**:—চমুকৈ পিয়েৰে লাপ্লাচ্ বোলা এই বিজ্ঞানী গৰাকীৰ জন্ম হৈছিল ১৭৪৯ চনত ২৩ মাৰ্চ তাৰিখে ফ্ৰান্সৰ বিমণ্ট এন্ আৰ্ডই নামৰ এখন সৰু ঠাইৰ এটা অতি দুখীয়া পৰিয়ালত। এওঁ খুজি মাগি বিদ্যালয়ৰ ফিজ দি পঢ়িবলগা হৈছিল। সৌৰজগতৰ সৃষ্টি সম্পৰ্কীয় "নীহাৰিকাবাদ" নামৰ তত্ত্বটোৰ উদ্ভাৱক এইজন বিজ্ঞানীয়েই জ্যোতি-বিজ্ঞান সম্পৰ্কীয় এওঁৰ অতি গুৰুপূৰ্ণ পুথিখন হ'ল "নভোবল বিজ্ঞান" (Mechánique Celeste) "আইচ্ কেলবি মিটাৰ" এওঁৰেই উদ্ভাৱক। মহাকৰ্ষণিক বিভৱ সম্পৰ্কত তেওঁ উলিওৱা "লাপ্লাচৰ সমীকৰণ" পদাৰ্থ বিজ্ঞানলৈ বিশেষ অৱদান। "দাৰ্শনিক ৰচনা" নামৰ এখন দাৰ্শনিক পুথিও এওঁ লিখিছিল। ২৪ বছৰ বয়সতে এওঁ ফ্ৰান্সৰ "একাডেমি ডেচ চায়েন্স"ৰ সভ্য হোৱাৰ উপৰিও জীৱনৰ শেষ ছোৱাত এই গৰাকী বিজ্ঞানীয়ে যথেষ্ট খ্যাতি আৰু সন্মান লাভ কৰিছিল। ১৮২৭ চনত তেওঁৰ দেহৰ অৱসান ঘটে।

৩৫৬। **মানবেন্দ্ৰ নাথ ৰয়**:—আন্তৰ্জাতিক কমিউনিষ্ট আন্দোলনৰ এগৰাকী অগ্ৰণী নেতা মানবেন্দ্ৰ নাথ ৰয় ১৮৮৭ চনৰ ২১ মাৰ্চ তাৰিখে পশ্চিমবঙ্গৰ ২৪ পৰগণা জিলাৰ আৰবালিয়া গাঁৱত জন্মগ্ৰহণ কৰিছিল। এওঁৰ প্ৰকৃত নাম নৰেন্দ্ৰ নাথ ভট্টাচাৰ্য্য। এওঁ হাইস্কুলৰ সংস্কৃতৰ শিক্ষক আছিল। প্ৰাথমিক বিদ্যালয়ৰ শিক্ষাৰ বাহিৰে আন আনুষ্ঠানিক শিক্ষা নথকা এই সাহসিক, বুদ্ধিমান আৰু সাংগঠনিক প্ৰচেষ্টাৰ বাবেই এই গৰাকী ব্যক্তিয়ে কুৰি দশকত কমিউনিষ্ট ইণ্টাৰনেশ্বনেলৰ কাৰ্য্যবাহী সদস্য হ'বলৈ সক্ষম হয়। এওঁক ভাৰতীয় কমিউনিষ্ট পাৰ্টিৰ প্ৰতিষ্ঠাতা হিচাবে গণ্য কৰা হয়। এওঁৰ প্ৰকাশ হোৱা কেইখনমান ৰাজনৈতিক বিষয়ৰ গ্ৰন্থ হ'ল—১। ইণ্ডিয়া ইন্ ট্ৰেনজিচন, ২। হোৱাত ডু ইউ ওৱাণ্ট, ৩। ৰান ইয়েৰ অফ নন-ক'অপাৰেচন, ৪। আফটাৰ পাথ অফ্ কো-অপাৰেচন, ৫। দি ফিউচাৰ অফ্ ইণ্ডিয়ান পলিটিক্স আদি। ১৯৫৪ চনৰ ২৫ জানুৱাৰী তাৰিখে বিশ্বব্যাপি কমিউনিষ্ট আন্দোলন প্ৰচাৰ কৰা এই নেতা গৰাকীৰ মৃত্যু হয়।

৩৫৭। **মাক্স বৰ্ণ**:—১৮৮২ চনত জাৰ্মান দেশত জন্মগ্ৰহণ কৰিছিল। এওঁ এজন তাত্ত্বিক পদাৰ্থবিদ্। কোৱাণ্টাম তত্ত্বৰ সম্ভাৱনা তৰঙ্গৰ আৱিষ্কাৰক।

কৃত্ৰিম আবিষ্ট কৰা নাযায়। পৰমাণু গঠনত কোৱাণ্টাম তত্ত্ব প্ৰয়োগ সম্পৰ্কত এওঁৰ যথেষ্ট অৱদান আছে।

৩৫৮। **মাও চে তুং**:—চীন দেশৰ অবিসংবাদী অতি প্ৰভাৱশালী এই নেতা গৰাকীৰ চীনৰ হুনান প্ৰদেশৰ এটা অতি দুখীয়া পৰিয়ালত জন্মগ্ৰহণ কৰিছিল ১৮৯৩ চনৰ ১৯ নৱেম্বৰৰ দিনা। ৭ বছৰ বয়সতে পথাৰত অতি কষ্টৰে খেতিৰ কাম কৰিবলগা হৈছিল। এওঁৰ ৰাজনৈতিক দৰ্শন আৰু বিপ্লৱৰ বাণীয়ে লাখ লাখ মানুহক মুগ্ধ কৰিছিল। ১৯২১ চনত চীনৰ কমিউনিষ্ট পাৰ্টি গঠন কৰাত এওঁ সহায় কৰে। ১৯৪৯ চনলৈকে এই বহুমুখী প্ৰতিভাসম্পন্ন ব্যক্তি গৰাকীয়ে নিজৰ চিগাৰেটৰ কাৰণে নিজেই কোৰ মাৰি ধঁপাতৰ খেতি কৰিছিল। সাহিত্য, সংস্কৃতি, কলা, শিল্প, শিক্ষা, ৰাজনীতি, দৰ্শন আদি বিভিন্ন বিষয়ত জ্ঞান থকা এই গৰাকী সহজ সৰল ব্যক্তিৰ বৰ্তমান ১৯৮০ চনত ৭০ বছৰত ভৰি দিছিল।

৩৫৯। **মাৰ্গাৰেট মিড্**:—১৯০১ চনৰ ১৬ ডিচেম্বৰৰ দিনা ফিলাডেলফিয়াত মাৰ্গাৰেট মিডে জন্মগ্ৰহণ কৰে। সৰুৰে পৰাই এওঁ অতি বুদ্ধিমতী, সাহসী, সৰল স্বভাৱৰ ছোৱালী আছিল। দেউতাক অৰ্থনীতিৰ অধ্যাপক আছিল। কলোম্বিয়া বিশ্ববিদ্যালয়ৰ পৰা এওঁ মনোবিজ্ঞানৰ স্নাতকোত্তৰ উপাধি লাভ কৰে। ১৯২৯ চনত ডক্টৰেট উপাধি লাভ কৰাৰ পাচত এওঁ সমাজৰ কামত নিজকে উৎসৰ্গা কৰে। এওঁৰ বিখ্যাত গ্ৰন্থ হ'ল "কামিং অব এজ্ ইন্ চামোৱা"। ইয়াৰ উপৰিও এওঁ ২৫ খণ্ডত অধিক মূল্যবান গ্ৰন্থ আৰু বহু প্ৰবন্ধ লিখিছিল। মানৱ বিজ্ঞান বিষয়ত এওঁ প্ৰায় ৫৫ বছৰ কাল অতি কষ্ট পায় সাহসেৰে গৱেষণা কৰি সকলোৰে প্ৰিয়পাত্ৰ হৈ পৰাৰ লগতে বিশ্বৰ অগ্ৰণী বিজ্ঞানী হিচাবে সমাদৰ পাইছিল আৰু ২৫০টাতকৈও অধিক সন্মানসূচক উপাধি লাভ কৰাৰ লগতে ২০টাতকৈও অধিক বঁটা লাভ কৰিছিল। ১৯৭১ চনত ভাৰতত 'কলিঙ্গ' বঁটাৰে এওঁক সন্মানিত কৰা হৈছিল। ১৯২৬ চনৰ পৰা ১৯৭৫ চনলৈকে চৰকাৰী কেইবাটাও গুৰুত্বপূৰ্ণ পদবীত থাকি সুখ্যাতি অৰ্জন কৰিছিল। মনস্তাত্বিক বিজ্ঞানত এওঁ বিশ্বৰ ভিতৰতে প্ৰথম বাটকটীয়া, বিশ্বৰ সকলোৰে মাজত বন্ধুত্ব আৰু মানৱতাবোধ জাগ্ৰত হলেহে বিশ্বত শান্তি প্ৰতিষ্ঠা হ'ব বুলি এওঁ দৃঢ়ভাৱে কৈছিল। ১৮৭৮ চনৰ ১৬ নৱেম্বৰৰ দিনা নিউইয়ৰ্কত এই গৰাকী বিশ্বৰ নমস্য নৃতত্ত্ব বিজ্ঞানীয়ে শেষ নিশ্বাস ত্যাগ কৰে।

৩৬০। **মাঙ্গো পার্ক** :—স্কটলেণ্ডৰ প্ৰসিদ্ধ ভ্ৰমণকাৰী আৰু আৱিষ্কাৰক গৰাকীৰ জন্ম হৈছিল ১৭৭১ চনত। নাইজাৰ নদীৰ গতিপথ আৱিষ্কাৰ কৰাৰ বাবে এওঁ জগতত প্ৰখ্যাত। এওঁ আফ্ৰিকাৰ ভ্ৰমণ বৃত্তান্ত বৰ্ণনাই সকলোকে আনন্দ দি মোহিত কৰিব পাৰিছিল। এই প্ৰখ্যাত লিখক গৰাকীৰ গাৰ বৰণ বগা হোৱাৰ বাবেই আফ্ৰিকাৰ জনসাধাৰণে ভাল চকুৰে চোৱা নাছিল আৰু অনেক সময়ত নানা অত্যাচাৰবো সন্মুখীন হ'ব লগা হৈছিল।

৩৬১। **মাৰ্ক টোৱাইন** :—আমেৰিকা যুক্তৰাষ্ট্ৰৰ মিচৌৰীৰ এখন সৰু গাঁও ফ্লৰিডাত এওঁ ১৮৩৫ চনৰ ৩০ নৱেম্বৰত জন্ম হৈছিল। এওঁৰ আচল নাম চেমুৱেল' লংহৰ্ণ ক্লিমেন্স। এওঁ আনুষ্ঠানিক শিক্ষা লোৱা নাছিল। প্ৰাথমিক বিদ্যালয়ত কিছুদিন গৈয়ে শিক্ষা সাং কৰিছিল। এওঁ ছপাখানাত যোগালী হিচাবে বাপেক মৰাত কামত সোমায়। তাৰ পাচত বাতৰি কাকতত কাম কৰে। ২২ বছৰ বয়সলৈকে বিভিন্ন ছপাখানাত কাম কৰি নিজৰ দক্ষতা প্ৰদৰ্শন কৰিব পাৰিছিল। এওঁ সংবাদদাতা হিচাবেও কাকতত কাম কৰিছিল। ১৮৬৩ চনৰ ২ ফেব্ৰুৱাৰী তাৰিখে এওঁ বাচি লোৱা ছদ্ম নাম 'মাৰ্ক টোৱাইন' নামৰ প্ৰবন্ধটো প্ৰকাশ হৈছিল। পিচত এই ছদ্ম নামেৰেই বিশ্ববিখ্যাত হয়। এওঁৰ প্ৰথম প্ৰকাশিত পুথি "দি ইনচেন্‌চ এব্ৰড্"। এওঁৰ অন্যান্য বিখ্যাত গ্ৰন্থ হ'ল ৰাফিং ইট, গিওেজ এ'জ, টমছয়াৰ হাকলবেৰী ফীন আদি। ১৯০৭ চনত অক্সফোৰ্ড বিশ্ববিদ্যালয়ে এওঁলৈ "অনাৰেৰী ডক্টৰ অব্ টেলাৰ্চ" সন্মান আগবঢ়ায়। ১৯১৩ চনৰ ২১ এপ্ৰিল তাৰিখে এই বিশ্ববৰেণ্য সাহিত্যিক গৰাকীৰ মৃত্যু হয়।

৩৬২। **মাইকেল এঞ্জেলো** :—পৃথিৱীৰ সৰ্বশ্ৰেষ্ঠ চিত্ৰকৰ আৰু ভাস্কৰ্য্য মাইকেল এঞ্জেলোৰ ১৪৭৫ চনৰ ৬ মাৰ্চ তাৰিখে জন্ম হৈছিল। ছ' বছৰ হওঁতেই এওঁৰ মাকৰ মৃত্যু হয়। সৰুৰে পৰাই এওঁৰ ভাস্কৰ্য্য কলা আৰু চিত্ৰকলাৰ প্ৰতি যথেষ্ট আগ্ৰহ আছিল। ১৪৯৪ চনত ঘৰৰ পৰা পলাই যায়। এওঁ নিৰ্মাণ কৰা পিয়েটা মূৰ্তিটো ১৪৯৯ চনত চেণ্ট পিটাৰ্চ গীৰ্জাত প্ৰতিষ্ঠা কৰে। মাত্ৰ ৩০ বছৰ বয়সতে এওঁ ইটালীৰ সৰ্বশ্ৰেষ্ঠ শিল্পী হিচাবে পৰিগণিত হৈছিল। এওঁ মোজেছ মেচৰ মূৰ্তি দু'টা ১৫১৩ আৰু ১৫১৬ চনত নিৰ্মাণ কৰে। যি দুটা মূৰ্তিৰ সমকক্ষ এতিয়াও নাই আৰু মোজেছ মূৰ্তি সমগ্ৰ ৰোমৰ বিখ্যাত মূৰ্তি। এওঁ চিৰকুমাৰ আছিল। সৰুৰ পৰা মৃত্যুলৈকে এওঁ এদিনো কাম নকৰাকৈ থকা নাছিল। দুঃসাহসী এই বিশ্বৰ বিখ্যাত শিল্পী গৰাকীৰ ১৫৬৪

চনৰ ১৮ ফেব্ৰুৱাৰী তাৰিখে মৃত্যু হয়। এওঁৰ প্ৰধান মূৰ্ত্তি কেইটা হ'ল—১। ডেভিদৰ মূৰ্ত্তি,, ২। মোজেছৰ দণ্ডায়মান মূৰ্ত্তি, ৩। ছিষ্টিন চেপেলৰ চিলিং, ৪। মেডিচি চেপেল, ৫। পোপ জুলিয়াচৰ সমাধি মন্দিৰ। এওঁ এগৰাকী ইটালীৰ বিখ্যাত কবিও।

৩৬৩। **মুন্সি প্ৰেমচন্দ** :—হিন্দী সাহিত্যৰ অপৰাজেয় কথাশিল্পী, উপন্যাস সম্ৰাট মুন্সি প্ৰেমচন্দ ১৮৮০ চনৰ ৩১ জুলাই তাৰিখে উত্তৰ প্ৰদেশৰ বেনাৰচ জিলাৰ লমহি গাঁৱত জন্মগ্ৰহণ কৰে। ১৯৩৬ চনত ৫৬ বছৰ বয়সত ইহলীলা সম্বৰণ কৰে। প্ৰেমচন্দই জীৱনৰ প্ৰতিটো বিষয়তে নানা দুঃখ-কষ্টৰ মাজেৰে অতিবাহিত কৰিছিল, অভাৱত কেতিয়াবা লঘোণে থাকিবলগীয়া অৱস্থাও হৈছিল। "গোদান" হ'ল এওঁৰ সৰ্বশ্ৰেষ্ঠ সাহিত্য সৃষ্টি। এওঁৰ কালজয়ী উপন্যাসসমূহৰ বাবে এওঁৰ গুণমুগ্ধ সকলে উপন্যাস সম্ৰাট উপাধিৰে বিভূষিত কৰে।

৩৬৪। **মেঘনাদ সাহা** :—১৮৯৩ চনৰ ৬ অক্টোবৰ তাৰিখে বৰ্তমান বাংলাদেশৰ ৰাজধানী ঢাকা চহৰৰ ওচৰত মেওড়াতলি নামৰ সৰু গাঁও এখনত জন্ম হৈছিল। ঘৰৰ আৰ্থিক অৱস্থা শোচনীয় হোৱাৰ বাবে পঢ়াশুনাৰ বাবে অতি কষ্ট কৰিবলগীয়া হৈছিল। ১৯২০ চনত "তাপীয় আয়নীকৰণ তত্ত্ব" (Theory of Thermal Ionisation) আৱিষ্কাৰ কৰে। কলিকতা বিশ্ববিদ্যালয়ৰ পদাৰ্থ বিজ্ঞানৰ প্ৰথম খাইৰা প্ৰফেচাৰ আছিল। পৃথিৱীৰ কেইবাখনো বিশ্ববিদ্যালয়ে এওঁক ডি. এচ. চি. উপাধিৰে সন্মানিত কৰে। ভাৰত চৰকাৰে ১৯৫৪ চনত পদ্মভূষণ উপাধি দিছিল। ১৯৭৪ চনত ৮০ বছৰ বয়সত মৃত্যু হয়।

৩৬৫। **ডঃ মেৰিয়া মণ্টেচৰী** :—বিশিষ্ট শিক্ষাবিদ্ মেদাম মণ্টেচৰীৰ জন্ম হৈছিল ১৮৭০ চনৰ ৩১ আগষ্ট তাৰিখে ইউৰোপৰ ইটালী দেশত। এওঁ এগৰাকী ধনামধন্য চিকিৎসক, মনোবৈজ্ঞানিক আৰু শিক্ষাবিদ্। এওঁৰ শিক্ষা পদ্ধতি বিজ্ঞানসন্মত আৰু মনোবিজ্ঞানৰ ওপৰত প্ৰতিষ্ঠিত হোৱাৰ বাবে বিশ্বৰ বহু দেশে এই শিক্ষা পদ্ধতি মানি লৈছে। মণ্টেচৰী নামৰ স্কুলৰ এওঁৱেই প্ৰৱৰ্তক।

৩৬৬। **মেক্সমুলাৰ** :—১৮২৩ চনত জন্মগ্ৰহণ কৰা এই গৰাকী জাৰ্মান পণ্ডিত আছিল জগতবিখ্যাত বহু ভাষাতত্ত্ববিদ। এওঁ ঋক্বেদ সংস্কাৰ কৰি প্ৰকাশ কৰিছিল যাৰ বাবে এওঁৰ নাম জিলিকি থাকিব। এওঁ দেৱনাগৰী

আখৰ সংস্কৃত ভাষাৰ আখৰ হিচাপে ব্যৱহাৰ কৰে। ফলত ভাৰতবৰ্ষ আৰু ভাৰতবৰ্ষৰ বাহিৰত এই সংস্কৃত আখৰো ব্যৱহাৰ হয়। এওঁ অক্সফোৰ্ড বিশ্ববিদ্যালয়ৰ অধ্যাপক আছিল। ১৯০০ চনত মৃত্যু হয়।

৩৬৭। **মেক্সিম গৰ্কি** :—কালজয়ী কচ সাহিত্যিক মেক্সিম গৰ্কিৰ কচ দেশৰ কাজানকা নদীৰ পাৰৰ কাজান চহৰত ১৮৬৮ চনৰ ১৪ ফেব্ৰুৱাৰীত জন্ম হৈছিল। এওঁৰ প্ৰকৃত নাম এলেক্সেই পেচকভ। এওঁৰ ল'ৰালি কাল অতি দুঃখ-কষ্টৰ মাজেদি অতিবাহিত হৈছিল। ঘৰৰ আৰ্থিক অনাটনৰ বাবে এওঁ ৰুটিৰ দোকানত কাম কৰিছিল যদিও মালিকৰ অত্যাচাৰত এই কাম এৰি সকতে স্কুল এৰা গৰ্কীয়ে অৰ্থৰ বাবে বিভিন্ন টান কাম কৰোঁতেও অধ্যয়ন নকৰাকৈ থকা নাছিল। এওঁ বিভিন্ন ঠাইত ফুৰি মানুহৰ দুৰ্দশা নিজ চকুৰে দেখি ১৯০৫ চনত কমিউনিষ্ট দলত যোগদান কৰে। এওঁক চৰকাৰে গ্ৰেপ্তাৰ কৰি দেশান্তৰ কৰিছিল যদিও এওঁ বিপ্লৱ কৰিবলৈ এৰা নাছিল। ১৯০৬ চনত বিশ্ব সাহিত্যত উল্লেখযোগ্য স্থান দখল কৰা এওঁৰ উপন্যাস "মা" ( Mother ) প্ৰকাশ পায়। এওঁৰ অন্যান্য গ্ৰন্থসমূহ হ'ল—১। স্কেটচেজ এণ্ড ষ্টৰিজ ( গল্প ), ২। দি থ্ৰী ( উপন্যাস ), ৩। দি ল'ৱাৰ ডেপ্থচ্ ( নাটক ), ৪। অ'ল্ড ইজাৰ গিল ( উপন্যাস ), ৫। দি ফিলিস্তিনচ ( নাটক ), ৬। চং অৱ্ দি ষ্টৰ্মি পেট্ৰেল, ৭। চাইল্ডহুড ১৮৩৬ চনৰ ১৮ অক্টোবৰত এই গৰাকী মহান শিল্পীয়ে শেষ নিশ্বাস ত্যাগ কৰে।

৩৬৮। **মেথ্যু** :—১৯৫৭ চনত জন্মগ্ৰহণ কৰা এই গৰাকী বিশ্ববিখ্যাত অলৌকিক শক্তিৰ অধিকাৰী অসাধাৰণ ব্যক্তিৰ ওপৰত বিশ্বৰ বিভিন্ন বৈজ্ঞানিকে পৰীক্ষা-নিৰীক্ষা চলাই আছে যদিও এওঁৰ কাৰুকাৰ্য্য দেখি এই বৈজ্ঞানিক সকলেও বিস্ময় মানিছে। বৈজ্ঞানিক সকলে এই অসাধাৰণ শক্তিক মনোশক্তি বা ইচ্ছাশক্তি বুলি ক'ব খোজে যদিও মেথ্যুৱে নিজেই নাজানে যে কিহৰ বলত তেওঁ এই আচৰিত ধৰণৰ কামবোৰ কৰিছে। ইংৰাজী, জাৰ্মানী, জাপানী আৰু কচ ভাষা কব আৰু লিখিব পৰা এই তান্ত্ৰিক শক্তিৰ অধিকাৰী ব্যক্তিজনে লোহা এডোখৰৰ কালে মনোযোগেৰে দৃষ্টি নিক্ষেপ কৰিলেই লোহাডাল ভি আখৰৰ দৰে বেঁকা হৈ যায়। হলেণ্ডত এওঁৰ এই শক্তিৰ পৰীক্ষা কৰিবৰ বাবে বিশেষ ভল্টেজৰ যন্ত্ৰপাতি বহুৱাইছিল যদিও সেই যন্ত্ৰপাতিবোৰ হাতেৰে স্পৰ্শ নকৰাকৈয়ে মেথ্যুৱে ইচ্ছা-শক্তিৰ দ্বাৰা ধ্বংস কৰি দিছিল। যি কোনো বিশ্ববিখ্যাত চিত্ৰকৰে অঁকা ছবিবোৰ

এওঁ নেদেখাকৈয়ে ভুবহ থাকি দিব পাৰিছিল। এনে ধৰণৰ বহুতো বিস্ময়কৰ কামৰ বাবেই মেথ্যু আজি বিশ্ববিখ্যাত হৈ পৰিছে আৰু বৈজ্ঞানিক সকলৰ মতে মেথ্যুৰ এই ইচ্ছাশক্তি প্ৰয়োগেৰে মানৱ কল্যাণ সাধিব পৰা হ'ব।

৩৬৯। **মেডেলিন শ্লেড** :—১৮৯২ চনত ইংলেণ্ডত জন্মগ্ৰহণ কৰিছিল এই গৰাকী সাহসী নাৰী। এওঁৰ অন্য এটা নাম হ'ল মীৰা বেন। ৰোমাৰ ৰোলাৰ দ্বাৰা লিখিত "মহাত্মা গান্ধী" নামৰ কিতাপখন ১৯২৪ চনত পঢ়ি অভিভূত হৈ পৰিছিল আৰু গান্ধীজীক লগ পাবৰ বাবে ১৯২৫ চনত ভাৰতবৰ্ষলৈ আহি ৭ নবেম্বৰত মহাত্মা গান্ধীক লগ ধৰিছিল আৰু গান্ধীজীৰ শিষ্যা হৈছিল।

৩৭০। **ডাঃ এম. এচ. স্বামীনাথন** :—নোবেল বঁটা বিজয়ী এই কৃষি বিজ্ঞানীজন ১৯২৭ চনৰ ৭ আগষ্ট তাৰিখে তামিলনাড়ুত জন্মগ্ৰহণ কৰিছিল। ভাৰতবৰ্ষ আৰু তিনিখন মহাদেশৰ পৰা এওঁ মুঠতে ২৫টা অনাৰেৰী ডিগ্ৰী লাভ কৰিছিল। এওঁ লণ্ডনৰ ৰয়েল চ'চাইটিৰ ফেল' হোৱাৰ উপৰিও পৃথিবীৰ অনুষ্ঠানৰ সদস্য হৈছিল। মেলিনাৰ আন্তৰ্জাতিক ধান গৱেষণা কেন্দ্ৰৰ এওঁ সঞ্চালক প্ৰধান পদটি অলংকৃত কৰিছিল। প্ৰায় ছ বছৰ ধৰি এওঁ দেশ-বিদেশৰ পৰা বহু সন্মানিত পুৰস্কাৰ পাইছিল। ইয়াৰ ভিতৰত ১৯৬১ চনত ভাটনাগৰ বঁটা, ১৯৬৫ চনত খেকোশ্লভাক বিজ্ঞান একাডেমিৰ মেণ্ডেল স্মৃতি বঁটা, ১৯৬৬ চনত বীৰবল চাহনী বঁটা, ১৯৭৩ চনত ভাৰতীয় ৰাষ্ট্ৰীয় বিজ্ঞান একাডেমিৰ ৰূপালী জয়ন্তী উৎসৱ বঁটা, ১৯৮৪ চনত আৰ. ডি. বেনেট কমনৱেল্‌থ বঁটা, ১৯৮৬ চনত বিশ্ব সংস্কৃতি পৰিষদৰ এলবাৰ্ট আইনষ্টাইন্ বিশ্ব বিজ্ঞান বঁটা, ১৯৬৭ চনত পদ্মশ্ৰী ১৯৭২ চনত পদ্মভূষণ, ১৯৮৭ চনত বিশ্ব খাদ্য আদি বঁটা লাভ কৰে।

৩৭১। **মিৰ্জা গালিব** :—এই গৰাকী বিখ্যাত উৰ্দু সাহিত্যিকৰ জন্ম হৈছিল ১৭৯৭ চনৰ ২৭ ডিচেম্বৰ তাৰিখে আগ্ৰা চহৰত। এওঁ অকল কবিয়েই নাছিল ; এওঁ এগৰাকী দাৰ্শনিক, ভাষাবিদ্, লিখক, বুৰঞ্জীবিদ হিচাবেও জনাজাত। উৰ্দু ভাষাৰ উপৰিও হিন্দী আৰু অন্যান্য ভাষাতো এওঁৰ লেখনী প্ৰকাশ পাইছিল। সৰু কালত দেউতাক আৰু খুড়াকক হেৰুৱাব লগা হোৱাত এওঁ বিদ্যালয়ত আনুষ্ঠানিক শিক্ষা গ্ৰহণ কৰিব নোৱাৰিলে। ঘৰতে দুজন পণ্ডিতৰ ওচৰত কিছু শিক্ষা লাভ কৰিছিল। ১২ বছৰ বয়সৰ পৰাই এওঁ সাহিত্য চৰ্চা কৰে, আৰু কিছুদিনৰ পিচতে উৰ্দু আৰু পাৰ্চী ভাষাত ৰচিত কবিতাই এওঁক কবি হিচাবে প্ৰতিষ্ঠা কৰে। ইয়াৰ উপৰিও এওঁ বুৰঞ্জী আৰু ধৰ্মীয় দৰ্শন পুথিও ৰচনা কৰিছিল।

এওঁৰ সাহিত্য ৰচনা ব্যক্তি আজি বিশ্বৰ বিভিন্ন দেশলৈ প্ৰসাৰিত হোৱা দেখা গৈছে। ১৮৬৯ চনৰ ১৫ ফেব্ৰুৱাৰীত মৃত্যু হয়।

৩৭২। **মিষ্ট্ৰিল গেব্ৰিয়েল :**—বিৰল প্ৰতিভাৰ অধিকাৰিণী। কাব্য ৰচনা কৰি ১৯৪৫ চনত সাহিত্যত নোবেল বঁটা বিজয়ী মিষ্ট্ৰিল গেব্ৰিয়েলৰ জন্ম হৈছিল ১৮৮৯ চনত আৰু মৃত্যু হৈছিল ১৯৫৭ চনৰ ১১ জানুৱাৰী তাৰিখে। এওঁ গোদই ওৱাই আলকাইয়াকা, লুচিলা চয় নামেৰে লিখিছিল। ১৫ বছৰ বয়সতে শিক্ষকতা কামত যোগদান কৰিছিল। পিচত কলেজৰ অধ্যাপক হয় আৰু পিচত চিলিৰ বৈদেশিক পৰিক্ৰমা বিভাগত কাম কৰি স্পেইনৰ বহু ঠাই ভ্ৰমণ কৰে। এওঁৰ বিখ্যাত কাব্যপুথি হ'ল 'চনেট অব ডেথ'। এই কাব্যখনত প্ৰেমৰ কাহিনী পোৱা যায়। প্ৰেম বিচ্ছেদ হোৱাৰ বাবেই এওঁ গোটেই জীৱন অবিবাহিত হৈয়ে কটাইছিল। দক্ষিণ আমেৰিকাত নোবেল বঁটা লাভ কৰা এওঁৱেই প্ৰথম মহিলা। এওঁৰ কবিতাসমূহ গৰীব জনসাধাৰণক লৈ ৰচিত।

৩৭৩। **মুৰে গেল মেন :**—১৯২৯ চনত আমেৰিকাত জন্মগ্ৰহণ কৰিছিল। মাত্ৰ ২৭ বছৰ বয়সতে কণিকা পদাৰ্থ বিজ্ঞানলৈ এওঁ গৱেষণা নিবন্ধ লিখি প্ৰকাশ কৰিছিল। এওঁ তাত্বিক পদাৰ্থ বিজ্ঞানত ডক্টৰেট উপাধি লাভ কৰে। "কোৱাৰ্ক তত্ব" উদ্ভাৱক ১৯৬৯ চনত পদাৰ্থ বিজ্ঞানত নোবেল বঁটা লাভ কৰে।

৩৭৪। **যোচেফ জন টমচন :**—১৮৫৬ চনৰ ১৮ ডিচেম্বৰৰ দিনা ইংলেণ্ডৰ মানচেষ্টাৰ চহৰত জন্ম হয়। দেউতাক কিতাপ ব্যৱসায়ী আছিল। ১৮৮৩ চনত আবৃত্ত চক্ৰ ( Vertex Ring ) নামৰ এটা বিদ্যুৎ সম্পৰ্কীয় প্ৰবন্ধ লিখি ৰয়েল চ'চাইটিৰ পৰা "আদামচ্ প্ৰাইজ" বঁটা লাভ কৰে। এওঁৰ উল্লেখ-যোগ্য কিতাপ হ'ল ১। পদাৰ্থ বিজ্ঞানৰ পাঠ্য পুথি, ২। বিদ্যুৎ আৰু চুম্বকত্ব সম্পৰ্কীয় শেহতীয়া গবেষণা, ৩। গেচৰ মাজেদি বিদ্যুৎ পৰিবহন আদি। গেছৰ মাজেদি বিদ্যুৎ পৰিবহন সম্পৰ্কীয় গৱেষণাৰ বাবে ১৯০৬ চনত টমচনে নোবেল বঁটা লাভ কৰে। এজন বিজ্ঞানৰত্নক ইংলেণ্ডে দিব পৰা আটাইতকৈ ডাঙৰ সন্মান ত্ৰিনিটি কলেজ 'কুলপতি' টমচনে লাভ কৰে। শিক্ষক হিচাবে এওঁৰ সুনাম আছিল। ১৯৪০ চনত মৃত্যু হয়।

৩৭৫। **যোচেফ লুই গে লোচাক :**—ফ্ৰান্সৰ চেইণ্ট লিউনাৰ্ড নামে চহৰত ১৭৭৯ চনত জন্ম হৈছিল। ১৮০৪ চনত পৃথিৱীৰ বায়ুমণ্ডল পৰ্য্যবেক্ষণ

কৰিবৰলৈ বেলুনৰ সহায়েৰে এওঁ চাৰি মাইল উপৰলৈ উঠি গৈছিল। বেলুনৰ সহায়েৰে ইমান ওপৰলৈ উঠা এওঁৱেই প্ৰথম লোক। ১৮০৮ চনত গেছ সম্পৰ্কীয় এটা বিখ্যাত সূত্ৰ আৱিষ্কাৰ কৰে যাক গে' লোচাকৰ সূত্ৰ নামেৰে জনা যায়। চালফিউৰিক এচিদ অৰ্কজেলিক এচিদ সৰহকৈ কৰিব পৰা পদ্ধতি উদ্ভাৱন কৰিছিল। ১৮৪৮ চনত মৃত্যু হয়।

৩৭৬। **যোচেফ প্ৰিষ্টলি** :—এই বৃটিছ ৰসায়নবিদ গৰাকীৰ জন্ম হয় ১৭৩৩ চনত। কাৰ্বন-ডাই অক্সাইড গেছ আৱিষ্কাৰক। অক্সিজেন গেছৰ পৰীক্ষা-মূলক গৱেষণা কৰা প্ৰথম লোক। গেছৰ প্ৰকৃতি অধ্যয়নকাৰক। ১৮০৪ চনত মৃত্যু হয়।

৩৭৭। **যোচেফ লিষ্টাৰ** :—আধুনিক শৈল্য বিদ্যাৰ জনক যোচেফ লিষ্টাৰৰ জন্ম হৈছিল ১৮২৭ চনত এচেক্স অঞ্চলত। এওঁৰ দেউতাক ডাঙৰ ব্যৱসায়ী কাৰণে এওঁৰ ঘৰুৱা অৱস্থা অতি ভাল আছিল কাৰণেই এওঁ বিখ্যাত শিক্ষানুষ্ঠানত শিক্ষা গ্ৰহণ কৰিব পাৰিছিল।

৩৭৮। **যুধিষ্ঠিৰ** :—এওঁ কুন্তীৰ গৰ্ভত জন্ম লাভ কৰে। পঞ্চ পাণ্ডৱৰ ভিতৰত এওঁৱেই জ্যেষ্ঠ। এওঁ অতি ধাৰ্মিক আৰু ন্যায়পৰায়ণ আছিল কাৰণেই এওঁক ধৰ্ম যুধিষ্ঠিৰ বোলা হয়। কুৰুক্ষেত্ৰ যুদ্ধত এওঁ জয়ী হৈ হস্তিনাপুৰৰ ৰজা হয়। ইয়াৰ পিচত এওঁ অশ্বমেধ যজ্ঞ পাতি সোশৰীৰে স্বৰ্গলৈ যাত্ৰা কৰে। ইন্দ্ৰই তেওঁক স্বৰ্গলৈ আগবঢ়াই নিয়ে।

৩৭৯। **যীচুখৃষ্ট** :—পেলেষ্টাইনৰ জেৰুজালেম নগৰৰ ওচৰত বেথেলহাম নামৰ ঠাইত ১ চনত জন্মগ্ৰহণ কৰিছিল অৰ্থাৎ এইজন মহাপুৰুষৰ জন্ম তাৰিখৰ পৰাই খৃষ্টাব্দৰ আৰম্ভ হয়। এওঁ খৃষ্টধৰ্মৰ প্ৰচাৰক। ৰোমৰ ধৰ্মগুৰু পোপৰ প্ৰৰোচনাত এওঁক ক্ৰুচবিদ্ধ কৰি হত্যা কৰে।

৩৮০। **ৰবীন্দ্ৰনাথ ঠাকুৰ** :—বিশ্বকবি ৰবীন্দ্ৰনাথ ঠাকুৰৰ জন্ম হৈছিল ১৮৬১ চনত কলিকতা মহানগৰীত। এওঁ এগৰাকী বহুমুখী প্ৰতিভাবান ব্যক্তি আছিল। এওঁ অকল কবিয়েই নহয় এজন ঔপন্যাসিক, চিত্ৰকৰ, দাৰ্শনিক, শিক্ষাবিদ, স্বাধীনতা আন্দোলনৰ "মুক্তি যুঁজাৰু" আৰু এজন ভাল অভিনেতা। অতি জনপ্ৰিয় কবিতা পুথি গীতাঞ্জলী'ৰ ৰচনাৰ বাবে এওঁ ১৯১৩ চনৰ ১৩ নৱেম্বৰ তাৰিখে বিশ্বৰ সৰ্বোচ্চ পুৰস্কাৰ নোবেল বঁটা সাহিত্যত লাভ কৰে। এওঁৱেই নোবেল বঁটা পোৱা এচিয়াৰ প্ৰথমজন সাহিত্যিক। এওঁৰ অন্যান্য বিখ্যাত পুথি

হ'ল—১। চোনাৰ তৰী, ২। পুৰাভী, ৩। দি চাইকোল অব দি স্প্ৰিং, ৪। দি ইভিনিং চং, ৫। দি মৰ্ণিং চং উল্লেখযোগ্য। এওঁৰ উপন্যাস হ'ল ১। ৰজা ওঁৰ ৰাণী, ২। ৰাজৰ্ষি, ৩। ঘৰবৈৰী, ৪। গ'ৰা। বিখ্যাত নাটক হ'ল—চিত্ৰ, কাবুলিৱালা আৰু ক্ষুদিত পাচান এওঁৰ বিখ্যাত গল্প। ভাৰতৰ ৰাষ্ট্ৰীয় সংগীত "জন-গণ-মন" এই গৰাকী কবিয়েই ৰচনা কৰিছিল। ১৯৪১ চনৰ ৮ আগষ্ট তাৰিখে ৮০ বছৰ বয়সত এই গৰাকী বিশ্বকবি, ভাৰতৰ সু-সন্তানৰ মৃত্যু হয়।

৩৮১। **ৰজাৰ বেকন** :—১২১৪ চনত দৰ্চেটচায়াৰ অঞ্চলত ইলচেষ্টা নামে ঠাইত বেকনৰ জন্ম হৈছিল। পোহৰ বিজ্ঞান জ্যোতিষ বিজ্ঞান, আদি বিষয়সমূহ এওঁৱেই পোন প্ৰথম বাৰৰ বাবে অক্সফোৰ্ড বিশ্ববিদ্যালয়ত প্ৰবৰ্তন কৰিছিল। তেওঁৰ গুৰুত্বপূৰ্ণ কিতাপ হ'ল—"দি মাল্টিপ্লিকেচন স্পেচিয়েৰাম"। তেওঁৰ অন্যান্য কিতাপসমূহ হ'ল ১। দি কোৰেলেষ্টিবাচ, ২। কামুনিয়া মেথেমেটিকা, ৩। কম্যুনিয়া নেচাৰেলিয়াম। "অপাচ মেচাচ", অপাচ মাইনৰ, অপাচ টাৰচিয়াম নামৰ বিশ্বকোষৰ ২টা খণ্ড লিখি উলিয়াইছিল। শিক্ষক হিচাবে সুখ্যাতি থকাৰ বাবে "আশ্চৰ্য্য শিক্ষক" হিচাবে জীৱন কালতে জনাজাত হৈ পৰিছিল। প্ৰচলিত ৰীতি-নীতিৰ বিৰোধে যোৱাৰ বাবে এওঁ চৈধ্য বছৰ কাৰাবৰণ থাটিবলগীয়া হৈছিল।

৩৮২। **ৰবাৰ্ট বইল** :—১৬২৭ খৃঃত আয়াৰলেণ্ডত জন্ম হৈছিল। স্থিৰ উষ্ণতাত এক নিৰ্দিষ্ট ভৰৰ বায়ুৰ চাপ যিমানে বাঢ়ে তাৰ আয়তনো সিমানে কমি যায় বুলি আবিষ্কাৰ কৰিছিল যাক সুবিখ্যাত "বইলৰ সূত্ৰ" নামে বিশ্বত জনাজাত। পদাৰ্থ বিজ্ঞান সম্পৰ্কীয় এওঁৰ গৱেষণা পুথিখন "নতুন পৰীক্ষা" ১৬৬০ চনত লিখে। পদাৰ্থ বিজ্ঞানলৈ এওঁৰ যথেষ্ট অৱদান থাকিলেও এওঁক ৰাসায়নিক বিশ্লেষণৰ জনক বুলি কোৱা হয়। এওঁৰ উল্লেখযোগ্য বিজ্ঞানভিত্তিক পুথি হ'ল—"সন্দেহবাদী ৰসায়নবিদ" (Chymista Seeptitus)। ৰয়েল চ'চাইটিৰ সভাপতি পদ এওঁক যচা হয় যদিও তেওঁ এই পদ পাবলৈ অস্বীকাৰ কৰি প্ৰত্যাখ্যান কৰিছিল। ১৬৯১ চনত এই বিখ্যাত বিজ্ঞানী গৰাকীৰ মৃত্যু হয়।

৩৮৩। **ৰবাৰ্ট ৱীলহেল্ম বুনচেন** :—১৮১১ চনৰ ৩১ মাৰ্চৰ দিনা জাৰ্মানীৰ গাৰ্টনজেন চহৰত বুনচেনৰ জন্ম হয়। তেওঁ প্ৰমাণ কৰিছিল যে ফেৰিক অক্সাইড্ নামৰ পদাৰ্থটোৱে আৰ্চেনিকৰ বিষ বহুগুণে কমাই দিব পাৰে। "বুনচেন কোষ"

এওঁৱেই উদ্ভাৱন কৰিছিল। পোহৰৰ তীব্ৰতা জুখিবৰ বাবে ফ'টোমিটাৰ নামৰ এটা যন্ত্ৰ এওঁ সাজিছিল ১৮৪৪ চনত। ইয়াক বুনচেন ফ'টমিটাৰ বোলা হয়। ১৮৭০ চনত তাপ জুখিব পৰা আইচ কেলৰিমিটাৰ নামে এটা যন্ত্ৰ আৱিষ্কাৰ কৰিছিল। মেগনেচিয়াম প্ৰস্তুত কৰিব পৰা এটা পদ্ধতি আৱিষ্কাৰ কৰিছিল। ৩৭ বছৰ হাইডেলবাৰ্গ বিশ্ববিদ্যালয়ত অধ্যাপনা কৰিছিল। বিয়া-বাৰু নকৰাই গোটেই জীৱন তেওঁ পৰীক্ষাগাৰতে কটালে। ১৮৯৯ চনৰ ১৬ আগষ্টৰ দিনা এই গৰাকী বিজ্ঞানীয়ে শেষ নিশ্বাস ত্যাগ কৰে।

৩৮৪। **ৰবাৰ্ট এণ্ড্ৰজ মিলিকান** :—১৮৬৮ চনৰ ২২ মাৰ্চৰ দিনা আধুনিক বিজ্ঞানলৈ বিশেষ অৰিহণা আগবঢ়োৱা এই গৰাকী বিজ্ঞানীৰ আমেৰিকাৰ ইলিনইচ প্ৰদেশৰ মৰিচন নামে অঞ্চলত জন্ম হৈছিল। চিকাগো বিশ্ববিদ্যালয়ত ২৫ বছৰ কাল অধ্যাপনা কৰিছিল। ইলেক্ট্ৰনৰ বৈদ্যুতিক আধাৰ নিৰ্ণয় এওঁৰ উল্লেখযোগ্য অৱদান। "অইলড্ৰপ্ মেথদ" উদ্ভাৱক। এওঁৰ বহুমূলীয়া বিভিন্ন গৱেষণাৰ বাবে ১৯২৩ চনত নোবেল বঁটা লাভ কৰে। মহাজাগতিক ৰশ্মি (Cosmic Ray)-ৰ সম্পৰ্কে গৱেষণা কৰাৰ ভিতৰত মিলিকানো অন্যতম। বৃটেইনৰ ৰয়েল চ'চাইটিৰ পৰা হিউজচ্ মেডেল, আমেৰিকাৰ বিজ্ঞান চ'চাইটিৰ পৰা "কমষ্টক" প্ৰাইজ আদি সন্মান লাভ কৰে। ১৯৫৩ চনত ৮৫ বছৰ বয়সত মৃত্যু হয়।

৩৮৫। **ৰবাৰ্ট অ'পেন হেইমাৰ** :—১৯০৪ চনৰ ২২ এপ্ৰিলৰ দিনা আমেৰিকাৰ নিউইয়ৰ্ক চহৰত জন্ম হৈছিল। সকৰ পৰাই তীক্ষ্ণ বুদ্ধিৰ ল'ৰা আছিল। ১৯২৯ চনত মাত্ৰ ২৫ বছৰ বয়সতে কালিফৰ্ণিয়া ইনষ্টিটিউট অৱ টেকন'লজি আৰু কালিফৰ্ণিয়া বিশ্ববিদ্যালয়ত একে সময়তে প্ৰায় ১২ বছৰকাল অধ্যাপনা কৰিছিল। অ'পেন হেইমাৰ "ফিলিপস প্ৰতিক্ৰিয়াৰ" উদ্ভাৱক। ৮টা ভাষাত এওঁ লিখিব আৰু পঢ়িব পাৰিছিল। পৰমাণু বোমাৰ পৰীক্ষাটো গীতাৰ এটা শ্লোকেৰে এওঁ আৰম্ভ কৰিছিল। আমেৰিকা দেশৰ সৰ্বোচ্চ সন্মান "এনৰিক ফাৰ্মি" পুৰস্কাৰ এওঁ লাভ কৰিছিল। ১৯৬৭ চনৰ ১৮ ফেব্ৰুৱাৰী দিনা মৃত্যু হয়।

৩৮৬। **ৰবাৰ্ট হুক** :—১৬৩৫ চনত ইংলেণ্ডত জন্ম হৈছিল। বতৰ বিজ্ঞান অধ্যয়নৰ বাবে প্ৰয়োজনীয় বেৰ'মিটাৰ, হাইগ্ৰ'মিটাৰ, থাৰ্মমিটাৰ আদি যন্ত্ৰ নিজেই সাজি লৈছিল। পদাৰ্থৰ স্থিতিস্থাপকতাৰ বিষয়ে চৰ্চা কৰি এই বিষয়ে

এটা বিখ্যাত সূত্র উলিয়াইছিল যিটো আজিও "হুকৰ সূত্ৰ" বুলি জনা যায়। হুক ইংলেণ্ডৰ সেই যুগৰ শ্ৰেষ্ঠ বিজ্ঞানী বুলি কব পাৰি। এওঁৰ মৃত্যু হয় ১৭০৩ চনত।

৩৮৭। ৰবাৰ্ট হাচিংচ গডাড :—১৮৮২ চনত মাৰ্কিন দেশত জন্মগ্ৰহণ কৰে। ৰকেট আৱিষ্কাৰক। ৰকেটৰ সহায়েৰে চন্দ্ৰত অৱতৰণ কৰাৰ কথা চিন্তা কৰিছিল। ১৯৪৫ চনত মৃত্যু হয়।

৩৮৮। ৰবাৰ্ট ৰিপ্লে :—বিশ্ববিখ্যাত এজন কাৰ্টুনিষ্ট। প্ৰথমে এওঁৰ কাৰ্টুনে আমেৰিকাবাসীক বিশেষ আকৰ্ষণ কৰিব পৰা নাছিল যদিও পিচত এই কাৰ্টুনিষ্ট গৰাকী তেওঁৰ অশেষ কষ্ট আৰু চেষ্টাৰ ফলত এজন বিখ্যাত কাৰ্টুনিষ্ট হিচাবে বিশ্বত জনাজাত হৈ পৰিল। এওঁৰ দেউতাক এজন সাধাৰণ বাঢৈ। ঘৰৰা আৰ্থিক অৱস্থা ভাল নোহোৱাৰ বাবে দেউতাকে এওঁক সতৰ্ক কৰি দিছিল যে ৰিপ্লে শিল্পী হলে মৃত্যুৰ বাবে ক্ষণ গণিব লাগিব। দেউতাকৰ এই সতৰ্কতাৰ প্ৰতি বিশেষ কাণ নিদি এওঁ বাতৰি কাকতলৈ কাৰ্টুন পঠাবলৈ ধৰিলে আৰু এওঁলৈ প্ৰতিদিনে পৃথিবীৰ বিভিন্ন ঠাইৰ পৰা কাৰ্টুন সম্পৰ্কত চিঠি আহিবলৈ ধৰে। ১৯১৮ চনত 'বিলিভ ইট অৰ নট' খেলৰ কাৰ্টুন প্ৰকাশ পোৱাৰ প্ৰায় ১১ বছৰ পাচত অৰ্থাৎ ১৯২৯ চনতহে এওঁলৈ বিশ্বজোৰা খ্যাতি আহে 'বিলিভ ইট অৰ নট' কিতাপখনৰ বাবে। অৰ্দ্ধ-নিযুত কপি এ বছৰতে বিক্ৰি হোৱাত এই গ্ৰন্থ বছৰটোত সৰ্বাধিক বিক্ৰি হোৱা গ্ৰন্থ হিচাবে এওঁলৈ বিশ্বৰ বিভিন্ন দেশৰ পৰা খ্যাতি আহে। এই কিতাপখন পৃথিবীৰ বিভিন্ন ১৭টা ভাষালৈ অনুবাদ হৈছিল।

৩৮৯। ৰবাৰ্ট ক্লাইভ :—১৭২৫ চনত ইংলেণ্ডৰ এটি সৰু পৰিয়ালত জন্মগ্ৰহণ কৰা এই লৌহ মানৱজনে ভাৰতবৰ্ষৰ দৰে বিশ্বনিষ্ট আৰু সম্পদশালী দেশ এখনক পৰাধীন কৰি ইংৰাজ সাম্ৰাজ্য প্ৰতিষ্ঠা কৰা এজন অক্লান্ত সৈনিক। এওঁৰ বিচক্ষণ প্ৰতিভাৰ বাবেই সাধাৰণ কেৰাণী চাকৰিৰ পৰা সাধাৰণ সৈনিক হিচাবে ভৰ্তি হৈ লেফ্‌টেনান্ট কৰ্ণেল পদলৈ উন্নীত হয়। কেইবাখনো যুদ্ধত এওঁৰ যুদ্ধ কৌশল, দূৰদৰ্শিতাৰ বাবে ভূয়সী প্ৰশংসা লাভ কৰিছিল। দ্বিতীয়বাৰ ভাৰতলৈ আহোঁতে মাদ্ৰাজৰ গৱৰ্ণৰ পদত নিযুক্তি পায়। ১৭৬২ চনত এওঁক "বেৰন অৱ পলাচি" উপাধিৰে বৃটিছ চৰকাৰে সন্মানিত কৰে। ইয়াৰ পিচত চৰকাৰে "নাইট" উপাধিৰে বিভূষিত কৰে। এওঁৰ শেষৰ জীৱন অতি কষ্টকৰ আছিল।

ৰোগাক্ৰান্ত হেতুকে মানসিক অশান্তিৰে সৈতে ১৭৭৪ চনৰ ২২ নবেম্বৰ তাৰিখে ৪৯ বছৰ বয়সত দেহৰ অৱসান ঘটে।

৩৯০। **ৰবাৰ্ট কখ্** :—নোবেল বঁটা বিজয়ী এই গৰাকীৰ ১৮৪৩ চনৰ ১১ ডিচেম্বৰত জাৰ্মানীৰ হাৰ্টজ পৰ্বতমালাৰ অধোদেশত ক্লাৰ্ডচথাল নামৰ এখন সৰু গাঁৱত জন্ম হৈছিল। ১৮৬৬ চনত চিকিৎসাত ডিপ্ল'মা লয়। এওঁ ডাক্তৰ, শিক্ষক আৰু এজন বিজ্ঞানী। যক্ষ্মা ৰোগৰ বেক্টেৰিয়া, "মাইকোবেক্টেৰীয়াম টিউবাৰ-কুলেচিচ" আৱিষ্কাৰ কৰাৰ লগতে এই ৰোগৰ প্ৰতিবেধকৰ কাৰণে 'টিউবাৰকুলিন' নামৰ ঔষধো আৱিষ্কাৰ কৰে। এই আৱিষ্কাৰৰ বাবে ১৯০৫ চনত চিকিৎসা বিজ্ঞানৰ নোবেল বঁটা এওঁ লাভ কৰে। ১৮৮৩ চনত এওঁ কলিকতাত থকা সময়ত কলেৰা ৰোগৰ বীজাণু 'কলেৰা ভাইব্ৰিও' আৱিষ্কাৰ কৰিছিল। ১৯১০ চনত এই বিজ্ঞানী গৰাকীয়ে দেহত্যাগ কৰে।

৩৯১। **পণ্ডিত ৰবিশঙ্কৰ** :—বিখ্যাত ভাৰতীয় চেতাৰ বাদক ৰবিশঙ্কৰ ১৯২০ চনৰ ৭ এপ্ৰিল তাৰিখে কলিকতাত জন্মগ্ৰহণ কৰিছিল। এওঁৱেই বিদেশী চিনেমাত সঙ্গীত ৰচনা কৰা প্ৰথম ভাৰতীয়। এওঁ অল ইণ্ডিয়া সঙ্গীত সঞ্চালক ১৯৪৯ চনৰ পৰা ১৯৫৫ চনলৈকে কাৰ্য্যনিৰ্বাহ কৰিছিল। সঙ্গীতৰ কাৰণে ভাৰতীয় আৰু বিদেশৰ পৰা বহু সন্মানিত পুৰস্কাৰ লাভ কৰিছিল। এওঁ আন্তঃৰাষ্ট্ৰীয় পুৰস্কাৰৰ ভিতৰত ইণ্টাৰনেশ্যনেল ভেলচকো এৱাৰ্ড, চিলভাৰ বীয়েৰ আৰু ভেনিচ ফেচ্‌টিভেল এৱাৰ্ড উল্লেখযোগ্য। ভাৰতৰ আৰু ভাৰতৰ বাহিৰৰ কেইবাটাও বিশ্ববিদ্যালয়ে এওঁলৈ ডক্টৰেট উপাধি প্ৰদান কৰি সন্মান যাচিছিল। ১৯৮৬ চনত এওঁক ভাৰত চৰকাৰে ৰাজ্য সভালৈ সদস্য মনোনীত কৰি সন্মান আগবঢ়াইছিল। এওঁ সঙ্গীত, নাটক একাডেমিৰ সদস্য হিচাবে নিৰ্বাচিত হৈছিল।

৩৯২। **ডাঃ ৰথীন বেনাৰ্জী** :—বিশ্ববিখ্যাত প্ৰকৃতিবিদ গৰাকী ১৯৫২ চনত চিকিৎসক হিচাবে অসমলৈ আহে আৰু বৰ্তমান এওঁ অসমৰ গোলাঘাট নগৰৰ স্থায়ী বাসিন্দা। বন্য প্ৰাণী সংৰক্ষণ আৰু বন্য প্ৰাণীৰ জীৱনধাৰণৰ উন্নয়ন-কল্পে এওঁ যি চিন্তাধাৰা আৰু ঐকান্তিক প্ৰচেষ্টাৰে গোটেই জীৱন জুৰি কাম কৰি আহিছে সেইয়া বিশ্বতে বিৰল বুলি কলেও বঢ়াই কোৱা নহয়। চিৰকুমাৰ এই ব্যক্তি গৰাকীয়ে জীৱ-জন্তু, চৰাই-চিৰিকতি আদিৰ বিষয়ত ২৫খনতকৈয়ো অধিক তথ্যচিত্ৰ নিৰ্মাণ কৰি উলিয়াইছে ; আৰু এই তথ্যচিত্ৰবিলাকে কেৱল ভাৰততে

নহয় আন্তঃৰাষ্ট্ৰীয় পুৰস্কাৰ আৰু সন্মান পাইছে আৰু ই অতি জনপ্ৰিয় হৈ পৰিছে। ১৯৬১ চনত বাৰ্লিন দূৰদৰ্শনৰ বাবে প্ৰায় ৬ বছৰ ধৰি প্ৰস্তুত কৰা কাজিৰঙা নামৰ তথ্যচিত্ৰখনে বহু আন্তঃৰাষ্ট্ৰীয় পুৰস্কাৰ লাভ কৰিছে। ১৯৭২ চনত এওঁক ভাৰত চৰকাৰে পদ্মশ্ৰী উপাধি প্ৰদান কৰে আৰু বিশ্বৰ বিভিন্ন দেশৰ পৰা ১৪টা আন্তঃৰাষ্ট্ৰীয় পুৰস্কাৰ লাভ কৰে। এই তথ্যচিত্ৰসমূহে এওঁক বিশ্ববিখ্যাত কৰি তোলে, নিজৰ প্ৰচাৰবিমুখী দুঃসাহসী এই প্ৰকৃতিপ্ৰেমী গৰাকীকে।

৩৯৩। **ৰবাৰ্ট কক্স**:—জাৰ্মান দেশত জন্মগ্ৰহণ কৰা এই গৰাকী মহান চিকিৎসক বিজ্ঞানীয়ে ১৮৮২ চনত যক্ষ্মা ৰোগৰ (T.B.) মাৰাত্মক জীৱাণু 'টিউবাৰ কল' আৱিষ্কাৰ কৰিছিল। এওঁৰ জন্মদিনত ঘৈণীয়েকৰ পৰা উপহাৰ পোৱা এটা অণুবীক্ষণ যন্ত্ৰৰ সহায়ত ডাঃ ৰবাৰ্ট কক্সে যক্ষ্মা ৰোগৰ জীৱাণু আৱিষ্কাৰ কৰে। যক্ষ্মা ৰোগৰ জীৱাণু আৱিষ্কাৰ হোৱাৰ পাচতে এওঁৰ নাম জগতত ফাটিফুটি গৈছিল। এই অমূল্য অৱদানৰ বাবেই এই গৰাকী মণিষী বিশ্বত সদায় অমৰ হৈ থাকিব। মানৱ জাতিৰ প্ৰধান শত্ৰু যক্ষ্মা ৰোগৰ সম্পূৰ্ণ নিৰ্মূল কৰাৰ উদ্দেশ্যই ১৯৮২ চনত যক্ষ্মা ৰোগৰ শতবাৰ্ষিকী সমগ্ৰ বিশ্বতে পালন কৰা হয়। প্ৰথম যক্ষ্মা ৰোগৰ চিকিৎসালয় স্থাপন কৰে ১৮৮৭ চনত চাৰ ৰবাৰ্ট ফিলিপে।

৩৯৪। **ৰবাৰ্ট গৰ্ডন মেনজিচ্**:—অষ্ট্ৰেলিয়াৰ ভূতপূৰ্ব প্ৰধান মন্ত্ৰী, প্ৰখ্যাত ৰাজনীতিবিদ, আন্তৰ্জাতিক খ্যাতিসম্পন্ন আইনজ্ঞ আৰু সুবক্তা ৰবাৰ্ট গৰ্ডন মেনজিচৰ ১৮৯৪ চনৰ ২০ ডিচেম্বৰ তাৰিখে মেলবৰ্ণ চহৰৰ পৰা আঢ়ৈশ মাইল নিলগৰ জেপাৰিট নামৰ সৰু চহৰত জন্ম হৈছিল। এওঁ বিশ্বৰ শ্ৰেষ্ঠ সাংবিধানিক আইনজ্ঞ বুলি জনাজাত। মাত্ৰ ২৯ বছৰ বয়সতে মেনজিচে ১৯২৯ চনত সেই মাহৰ আইন জগতৰ সৰ্বোচ্চ সন্মান "কিঙ্চ্ কাউন্সেলৰ" লাভ কৰে। ১৯৩৯ চনৰ এপ্ৰিল মাহত ৪৫ বছৰ বয়সত এওঁ অষ্ট্ৰেলিয়াৰ প্ৰধান মন্ত্ৰী হয় যদিও নিজৰ দলৰ ওপৰত আস্থা হেৰুৱাই প্ৰধানমন্ত্ৰী পদৰ লগতে দলৰ সভাপতি পদও ত্যাগ কৰে।

৩৯৫। **ৰবাৰ্ট ড নিৰ'**:—হলিউডৰ কথাছবিৰ বিখ্যাত প্ৰতিভাবান অভিনেতা, যাক "অভিনয় প্ৰতিভাৰ আকৰ" বুলি কোৱা হয়। এই গৰাকী ৰবাৰ্ট ড নিৰ'ৰ জন্ম হৈছিল ১৯৪৩ চনৰ ১৭ আগষ্টত। এওঁ টেক্সি ড্ৰাইভাৰ, কিং অৱ্ কমেডি, ডা ডিয়েৰ হাণ্টাৰ আদি বিভিন্ন বিখ্যাত কথাছবিত সফল অভিনয় কৰি দৰ্শকৰ পৰা ভূয়সী প্ৰশংসা লাভেৰে নিজকে প্ৰতিষ্ঠা কৰিছিল।

যি বৌলিং বৈপণ্ড অভিনয় কৰাৰ বাবে এওঁ প্ৰথম লাভ কৰিছিল অস্কাৰ বঁটা। গড্‌ফাদাৰ পাৰ্ট টু অভিনয় কৰি শ্ৰেষ্ঠ সহ-অভিনেতা হিচাবে অস্কাৰ পুৰস্কাৰ লাভ কৰিছিল।

৩৭৬। **ৰামানুজম :**—১৮৮৭ চনৰ ২২ ডিচেম্বৰত তামিলনাডুৰ ইৰোদ কুম্বাকুনম নামৰ ঠাইত জন্মগ্ৰহণ কৰে। ৩৩ বছৰ নৌ হওঁতেই ১৯২০ চনৰ ২৬ এপ্ৰিলত মৃত্যু হয় বেটপেট নামৰ ঠাইত। ১৯১৮ চনৰ ১৩ অক্টোবৰত কেম্ব্ৰিজ ট্ৰিনিটি কলেজৰ ফেল' নিৰ্বাচিত হোৱা প্ৰথম ভাৰতীয় ব্যক্তি। ১৯১৪ চনৰ পৰা ১৯২১ চনলৈকে কেম্ব্ৰিজত থকা সময়ত সৰ্বমুঠ ৩২ খন গৱেষণা পত্ৰ এওঁ প্ৰকাশ কৰে। ৰামানুজৰ মহৎ অৱদান সংখ্যাতত্ত্বৰ 'কনজেংচাৰ'। এওঁ এজন ভাৰতীয় মহান গণিতজ্ঞ। এওঁ ভাৰতৰ দ্বিতীয় এফ. আৰ. এছ.।

৩৭৭। **ৰাজা ৰামমোহন ৰায় :**—আধুনিক ভাৰতৰ পিতৃ বুলি জনাজাত, সমাজ সংস্কাৰক, ৰাজা ৰামমোহন ৰায় ১৭৭৭ চনত পশ্চিমবঙ্গৰ হুগলিত জন্মগ্ৰহণ কৰিছিল। ১৫ বছৰ বয়সতে মূৰ্তিপূজাৰ বিৰোধিতা কৰি পুস্তিকা লিখি উলিয়াইছিল। সতীদাহ বিলুপ্তি সাধন, বিধবাৰ পুনৰ বিবাহ, স্ত্ৰী-শিক্ষা প্ৰসাৰণ, পৈতৃক সম্পত্তিৰ ওপৰত সকলো বংশধৰৰ অধিকাৰ আদিৰ ক্ষেত্ৰত এওঁ অধিক গুৰুত্ব দিছিল। ১৮১৫ চনত ইংৰাজ কোম্পানী এটাৰ পৰা চাকৰিত অৱসৰ গ্ৰহণ কৰি এওঁ সমাজ সেৱাৰ কামত আত্মনিয়োগ কৰে। পৃথিৱীৰ বহু ভাষা—পাৰ্চী, আৰবী, গ্ৰীক, হিব্ৰু, ফৰাচী আৰু ইংৰাজী সুন্দৰকৈ ক'ব পাৰিছিল। এওঁ পৃথিৱীৰ বিভিন্ন ধৰ্ম অধ্যয়ন কৰিছিল। বেদ আৰু উপনিষদ এওঁ বঙালী ভাষালৈ অনুবাদ কৰিছিল। ১৮৩০ চনত মোগল সম্ৰাটৰ হৈ ইংলেণ্ডত এওঁ ওকালতি কৰাৰ বাবে সম্ৰাটে এওঁক ৰাজা উপাধিৰে বিভূষিত কৰিছিল। ১৮২৯ চনত সতীদাহ প্ৰথা এওঁৰ যত্নতে আইনৰ দ্বাৰা বিলুপ্ত হয়। ১৮৩৩ চনৰ ২৭ চেপ্তেম্বৰ তাৰিখে এই গৰাকী বিখ্যাত সমাজ সেৱকৰ ইংলেণ্ডত মৃত্যু হয়।

৩৭৮। **ৰাধানাথ শিকদাৰ :**—বঙ্গদেশত ১৮১৩ চনত জন্মগ্ৰহণ কৰিছিল। ঊনবিংশ শতিকাৰ ভাৰতীয় বিজ্ঞানী সকলৰ ভিতৰত শিকদাৰৰ স্থান সবাতোকৈ ওপৰত। গণিতত এওঁৰ দৰে দক্ষতা থকা মানুহ ভাৰতত কমেই আছিল বুলিব পাৰি। পৃথিৱীৰ আটাইতকৈ ওখ শৃঙ্গ মাউণ্ট এভাৰেষ্টৰ জোখ প্ৰথমে এওঁৱেই কৰিছিল। ১৮৬৪ চনত এজন বিদেশীৰ বাবে দুৰ্লভ সন্মান জাৰ্মানীৰ "চ'চাইটি

অৰ মেচাৰেল হিষ্ট্ৰী নামৰ বৈজ্ঞানিক অনুষ্ঠানটোৱে এওঁক যোগাযোগকাৰী সভ্য নিৰ্বাচিত কৰে। ১৮৭০ চনত মৃত্যু হয়।

৩৯৯। **ৰাহুল সংকৃত্যায়ন** :—বিশ্বৰ শ্ৰেষ্ঠ গ্ৰন্থকাৰ সকলৰ অন্যতম এই সু-সাহিত্যিক গৰাকীৰ ১৮৯৩ চনৰ এপ্ৰিল মাহত উত্তৰ প্ৰদেশৰ আজমগড়ত জন্মগ্ৰহণ কৰিছিল। এওঁৰ প্ৰকৃত নাম কেদাৰনাথ পাণ্ডে। আৰ্থিক অনাটনৰ বাবে এওঁ ল'ৰালিকালৰ শিক্ষা সম্পূৰ্ণকৈ ল'ব পৰা নাছিল যদিও পিচত আনুষ্ঠানিকভাৱে পৃথিৱীৰ বিভিন্ন ভাষা, প্ৰায় ডেৰশটা ভাষা শিকিছিল। বৌদ্ধ ধৰ্ম শিক্ষা শেষ কৰাৰ পাচত এওঁ "ত্ৰিপিটকাচাৰ্য্য" উপাধি লাভ কৰে। ১৯৪৪ চনত এওঁ ৰাচিয়াৰ লেনিনগ্ৰাড বিশ্ববিদ্যালয়লৈ আমন্ত্ৰিত হৈছিল। শ্ৰীলঙ্কা বিশ্ববিদ্যালয়ত বিদ্যালঙ্কা পৰিভেনা উপাধি লাভ কৰি অধ্যাপক নিযুক্তি পায়। এওঁ বিশ্বৰ বিভিন্ন ভাষাত ১৫০ খনতকৈয়ো অধিক গ্ৰন্থ ৰচনা কৰিছিল। প্ৰায়বিলাক গ্ৰন্থই বৌদ্ধ ধৰ্ম আৰু হিন্দু ধৰ্মৰ ওপৰত ৰচনা কৰিছিল। "সিদ্ধ সকলৰ জীৱন চৰিত্ৰ" এওঁৰ এখন উল্লেখযোগ্য মূল্যবান গ্ৰন্থ। "মধ্য এচিয়া কা ইতিহাস" নামৰ এওঁৰ বিখ্যাত গ্ৰন্থখনৰ বাবে সাহিত্য একাডেমি পুৰস্কাৰ লাভ কৰিছিল। "ভল্গা সে গঙ্গা" এওঁৰ অন্য এখন অতি মূল্যবান গ্ৰন্থ। এই গ্ৰন্থখনি পৃথিৱীৰ ২০টা ভাষালৈ অনুবাদ হৈছে। এওঁ ১৭খন ভ্ৰমণ কাহিনীও লিখিছিল।

৪০০। **ডাঃ ৰাজেন্দ্ৰপ্ৰসাদ** :—১৮৮৪ চনৰ ৩ ডিচেম্বৰ তাৰিখে বিহাৰৰ চাৰণ জিলাৰ জেৰাদে নামৰ গাৱঁত এটি কায়স্থ পৰিয়ালত এওঁৰ জন্ম হয়। এই গাঁৱত কোনো বিদ্যালয় নথকাত ঘৰতে পাৰ্চি ভাষাৰ শিক্ষা এজন মৌলবীৰ সহায়ত গ্ৰহণ কৰিছিল। এওঁ পঢ়াশুনাত ভাল আছিল। এবাৰ দুটা শ্ৰেণীলৈ এওঁক উত্তীৰ্ণ কৰি দিছিল। প্ৰবেশিকা পৰীক্ষাত বিশ্ববিদ্যালয়ৰ ভিতৰতে প্ৰথম হৈছিল। ১৯০৪ চনত এফ. এ. পৰীক্ষাত প্ৰথম হয়। বি. এ. পৰীক্ষাৰ বুৰঞ্জীত প্ৰথম স্থান লাভ কৰে। ১৯০৮ চনত এম. এ. পাচ কৰে। ১৯১৫ চনত এম. এল. পৰীক্ষাত পাচ কৰে। ভাৰতৰ স্বাধীনতা আন্দোলনত সক্ৰিয় অংশগ্ৰহণ কৰি কেইবাবাৰো ফাটেক খাটিছিল। ১৯৩০ চনত প্ৰথম ছয় মাহ জেল খাটিছিল। ১৯৪৩ চনত জেলত "ইণ্ডিয়া ডিভাইদেদ" নামৰ গ্ৰন্থ এখনি লিখে। ১৯৪৬ চনত সংবিধান সমিতিৰ সৰ্বসম্মতিক্ৰমে সভাপতি নিৰ্বাচিত হয়। ১৯৫২ চনৰ ১৩ মে তাৰিখে স্বাধীন ভাৰতৰ প্ৰথম ৰাষ্ট্ৰপতিৰূপে নিৰ্বাচিত হয়।

১৯৫২ চনৰ ১৩ মে তাৰিখে এই পদৰ পৰা অৱসৰ লয় আৰু এই বছৰতে ভাৰত চৰকাৰে ভাৰতৰত্ন উপাধি এওঁলৈ আগবঢ়ায়। এই সহজ সৰল অবিস্মৰণীয় বিৰল প্ৰতিভাবান ব্যক্তি গৰাকীয়ে ১৯৬৩ চনৰ ২৮ ফেব্ৰুৱাৰী তাৰিখে শেষ নিশ্বাস ত্যাগ কৰে।

৪০১। **ৰুডলফ্ ডিজেল :**—ডিজেল শিল্পৰ আৱিষ্কাৰক ৰুডলফ্ ডিজেলৰ জন্ম হৈছিল ১৮৫৮ চনৰ ১৮ মাৰ্চ তাৰিখে পেৰিচ মহানগৰীত। সৰু পৰাই বিজ্ঞানৰ প্ৰতি বিশেষ ৰাপ আছিল। এওঁ ইংৰাজী ফৰাচী আৰু জাৰ্মান ভাষা ভালকৈ ক'ব পাৰিছিল। ফৰাচীৰ যুদ্ধৰ সময়ত পেৰিচ এৰি লণ্ডনলৈ গৈ তাতে শিক্ষা গ্ৰহণ কৰে। এওঁ সন্মান সহকাৰে ইঞ্জিনিয়াৰিং পাচ কৰি কামত সোমায় যদিও পিচত নিজেই এটা কাৰখানা খোলে। ১৮৯৩ চনৰ ১০ আগষ্ট তাৰিখে ইঞ্জিন চলোৱা ইন্ধন আৱিষ্কাৰ কৰে যাৰ নাম এওঁৰ উপাধি অনুসৰি ডিজেল ৰখা হৈছে। ৫৫ বছৰ বয়সত ১৯১৩ চনৰ ২৯ চেপ্তেম্বৰ তাৰিখে জাহাজত উঠি ইংলণ্ডলৈ যোৱাৰ পাচতে এওঁ সন্ধানহীন হয়।

৪০২। **ৰিচাৰ্ড জন হেডলি :**—ক্ৰিকেট জগতৰ ভোটাতৰা স্বৰূপ হেডলিৰ জন্ম হৈছিল ১৯৫১ চনৰ ৩ জুলাইত নিউজিলেণ্ডৰ 'ক্ৰাইষ্ট চাৰ্চত। বৰ্তমান এওঁ বিশ্বৰ ১ নম্বৰ ফাষ্ট বলাৰ। ১৯৭৩ চনৰ ২ ফেব্ৰুৱাৰী তাৰিখে এওঁ জীৱনৰ প্ৰথমখন টেষ্ট মেচ্ খেলে। দূৰদৰ্শনত ব্যৱসায়িক অনুষ্ঠান পৰিবেশন কৰে। এওঁ লিওপাৰ্ড ব্ৰেবেৰিচৰ জনসংযোগ বিষয়া। "এট্ দি ডবৰল" গ্ৰন্থকে ধৰি এওঁ মুঠ ৪খন গ্ৰন্থ ৰচনা কৰে। এওঁৰ বৰ্তমান ৮৮ বাণ হলেই ৩০০০ বাণ সম্পূৰ্ণ হ'ব।

৪০৩। **ৰিচাৰ্ড বাৰ্বে বেকাৰ :**—আন্তৰ্জাতিক খ্যাতিসম্পন্ন সাধু পুৰুষ আৰু বিজ্ঞানী। ৰিচাৰ্ড বাৰ্বে বেকাৰৰ জন্ম হৈছিল ১৮৮৯ চনৰ ৯ অক্টোবৰ তাৰিখে ইংলেণ্ডৰ চাৰ্য়াৰত। সৰু পৰাই প্ৰাকৃতিক ভাল পোৱা এই গৰাকী বিজ্ঞানীয়ে ২৬ হেজাৰ কোটী গছ পুলি ৰুই এক বিশ্ব ৰেকৰ্ড প্ৰতিষ্ঠা কৰিছিল। অকল সেয়ে নহয় ১৯২২ চনত "বৃক্ষ মানৱ" ( Man of the trees ) নামৰ এটা সমিতি গঠন কৰি বিশ্বৰ বিভিন্ন দেশত ১০৮টা শাখা খুলি বনানীকৰণৰ ওপৰত অধিক গুৰুত্ব আৰোপ কৰিছিল। বিশ্বৰ বনানীকৰণ কংগ্ৰেছৰ অন্যতম প্ৰতিষ্ঠাপক এই সদস্য গৰাকীয়ে ৩০ খন মূল্যবান গ্ৰন্থ ৰচনা কৰিছিল। ইয়াৰ ভিতৰত "মাই লাইফ, মাই ট্ৰিজ" নামৰ গ্ৰন্থখনৰ লগতে "দি চাহাৰা চেলেঞ্জ"

গ্ৰন্থখনিও অতি জনপ্ৰিয়। এওঁ প্ৰথমে কানাডাৰ চাচকাটুন বিশ্ববিদ্যালয়ত অধ্যয়ন কৰিছিল। আৰু সৈনিক বিভাগত ভৰ্তি হৈ যুদ্ধত আঘাতপ্ৰাপ্ত হোৱা অৱস্থাত মৃত বুলি ভাবি মৰা সৈনিকৰ দ'মত পেলাই থৈছিল যদিও পিচত জীয়াই থকা গম পাই চিকিৎসা কৰাত আৰোগ্য হয়। ইয়াৰ পিচতে এওঁ কেম্ব্ৰিজ বিশ্ববিদ্যালয়ত আৰু অক্সফোৰ্ড বিশ্ববিদ্যালয়ত বনানীকৰণ বিষয়ত শিক্ষা গ্ৰহণ কৰে। ১৯৮২ চনৰ ৯ জুন তাৰিখে কানাডাৰ চাচকাটুন বিশ্ববিদ্যালয়ত বনানীকৰণৰ কাম কৰি থকা অৱস্থাতে মৃত্যুক সাঁকোৱালি লয়।

৪০৪। **ৰীতা লেভি মণ্টালচিনি :**—বিজ্ঞানী ষ্টেনলী কহেনকৰ সৈতে চিকিৎসা বিজ্ঞানলৈ যথেষ্ট অৱদান দি গৈছে। দুয়ো লগলাগি স্নায়ু বৃদ্ধি উপাদান ( Nerve growth factor ) আৰু অধিচৰ্মবৃদ্ধি উপাদান ( Bpidermal growth factor ) আৱিষ্কাৰ কৰাৰ বাবে ১৯৮৬ চনত বিজ্ঞানৰ নোবেল বঁটা দুয়োকো যুটীয়াভাৱে প্ৰদান কৰে।

৪০৫। **ৰে'নো' ডেকাৰ্ট :**—এওঁৰ সম্পূৰ্ণ নাম ৰে'নো ডিউপেৰণ ডেকাৰ্ট ১৫৯৬ চনৰ ৩১ মাৰ্চৰ দিনা ফ্ৰান্সৰ টুৰ্চ নামে ঠাইত জন্ম হৈছিল। এওঁ আছিল তত্ত্ববাদী। তেওঁৰ বিখ্যাত পুথি হ'ল ১। বিশ্ব-জগত ( Le Mondi ), ২। পদ্ধতিৰ সম্পৰ্কে কথোপকথন ( Discouss de la Methode ), ৩। দৰ্শনৰ সাৰ কথা, ৪। সাধনা, ৫। আত্মাৰ-লালসা। কাটা কম্পাচৰ সহায় নোলোৱাকৈ অকল বীজগণিতৰ দ্বাৰাই জ্যামিতিৰ নিয়মসমূহ প্ৰমাণ কৰাৰ ডেকাৰ্টে উপায় উলিয়াইছিল। যাক আজিকালি স্থানাঙ্ক জ্যামিতি বা বিশ্লেষণীয় জ্যামিতি বুলি কোৱা হয়। ১৬৫০ চনত জানুৱাৰীত মৃত্যু হয়।

৪০৬। **ৰোমা ৰোলা :** ফেচীবাদ বিৰোধী আৰু মানৱতাবাদৰ সমৰ্থক ফৰাচী সাহিত্যিক ৰোমা ৰোলাৰ জন্ম হৈছিল ১৮৬৬ চনৰ ২৯ জানুৱাৰী তাৰিখে ফ্ৰান্সৰ ক্লেমোৰ্চ নামৰ ঠাইত। ১৮৯৫ চনত কলাবিদ্যাত ইতিহাসত ডক্টৰেট ডিগ্ৰী লাভ কৰে। এওঁ কিছুদিন শিল্পকলা আৰু সঙ্গীত পদ্ধতিৰ বিষয়ে শিক্ষকতা কৰাৰ পাচত হাতত কলম তুলি লয়। "জঁা খ্ৰীষ্টফ" আৰু অন্য এখন গ্ৰন্থৰ বাবে এওঁৰ নাম লেখক হিচাবে খ্যাতিলাভ কৰে। ১৯২৪ চনত "মহাত্মা গান্ধী" নামৰ গ্ৰন্থৰ জৰিয়তে বিশ্বত ভাৰতীয় দৰ্শন প্ৰচাৰ কৰিছিল। "আই উইল নট ৰেষ্ট" বা "মই ক্লান্ত নহওঁ" এওঁৰ জীৱনৰ শ্ৰেষ্ঠতম ৰচনা। মানৱতাৰ সাধক, আদৰ্শবাদী নোবেল পুৰস্কাৰ প্ৰাপ্ত এই সত্যনিষ্ঠ সাহিত্যিক গৰাকী ১৯৪৪ চনৰ ৩০ ডিচেম্বৰত পৰলোক প্ৰাপ্তি হয়।

৪০৭। **কুডলফ, ক্লচিয়াছ :**—এওঁৰ সম্পূর্ণ নাম হ'ল ৰুডলফ জুলিয়াছ এমানুৱেল ক্লচিয়াছ। ১৮১২ চনত জার্মানীৰ কচলিন নামৰ চহৰত এওঁৰ জন্ম হয়। এওঁ এজন তাত্বিক পদার্থবিদ্। তাপগতি বিজ্ঞানৰ দ্বিতীয় সূত্রটো এওঁৱেই বিজ্ঞানত প্রথমে ঠিকমতে প্রতিষ্ঠা কৰিছিল। তাপগতি বিজ্ঞানত "ক্লচিয়াচ ক্লেপাইৰণ" নামৰ সূত্রটো ক্লেপাইন নামৰ বিজ্ঞানী এজনৰ লগত উদ্ভাবন কৰিছিল। কেলৰিকৰ অলিক ধাৰণাৰ পৰা তাপবিজ্ঞান মুক্ত কৰোঁতা সকলৰ ভিতৰত অন্যতম। ১৮৮৮ চনত এওঁৰ মৃত্যু হয়।

৪০৮। **ৰবার্ট ফ্রষ্ট :**—আমেৰিকাৰ চানফ্রান্সিচকুত ১৮৭৪ চনত জন্মগ্রহণ কৰা এই কবি গৰাকীয়ে প্রথমে বনোৱা স্কুল এখনত কাম কৰিছিল যদিও পিচত এওঁ জোতা তৈয়াৰ কৰা কাৰখানাত কাম কৰিবলৈ লয় আৰু ১৯১৪ চনতে দুটা কবিতা প্রকাশ হয়। এওঁৰ বিখ্যাত কাব্যগ্রন্থসমূহ হ'ল—১। মাউন্টেইন ইণ্টাৰভেল, ২। নিউ হেমশ্বায়া, ৩। এ উইনেচ ট্রি, ৪। ষ্টীপল বুছ, ৫। এ মাস্ক অব বিজন, ৬। এ মাস্ক অব মার্চি, ৭। এ ফাডাৰ ৰেঞ্জ আদি। সহজ সৰল ভাষাৰে সর্বসাধাৰণ লোকৰ কাৰণে লিখা এইজনা গণ কবি গৰাকীৰ ১৯৬৩ চনত মৃত্যুবৰণ কৰে।

৪০৯। **লতা মাঙ্গাচকাৰ :**—বিশ্ববিখ্যাত কুকিল গায়িকা লতা মাঙ্গাচকাৰ ১৯২৮ চনৰ ২৯ চেপ্তেম্বৰ তাৰিখে মধ্যপ্রদেশৰ ইন্দৰ নামেৰে ঠাইত জন্মগ্রহণ কৰে। বাপেকৰ পৰাই এওঁ সৰুতে সঙ্গীত শিক্ষা আহৰণ কৰে। এওঁ গভীৰ ধর্মবিশ্বাসী অবিবাহিত মহিলা। এওঁৰ আকৰ্ষণীয় সুললিত যাদুকৰি সুৰেৰে বিশ্বৰ অগণন লোকক যোৱা ৪৩ বছৰে মোহিত কৰি আহিছে। এওঁৰ ভাৰতীয় সংগীত, ৰাগ, ভজন, কৌতুক গীত, ৰোমাণ্টিক গীত সাধাৰণতে গোৱা শুনা যায়। এওঁ ৩০ হাজাৰতকৈয়ো অধিক গীত গাই বিশ্বৰেকৰ্ড প্রতিষ্ঠা কৰিছে আৰু গ্রীনিচ বুকত নাম অন্তর্ভুক্ত হৈছে। এওঁ সাধাৰণতে ভাৰতীয় ভাষাতে গীত গায়। শ্রেষ্ঠ গায়িকা হিচাবে ফিল্ম ফেয়াৰে "ফিল্ম ফেয়াৰ" প্রদান কৰাৰ উপৰিও, ভাৰত চৰকাৰে পদ্মশ্রী উপাধি প্রদান কৰে। লতা মাঙ্গাচকাৰৰ নামত মধ্যপ্রদেশ চৰকাৰে এওঁক একলাখ টকা বছৰি অনুদান দিয়ে। ততুপৰি গীতৰ বাবেই এওঁ দেশ আৰু বিদেশৰ বহু সন্মান আৰু পুৰস্কাৰ লাভ কৰিবলৈ সক্ষম হয়। কথাছবিৰ সর্বোচ্চ সন্মান দাদা চাহেব ফাল্কে বঁটা ১৯৯০ চনত লাভ কৰে।

৪১০। **লর্ড কেলভিন্ :**—১৮২৪ চনৰ ২৬ জুনৰ দিনা আয়াৰলেণ্ডত

বেলফাষ্ট নামে চহৰত জন্ম হয়। ১৮৮২ চনত ইংলেণ্ডৰ ৰাণীয়ে এওঁক ল্যাগ নামে অঞ্চল এটাৰ বেৰন পদ প্ৰদান কৰে। আৰু তেতিয়াৰ পৰা এওঁ লৰ্ড কেলভিন নামেৰে জনাজাত হয়। ষোল্ল বছৰ বয়সতে "পৃথিৱীৰ অনাকৃতি" নামৰ এখন বিজ্ঞান বিষয়ৰ ৰচনা লিখি গ্লাচগো বিশ্ববিদ্যালয়ৰ পৰা পদক লাভ কৰে। এওঁৰ জীৱনী লেখক এজনৰ মতে পৃথিৱীৰ ভিতৰত কেলভিনেই হয়তো একমাত্ৰ বিজ্ঞানী যি বক্তৃতা দি থাকোঁতেই নতুন আৱিষ্কাৰৰ কথা ভাবিব পাৰিছিল। ১৮৫১ চনত তাপ গতি বিজ্ঞানৰ এটা দ্বিতীয় সূত্ৰ প্ৰকাশ কৰে। সূত্ৰটো হ'ল স্বয়ংচালিত কোনো যন্ত্ৰৰ দ্বাৰা কম উষ্ণতাৰ পদাৰ্থৰ পৰা বেছি উষ্ণতা পদাৰ্থলৈ তাপ পৰিবাহিত হোৱা সম্ভৱ নহয়। ২০০০ মাইল দূৰত্বৰ ঠাইলৈ কেবলৰ সহায়ত বাৰ্তা পঠাবলৈ সক্ষম হোৱাত ইংলেণ্ডৰ ৰাণীয়ে তেওঁক চাৰ উপাধি দিয়ে। ১৮৬৭ চনত "মিৰৰ গেলভানমিটাৰ" সূক্ষ্ম বৈদ্যুতিক যন্ত্ৰ এটা আৱিষ্কাৰ কৰে। সাগৰৰ গভীৰতা জুখিবৰ কাৰণে 'মেথ'মিটাৰ' নামে এবিধ যন্ত্ৰ সাজিছিল। তিনিশতকৈয়ো অধিক বৈজ্ঞানিক আৱিষ্কাৰ কৰিছিল যদিও এওঁৰ কোনো দেম বা অহংকাৰ নাছিল। এওঁৰ অমায়িক ব্যৱহাৰত ইংলেণ্ডৰ সকলো মুগ্ধ হৈছিল। সুদীৰ্ঘ তিপান্ন বছৰ গ্লাচগো বিশ্ববিদ্যালয়ত অধ্যাপনা কৰে। অৱসৰ হোৱাৰ প্ৰায় ৮ বছৰ পাচত ১৯০৭ চনত হঠাত ঠাণ্ডা লাগি শেষ নিশ্বাস এৰে।

৪১১। **লৰ্ড বেলি** :—এওঁৰ আচল নাম জন উলিয়াম ষ্ট্ৰাট। ১৮৪২ চনত ইংলেণ্ডৰ চাচেক্স অঞ্চলত উইথাম নামে এখন ঠাইত জন্ম হৈছিল। ইংলেণ্ডৰ ৰাণীয়ে বেৰন পদত অধিষ্ঠিত কৰাৰ পাচতে তেওঁ লৰ্ড বেলি নাম লয়। ১৮৭৩ চনত ৰয়েল চ'চাইটিৰ সভ্য হয়। বেলি বিচ্ছুৰণ উদ্ভাৱক। আৰ্গন নামৰ নিষ্ক্ৰিয় এওঁৰ গেছটোৰ আৱিষ্কাৰৰ বাবে ১৯০৪ চনত নোবেল বঁটা লাভ কৰে। ১৯১৯ চনত মৃত্যু হয়।

৪১২। **লৰ্ড চ্যাফটচ বেৰী** :—এওঁৰ আচল নাম এন্থনী এছলে কুপাৰ। বিশ্ববিখ্যাত এই আজীৱন সমাজকৰ্মী গৰাকীৰ জন্ম হৈছিল ১৮০১ চনৰ ২৮ এপ্ৰিল তাৰিখে (ইংলেণ্ডত)। দুখীয়া মানুহৰ দুৰ্দশা অৱস্থা উপলব্ধি কৰি এওঁ সৰুতে নিজৰ জীৱন গৰীব জনসাধাৰণৰ বাবে উৎসৰ্গা কৰিম বুলি যি প্ৰতিজ্ঞা কৰিছিল সেই প্ৰতিজ্ঞা আখৰে আখৰে পালন কৰি এওঁ বিশ্বত অমৰ হৈ পৰিল। এওঁ অক্সফোৰ্ডত শিক্ষা শেষ কৰি বৃটিছ পাৰ্লিয়ামেণ্টৰ সদস্য হয়। এওঁ দ্বিতীয়বাৰ পাৰ্লিয়ামেণ্টৰ সদস্য নিৰ্বাচিত হোৱাৰ পাচত মানসিক ৰোগী চিকিৎসাগাৰ আশ্ৰম

আমুক পদত নিযুক্তি পায়। এই সময়তে এওঁ মানসিক চিকিৎসালয়ৰ উন্নতিৰ কাৰণে এখন বিল পাচ কৰোৱায়। ১৮৪৮ চনত জনস্বাস্থ্য সম্পৰ্কীয় আইন এওঁৰ চেষ্টাত পাচ হয়। মুখত সোণৰ চামোচ লৈ জন্মগ্ৰহণ কৰা এই গৰাকী মহান ব্যক্তিয়ে গোটেই জীৱন নিষ্পেষিত দৰিদ্ৰ জনতাৰ কাৰণে নিঃস্বাৰ্থভাৱে আত্ম-বলিদান দি ১৮৮৫ চনৰ ১ অক্টোবৰ তাৰিখে মৃত্যুবৰণ কৰে।

৪১৩। **লৰ্ড বেডেন পাৱেল** :—১৮৫৭ চনৰ ২২ ফেব্ৰুৱাৰী তাৰিখে লণ্ডনৰ ষ্টেনহ'প ষ্ট্ৰিটত বেডেন পাৱেলৰ জন্ম হৈছিল। এওঁ স্কাউট শিক্ষা পদ্ধতিৰ প্ৰবৰ্তক। এওঁৰ সম্পূৰ্ণ নাম ৰবাৰ্ট ষ্টিফেনচন স্মিথ পাৱেল। ১৮৯৮ চনৰ দক্ষিণ আফ্ৰিকাৰ যুদ্ধত এওঁ কিছুমান যুদ্ধৰ নতুন কৌশল কৰি যুদ্ধত জয়লাভ কৰাৰ উপৰিও এই কৌশলে এওঁক বিশ্বত খ্যাতিলাভ কৰিবলৈ সক্ষম কৰে। ১৯২১ চনত এওঁৰ কামৰ অৱদানৰ বাবে লৰ্ড উপাধি পায়। স্কাউট সম্পৰ্কীয় ২খন পুথি এওঁ ৰচনা কৰিছিল। এখন হ'ল 'এইডচ টু স্কাউটিং' আৰু আনখন হ'ল 'স্কাউটিং ফৰ বয়জ'। ১৯৪১ চনৰ ৮ জানুৱাৰী তাৰিখে মৃত্যু হয়।

৪১৪। **মহাবীৰ লাচিত বৰফুকন** :—বিখ্যাত শৰাইঘাটৰ ৰণৰ আহোমৰ প্ৰধান সেনাপতি আৰু শৰাইঘাটৰ যুদ্ধত বিজয়ী মহাবীৰ লাচিতৰ জন্ম হৈছিল ১৬১২ চনত। মোগলৰ সেনাপতি ৰজা ৰামসিংহই অসম আক্ৰমণ কৰাৰ গম পাই মোগলক বাধা দিবৰ বাবে একে ৰাতিৰ ভিতৰতে এটা গড় নিৰ্মাণৰ ভাৰ মোমায়েকৰ ওপৰত অৰ্পণ কৰে। মোমায়েকে কামত অৱহেলা কৰাৰ বাবেই "দেশতকৈ মোমাই ডাঙৰ নহয়" বুলি এওঁ কাটি দুচোৱা কৰে। এই গড়টোক "মোমাইকটা গড়" বুলি আজিও জনাজাত। ভাৰত বিজয়ী পৰাক্ৰমী মোগলে অসম আক্ৰমণ কৰিবলৈ সাহস কৰা নাছিল। মহান বীৰ আৰু অকৃত্ৰিম দেশপ্ৰেমিক মহাবীৰ লাচিত বৰফুকন বিখ্যাত শৰাইঘাটৰ যুদ্ধত জয়লাভ কৰাৰ কেইদিন মানৰ পাচতে ১৬৭১ চনত শেষ নিশ্বাস এৰে।

৪১৫। **লাড্‌ৱীগফন হেল্মহল্টচ** :—১৮২১ চনত জাৰ্মানীৰ বাৰ্লিন চহৰৰ ওচৰৰ পটডাম নামে এখন চহৰত জন্ম হৈছিল। "অপ্‌থাল্মোস্কপ" যন্ত্ৰটোৰ আৱিষ্কাৰক। ১৮৭১ চনত বাৰ্লিন বিশ্ববিদ্যালয়ত পদাৰ্থ বিজ্ঞানৰ অধ্যাপক আৰু লগতে পলিটেকনিক ইনষ্টিটিউটৰ অধিকৰ্তা হয়। শৰীৰ তাত্বিক, পোহৰ বিজ্ঞান, শব্দ বিজ্ঞান, বতৰ বিজ্ঞান, আদিৰ বিষয়ত গৱেষণা কৰিছিল। ১৮৯৪ চনত মৃত্যু হয়।

৪১৬। **লালবাহাদুৰ শাস্ত্ৰী** :—১৯০৪ চনত বাৰাণসীৰ পৰা ৭ মাইল আঁতৰত মোগলচৰাই ৰেলৱে ক'লনিত স্বাধীনোত্তৰ ভাৰতৰ সৰ্বাতোকৈ জনপ্ৰিয় জননেতা লালবাহাদুৰ শাস্ত্ৰীৰ জন্ম হৈছিল। এওঁৰ সততা, নিষ্ঠা আৰু নৈতিক চৰিত্ৰৰ বাবে ভাৰতৰ জনগণৰ মনত সদায় আদৰ্শনীয় আৰু স্মৰণীয় হৈ থাকিব। ১৯২৭ চনত হোৱা বিয়াত যৌতুক হিচাবে এওঁ এটা যঁতৰ আৰু এমুঠি পকোৱা সূতাৰ বাহিৰে একো লোৱা নাছিল। ১৯৫১-৫৬ চনলৈ ভাৰতৰ ৰেল আৰু পৰিবহন মন্ত্ৰী হৈ থকা সময়তে আলিয়ালোৰত হোৱা ৰেল দুৰ্ঘটনা এটাৰ বাবে তেওঁ সাংবিধানিক দায়িত্ব স্বীকাৰ কৰি স্বেচ্ছাই মন্ত্ৰীপদ ত্যাগ কৰে। ১৯৬৪ চনত জৱহৰলাল নেহৰুৰ মৃত্যুৰ পিচত এওঁ ভাৰতৰ প্ৰধান মন্ত্ৰী হয়। দেশত সমাজবাদ প্ৰতিষ্ঠা কৰাৰ এওঁৰ প্ৰধান লক্ষ্য আছিল। ১৯৬৬ চনৰ জানুৱাৰী মাহত তাছখণ্ডত অনুষ্ঠিত হোৱা এক আলোচনাৰ শেষত ৬২ বছৰ বয়সত ভাৰতবৰ্ষৰ সুসন্তান নৈতিকতাৰ প্ৰতিমূৰ্তি, দেশৰ জনগণৰ প্ৰাণ স্বৰূপ লালবাহাদুৰ শাস্ত্ৰীৰ দেহৰ অৱসান ঘটে।

৪১৭। **লালা লাজপট ৰায়** :—ভাৰতৰ স্বাধীনতাৰ অন্যতম বিখ্যাত সংগ্ৰামী নেতা লালা লাজপট ৰায়ৰ জন্ম হৈছিল ১৮৬৫ চনত পঞ্জাবত। এওঁ গোটেই জীৱন সমাজ কল্যাণৰ কামতেই উছৰ্গা কৰিছিল। দয়ানন্দ এংলো-ভেদিক কলেজ এওঁৰেই পঞ্জাবত প্ৰতিষ্ঠা কৰিছিল। এওঁ সৰুৰ পৰাই স্বাধীনতা আন্দোলনত সহযোগ কৰিছিল। প্ৰয়াগত ১৮৮৮ চনত হোৱা কংগ্ৰেছ অধিবেশনত এওঁ ২৩ বছৰ বয়সতে যোগদান কৰিছিল। ৰাজনৈতিক কাৰণত এওঁ ১৯০৭ চনত ৬ মাহ পলাই আছিল। এওঁ ভাৰতৰ স্বাধীনতা আন্দোলনৰ সমৰ্থনৰ বাবে আমেৰিকা আদি দেশ ভ্ৰমণ কৰিছিল। ১৯২০ চনত অসহযোগ আন্দোলনত যোগদান কৰি জেইল খাটিছিল। ১৯২৮ চনত মৃত্যু হয়।

৪১৮। **লিজে মাইটনাৰ** :—১৮৭৮ চনত ভিয়েনাৰ এটা ইহুদি পৰিয়ালত মাইটনাৰৰ জন্ম হৈছিল। ১৯১৭ চনত "প্ৰটেক্টিনিয়াম" নামৰ মৌলটো এওঁ আৱিষ্কাৰ কৰে। এওঁ বিশ্বজোৰা খ্যাতি লাভ কৰিছিল 'বিভঙ্গন' আৱিষ্কাৰৰ বাবে। এই বিভঙ্গনৰ ফলতেই পৰমাণু বোমাৰ ৰিয়েক্টৰৰ প্ৰস্তুত সম্ভৱ হয়। ১৯৬৮ চনৰ ২৮ অক্টোবৰ তাৰিখে ৮০ বছৰ বয়সত মৃত্যু হয়।

৪১৯। **লিও টলষ্টয়** :—মস্কোৰ পৰা ১৩০ মাইল দূৰৰত অৱস্থিত ইয়াচানায়া পলিয়ানাত ইং ১৮২৮ চনৰ ৯ চেপ্তেম্বৰ তাৰিখে মহৰ্ষি লিও টলষ্টয়ৰ

জন্ম হয়। এওঁৰ সকলো অৱস্থাতে মাক বাপেক দুয়োৰে আদৰৰ তত্বাৱধানত জাওৰ জীৱন হৈছিল। ইহলীলা ত্যাগ কৰে ১৯১০ চনৰ ৭ নবেম্বৰ তাৰিখে ৮২ বছৰ বয়সত। ৰুচ দেশৰ সাহিত্য জগতত এওঁ মুকুটবিহীন সম্ৰাট। এওঁ এজন সৈনিক আছিল। যুদ্ধৰ অভিজ্ঞতাৰে বিশ্ববিশ্ৰুত উপন্যাস "ওৱাৰ এণ্ড পিচ" (যুদ্ধ আৰু শান্তি) ৰচনা কৰে। ১৯ শতিকাৰলৈকে প্ৰকাশ হোৱা বিশ্বৰ অন্যতম শ্ৰেষ্ঠ উপন্যাস "আনাকাৰেনিনা" এওঁৰে অৱদান। তেওঁ অজস্ৰ সম্পত্তি দৰিদ্ৰ কৃষকক বিলাই দি নিজেও দৰিদ্ৰ হৈ জীৱন কটাই সুখী হৈছিল।

৪২০। **লিচ্ ৱালেচা** :—১৯৪৩ চনত জন্মগ্ৰহণ কৰা পোলেণ্ডৰ এজন বিখ্যাত লোক। ১৯৮০ চনত সমগ্ৰ পোলেণ্ডত এওঁৰ নেতৃত্বত উদ্যোগ সম্পৰ্কীয় আন্দোলন গঢ়ি তুলিছিল। ১৯৮১-৮২ চনৰ এবছৰ কাল এই আন্দোলনৰ বাবে জেলত থাকিবলগীয়া হয়। মানৱ অধিকাৰৰ বাবে মহৎ কাম কৰাৰ বাবে ১৯৮৩ চনত এওঁক নোবেল পুৰস্কাৰ শান্তিৰ বাবে আগবঢ়াইছিল যদিও পলিচ চৰকাৰে তেওঁক এই বঁটা ল'বৰ বাবে ওচলোলৈ যাবৰ বাবে অনুমতি নিদিয়াত লিচ্ ৱালেচাৰ গৃহিণীয়ে এই নোবেল বঁটা গ্ৰহণ কৰে। উল্লেখযোগ্য যে এই বঁটাত লাভ কৰা সমুদায় টকা ৰোমান কেথলিক চাৰ্চ অব পোলেণ্ডক দান কৰে কৃষিৰ কামত খৰছ কৰিবৰ বাবে।

৪২১। **লিউইচ্ কেৰ'ল** :—পৃথিৱী বিখ্যাত এই শিশু-সাহিত্যিক গৰাকী ১৮৩২ চনত ইংলেণ্ডত জন্মগ্ৰহণ কৰিছিল। খৃষ্ট চাৰ্চ কলেজত এওঁ অঙ্ক বিষয়ত প্ৰবক্তা আছিল। ১৮৬৫ চনত প্ৰকাশিত এওঁৰ Alice in Wonderland বিশ্বৰ এখন শ্ৰেষ্ঠ শিশু-সাহিত্য গ্ৰন্থ। এওঁৰ প্ৰকৃত নাম চাৰ্লচ লুটৱাইজদ ডজ্‌চন্। এওঁ শিশুৰ বাবে কেইবাখনো মূল্যবান গ্ৰন্থ লিখি থৈ গৈছে। যিকেইখনে বিশ্বত অতি জনপ্ৰিয়তা অৰ্জন কৰিছিল। ১৮৯৮ চনত এই মহান বিশ্ব শিশু-সাহিত্যিক গৰাকীৰ মৃত্যু হয়।

৪২২। **লিঅ'নাৰ্দ দা ভিঞ্চি** :—ইটালীৰ অঞ্চিয়ান নামৰ গাঁৱত ১৪৫২ চনত জন্ম হয়। বহুলোকে এই গৰাকী বিজ্ঞানীক পঞ্চদশ শতিকাৰ শ্ৰেষ্ঠতম বিজ্ঞানী বুলি কয়। এওঁৰ সম্পূৰ্ণ নাম লিঅ'নাৰ্দ দি চাৰ পিয়েৰ দা ভিঞ্চি। বৰ্তমান যুগত এওঁ চিত্ৰকৰ হিচাবে জনাজাত। এওঁৰ কালজয়ী চিত্ৰসমূহ হ'ল ১। শেষ ভোজন, ২। মনালিচা, ৩। পতন, ৪। শৈলকন্যা। বায়ুৰ গতিৰ বিজ্ঞানৰ বিষয়ে গভীৰভাৱে চিন্তা কৰা এই গৰাকীয়েই প্ৰথম ব্যক্তি।

এওঁৰ উল্লেখযোগ্য কিতাপ হ'ল ১। লাইবাৰ এবোচি, ২। লাইবাৰ কোৱাড্রে-ট্রাছ, ৩। ছি ফিগাৰা উমেনা। এওঁ সকল বিজ্ঞানীয়েই নাছিল লিওনার্ড আছিল এজন শিল্পী, কলাকাৰ, সঙ্গীতজ্ঞ, চিত্রকৰ, ভাস্কৰ, বক্তা, ব্যায়ামবীৰ, কাৰিকৰ, নৌবিদ্, বিমানবিদ্, প্রযুক্তিবিদ্, গণিতজ্ঞ, পদাৰ্থবিদ, জ্যোতির্বিদ্, উদ্ভিদবিদ্, শৰীৰবিদ আৰু দাৰ্শনিক। এই গৰাকী মহান ব্যক্তিৰ ১৫১৫ চনৰ মে মাহত ৬৭ বছৰ বয়সত মৃত্যু হয়।

৪২৩। **লুই পাস্তৰ**:—এই চিকিৎসা বিজ্ঞানীজনৰ ১৮২২ চনত ফ্রান্সৰ পূৰ্বাঞ্চলৰ ডোলে নামৰ গাওঁত জন্ম হয়। এওঁ সকলৰ পৰাই মেধাশক্তি সম্পন্ন ছাত্র আছিল। বতাহত অসংখ্য জীবাণু থকাৰ কথা আবিষ্কাৰ কৰে। মানুহৰ দেহত বেমাৰৰ উৎপত্তিৰ কাৰণ উদ্‌ঘাটনত এওঁ সক্ষম হয়। এওঁৰ শেষৰ আবিষ্কাৰ হ'ল "হাইড্রোফোবিয়া" অৰ্থাৎ বলিয়া কুকুৰে কামুৰিলে হোৱা জলাতঙ্ক ৰোগৰ কাৰণ আৰু তাৰ চিকিৎসা এই গৰাকী বিজ্ঞানীয়ে আবিষ্কাৰ কৰে। জলাতঙ্ক ৰোগৰ প্রতিষেধক বেক্সিৰ এওঁৱেই আবিষ্কাৰক। বেক্টেৰীয়া যে এবিধ জীৱ এই কথা লুই পাস্তৰে প্ৰথমে ১৮৬০ চনত প্ৰমাণ কৰি দেখুৱাইছিল। বেক্টেৰীয়া নামৰ ক্ষুদ্র প্রাণীয়েই জৈৱিক পদাৰ্থ গেলায় পচাই পেলায় বুলি এওঁ আবিষ্কাৰ কৰে।

৪২৪। **লুই জি. গেলভান**:—গেলভানৰ জন্ম ১৭৩৭ চনত উত্তৰ ইটালীৰ ব'লনা নামে ঠাইত। ব'লনা বিশ্ববিদ্যালয়ত ধাইশাস্ত্ৰৰ অধ্যাপক নিযুক্ত হয়। গেলভানীয়ে প্রথমে প্রমাণ কৰিছিল যে বেলেগ বেলেগ ধাতুৰ বাবে পেশীৰ সংকোচনৰ পৰিমাণো বেলেগ বেলেগ। ইয়াক "গেলভানিজম" নামে জনাজাত হৈ পৰিছিল। "পেশীৰ গতিৰ ওপৰত বিদ্যুতৰ প্ৰভাৱ" নামৰ এটা গৱেষণামূলক প্ৰবন্ধত গৱেষণাৰ ফলাফল প্ৰকাশ কৰিছিল। এওঁৰ সন্মানাৰ্থে বিদ্যুৎ ধৰা পেলাব পৰা এটা যন্ত্ৰৰ নাম গেলভান'মিটাৰ।

৪২৫। **লুই দি ব্ৰগলি**:—১৮৯২ চনত ফ্রান্সৰ ডিয়েপা নামৰ এটা অঞ্চলত জন্ম হৈছিল। ১৯২৪ চনত তাত্ত্বিক পদাৰ্থ বিজ্ঞানত এখন গৱেষণাৰ গ্ৰন্থৰ বাবে ডক্টৰেট উপাধি লাভ কৰে। ইয়াত তেওঁ দেখুৱাইছিল যে বিকিৰণৰ দৰে পদাৰ্থৰো তৰঙ্গ প্ৰকৃতি আছে। কোৱাণ্টাম বল বিজ্ঞানৰ সূচনা এই গ্ৰন্থৰ সহায়ক আছিল। ব্ৰগ্‌লিয়ে এই কামৰ বাবে ১৯২৯ চনত নোবেল বঁটা লাভ কৰে। ১৯৬০ চনত মৃত্যু হয়।

৪২৬। লু'শ্বান :—চীন দেশৰ বিখ্যাত লেখক লু শ্বানৰ ১৮৮১ চনৰ ২৫ চেপ্তেম্বৰ তাৰিখে শাও শিং নামৰ ঠাইত জন্ম হয়। এওঁ প্ৰকৃত জনগণৰ কাৰণে লিখা এজন প্ৰগতিশীল সাহিত্যিক। এওঁৰ উল্লেখযোগ্য গ্ৰন্থসমূহ হ'ল—১। ডায়েৰী অব্ মেড্ মেন, ২। বাৰ্ম এয়াৰ, ৩। মেডিচাইন, ৪। মাই অল্ড হাউচ্, ৫। ৰবশিপ্ অব দা নিউ ইয়েৰ। ১৯০২ চনত এওঁ জাপানত চিকিৎসা বিষয়ত অধ্যয়ন কৰিছিল। ১৯৩৬ চনৰ ১৯ অক্টোবৰ তাৰিখে চীনা বিখ্যাত সাহিত্যিকৰ ৫৫ বছৰ বয়সত দেহৰ অৱসান ঘটে।

৪২৭। লুইচা এম. এলকট :—বিশ্ববিখ্যাত এই আমেৰিকান লেখিকা গৰাকী ১৮৩২ চনত জন্মগ্ৰহণ কৰিছিল। এওঁ সৰু অৱস্থাতে বৰ কষ্টত দিন কটাবলগীয়া হৈছিল। আচৰিত যে মাত্ৰ ৭ বছৰ বয়সতে এওঁ এখন শিশু আলোচনীৰ সম্পাদনা কৰিছিল। এওঁৰ অভাৱগ্ৰস্ত পৰিয়ালক আৰ্থিক ভাৱে সহায় কৰিবৰ বাবে সাময়িক চিকিৎসালয়ত নাৰ্চৰ কাম কৰিছিল। এওঁৰ বিখ্যাত গ্ৰন্থসমূহ হ'ল—১। দি হস্পিতেল স্কেট্‌ছেজ, ২। দি অ'ল্ড ফেশ্বনড্ গাৰ্ল। ১৮৮৮ চনত মাত্ৰ ৫৬ বছৰ বয়সতে এই শিশু সাহিত্যিক গৰাকীৰ মৃত্যু হয়।

৪২৮। লুইজি পিৰাণ্ডেলো :—বিশ্বজোৰা খ্যাতিসম্পন্ন এই নাট্যকাৰ গৰাকীৰ জন্ম হৈছিল ১৮৬৭ চনত ৰোম নগৰত। নাটক কৰিবলৈ ল'লে বা ৰচনা কৰিলেই এওঁৰ স্ত্ৰীয়ে বাধা দিবলৈ চেষ্টা কৰিছিল যদিও এওঁ বাস্তৱধৰ্মী নাটক লিখি গোটেই বিশ্বতে খ্যাতি লাভ কৰিব পাৰিছিল। "এজন লেখকৰ সন্ধানত ছটা চৰিত্ৰ" নামৰ এওঁৰ প্ৰথম নাটকখনি ১৯২১ চনত ৰোম নগৰত নাট্যাভিনয় প্ৰদৰ্শন হয়। আৰু দৰ্শকৰ পৰা বিপুল সমাদৰ লাভ কৰে। ১৯২৭ চনত মিলানত এই নাটকে পুনৰ এক আলোড়নৰ সৃষ্টি কৰে আৰু পৃথিবীৰ ২৫টা ভাষাত এই নাটক অনুবাদ কৰি সমগ্ৰ বিশ্বতে ইয়াৰ নাট্যাভিনয় প্ৰদৰ্শন কৰা হয়। নাটকৰ উপৰিও এওঁ এশতকৈ অধিক চুটি গল্প, উপন্যাস আৰু গদ্য ৰচনা কৰিছিল, যিবিলাকে এওঁৰ নাম বিশ্ব সাহিত্যত জিলিকাই ৰাখিছিল। ১৯৩৬ চনত এই বিখ্যাত নাট্যকাৰ গৰাকীৰ মৃত্যু হয়।

৪২৯। লুই ব্লাল্টাৰ এল্‌ভাৰেজ :—১৯১১ চনত আমেৰিকাত জন্মগ্ৰহণ কৰা এই পদাৰ্থবিদ্ গৰাকীয়ে মৌলিক কণা বিষয়ৰ গৱেষণাৰ বাবে ১৯৬৮ চনত নোবেল বঁটা লাভ কৰে। ৰাডাৰৰ অগ্ৰগতিত এওঁৰ যথেষ্ট অৱদান আছে।

৪৩০। **লেনিন** :—১৮০০ চনৰ ৰুচিয়াৰ চিমবাস্ক নামৰ নগৰত জন্মগ্ৰহণ কৰিছিল। জন বিডে এই মহান অমৰ নেতাজনৰ বিষয়ে কৈছিল—উৰাউল জনতাৰ উপাস্য মূৰ্তি হ'বৰ নিচিনাকৈ তেওঁৰ চেহেৰাত কোনো চমক নাছিল। ইতিহাসত সম্ভৱতঃ খুব কম নেতাইহে ইমান শ্ৰদ্ধা আৰু ভাল পোৱাৰ অধিকাৰী হ'ব পৰিছে। এজন আচৰিত জনপ্ৰিয় নেতা কেৱল বিচাৰ-বুদ্ধিৰ দ্বাৰা এজন নেতা, আড়ম্বৰহীন, ৰসবোধহীন, অনমনীয় আৰু নিৰ্লিপ্ত দৰ্শনীয় বিশেষ চাৰিত্ৰিক বৈশিষ্ট্য বৰ্জিত। কিন্তু সহজ কথাত গভীৰ মতাদৰ্শৰ ব্যাখ্যা কৰাৰ অদ্ভুত ক্ষমতা আছিল। বিচক্ষণতাৰ লগত মিলিছিল অসীম বুদ্ধিদীপ্ত সাহস। এওঁ দৰিদ্ৰ কৃষক, বনুৱাৰ পৰম বন্ধু আছিল। "চোভিয়েট অৱ পিপুল্চ কমিছাৰছ" চৰকাৰ কৃষক বনুৱাক লৈ এওঁ প্ৰতিজ্ঞা কৰি এই চৰকাৰৰ সভাপতি হিচাবে নিজেই নেতৃত্ব বহন কৰিছিল। দেশৰ কাৰণে অবিৰাম অশেষ কষ্ট কৰাৰ ফলত পিচলৈ এওঁৰ স্বাস্থ্য ভাগি পৰিছিল, টোপনি নহা হৈছিল আৰু বাকশক্তি হেৰুৱাইছিল। এওঁৰ থকা ঘৰ আৰু সাজপাৰ তেনেই সাধাৰণ আছিল। জনসাধাৰণে দুৰ্দশাৰ দিনত যেনেদৰে কম আহাৰ কৰিছিল এওঁ এনে সময়ত কম আহাৰ কৰি দিন কটাইছিল। ১৯২৪ চনৰ ২১ জানুৱাৰী তাৰিখে এই কমিউনিষ্ট নেতা গৰাকীয়ে বিশ্বৰ পৰা চিৰবিদায় লয়।

৪৩১। **ৱৰ্ডচ্ৱৰ্থ** :—উইলিয়াম ৱৰ্ডচ্ৱৰ্থৰ ১৭৭০ চনত ইংলেণ্ডৰ ক্যাম্বাৰলেণ্ডৰ ককাৰমাউথত জন্মগ্ৰহণ কৰিছিল। ইংৰাজৰ বিখ্যাত কবি এওঁ প্ৰকৃতিৰ কবি বুলি জনাজাত। এওঁ কবিতাৰ সংজ্ঞা দিছিল এনেদৰে—কবিতা হ'ল শক্তিশালী ভাবৰ আধিক্যত প্ৰকাশ পোৱা অনুভূতি। এওঁৰ বিখ্যাত কবিতা কেইটা হ'ল— Yarrow Visited, Unvisited, Lucy Gray, The Prelude, Old to duty আদি। ১৮৫০ চনৰ ২৩ এপ্ৰিলত মৃত্যু হয়। ১৮৩৯ চনত অক্সফোৰ্ড বিশ্ববিদ্যালয়ে D.C.L. উপাধিৰে বিভূষিত কৰে।

৪৩২। **ৱলফ্ গেং পাওলি** :—১৯০০ চনত ভিয়েনা চহৰত জন্ম হৈছিল। আপেক্ষিকতাবাদৰ ওপৰত এখন উচ্চখাপৰ গ্ৰন্থ লিখিছিল। ১৯২১ চনত ডক্টৰেট ডিগ্ৰী লাভ কৰে। এওঁ এজন তাত্বিক বিজ্ঞানী আছিল। কোৱাণ্টাম্ পদাৰ্থ বিজ্ঞানত 'পাওলিৰ সূত্ৰ' বিখ্যাত। নিউট্ৰিন্ নামৰ কণিকাটোৰ অস্তিত্ব এওঁৰেই প্ৰথমে চিন্তা কৰি ব্যাখ্যা দিছিল। ১৯৪৫ চনত নোবেল বঁটা লাভ কৰে। এওঁৰ ১৯৭৪ চনত মৃত্যু হয়।

৪৩৩। **ৱাৰ্ণাৰ কাৰ্ল হাইজেনবাৰ্গ** :—১৯০১ চনৰ ৫ ডিচেম্বৰ তাৰিখে জাৰ্মানীৰ ভুইচবাৰ্গ নামে চহৰত জন্ম হৈছিল। সৰু অৱস্থাতে অকত তীক্ষ্ণ চোকা আছিল। ১৯২৩ চনত মাত্ৰ ২২ বছৰ বয়সতে তাত্বিক পদাৰ্থ বিজ্ঞানত ডক্টৰেট উপাধি লাভ কৰে। অনিশ্চয়তা সূত্ৰৰ আৱিষ্কাৰক। কোৱাণ্টাম্ তত্ত্বলৈ এওঁৰ বিশেষ অনুদানৰ বাবে ১৯৩২ চনত নোবেল বঁটা এওঁলৈ আগবঢ়ায়। এওঁৰ উল্লেখযোগ্য গৱেষণামূলক পুথি হ'ল—১। কোৱাণ্টাম তত্ত্বৰ ভৌতিক সাৰ কথা, ২। পদাৰ্থ বিজ্ঞান আৰু দৰ্শন, ৩। পৰমাণু বিজ্ঞানৰ দাৰ্শনিক সমস্যা, ৪। প্ৰকৃতিৰ বিষয়ে পদাৰ্থ বিজ্ঞানী সকলৰ ধাৰণা। ১৯৭৬ চনৰ ১ জানুৱাৰীৰ দিনা মৃত্যু হয়।

৪৩৪। **ৱাৰ্ণাচ্ ফন্ ব্ৰাউন** :—১৯১২ চনত সম্ভ্ৰান্ত জাৰ্মান পৰিয়ালত এই গৰাকী বিজ্ঞানীৰ জন্ম হৈছিল। সৰু অৱস্থাতে প্ৰায় ৪ বছৰ বয়সৰ পৰাই এওঁ বিজ্ঞানৰ সা-সঁজুলি বা যন্ত্ৰপাতি ৰাখি সেইবিলাক ভাঙি পাতি আমোদ পাইছিল। সৰুৰ পৰাই অতি মেধাৱী ছাত্ৰ আছিল। অতি কম বয়সতে ইঞ্জিনিয়াৰিং পঢ়িছিল।

৪৩৫। **ৱাল্ট ডিচনী** :—বিশ্ববিখ্যাত কৌতুক শিল্পী। ১৯০১ চনত আমেৰিকা যুক্তৰাষ্ট্ৰত জন্মগ্ৰহণ কৰা ৱাল্ট ডিচনীৰ আচল নাম ৱালটাৰ ইলিয়াচ। "ডিচনী লেণ্ড" কৌতুক শিল্পী। সৃষ্টিকামী আৰু কৌতুক শিল্পী হিচাবে এওঁ জগত বিখ্যাত। এওঁৰ কৌতুক চৰিত্ৰ সৃষ্টি "মিকি মাউচ্" ( Mickey Mouse ) "ডনাল্ড ডাক" ( Donald Duck ) আৰু "গুফি" (Goofy) গোটেই বিশ্বব্যাপি অতি প্ৰিয় আৰু জগত বিখ্যাত। এওঁ এজন জনপ্ৰিয় লেখক আৰু কথাছবি প্ৰযোজক। এওঁ অতিলেখ সৃষ্টি কৰা কথাছবি বিশেষকৈ কাৰ্টুন ফিল্ম প্ৰযোজক হিচাবে খ্যাত। "ষ্টিম ব'ট" এনে এখন কাৰ্টুন কথাছবি। ১৯৬৬ চনত এই বিশ্বখ্যাতি অৰ্জন কৰা কৌতুক শিল্পী গৰাকীয়ে শেষ নিশ্বাস পেলায়।

৪৩৬। **ৱিল ডুৰাণ্ট** :—আমেৰিকাৰ এই প্ৰখ্যাত দাৰ্শনিক আৰু ইতিহাসবিদ্ গৰাকীৰ জন্ম হৈছিল মেচচুচেটছত ১৮৮৫ চনত। এওঁৰ বিশ্বজোৰা খ্যাতি অৰ্জন কৰা গ্ৰন্থ কেইখন হ'ল ১। দি লেচন অব হিষ্টৰী এডভান্সাৰ ইন্‌জিনিয়াচ, ২। দি প্লেজাৰ্চ অব ফিলচফি, ৩। দি ষ্টৰী অব ফিলচফি, ৪। ফিলচফি এণ্ড দি চ'চিয়েল প্ৰব্লেম, ৫। ৰুচো এণ্ড ৰিভলিউচন, ৬। ট্ৰেনজিচন। ৰুচো এণ্ড ৰিভলিউচন গ্ৰন্থখনৰ বাবে পুলিৎজাৰ পুৰস্কাৰ লাভ কৰে। এই বিখ্যাত দাৰ্শনিক গৰাকীয়ে ১৯৮১ চনত শেষ নিঃশ্বাস ত্যাগ কৰে।

৪৩৭। **ৱীলহেল্ম কন্‌ৰাড ৰ'ৱেণ্টজেন** :—১৮৪৫ চনৰ ২৭ মাৰ্চৰ দিনা জাৰ্মানীৰ লেনেপ নামৰ এখন চহৰত জন্ম হয়। এওঁ আৱিষ্কাৰ কৰা আটাইতকৈ চমকপ্ৰদ অৱদান হ'ল এক্সৰে বা ৰ'ৱেণ্টজেন ৰশ্মি অথবা ৰণ্টজেন ৰশ্মি। এই ৰণ্টজেন ৰশ্মি আৱিষ্কাৰৰ কথা বাৰ্লিন ফিজিকেল চ'চাইটিৰ আগত ১৮৯৬ চনৰ ৪ জানুৱাৰী তাৰিখে প্ৰকাশ কৰে। এই আৱিষ্কাৰৰ বাবে ১৮৯৬ চনত বৃটেনৰ ৰয়েল চ'চাইটিয়ে এওঁক "কম ফৰ্ড" মেডেল প্ৰদান কৰে। ১৯০১ চনত পদাৰ্থ বিজ্ঞানত এওঁৱেই প্ৰথম নোবেল বঁটা লাভ কৰে। ১৯০০ চনত মিউনিখ বিশ্ববিদ্যালয়ত এজন সন্মানীয় অধ্যাপক হিচাবে যোগদান কৰি ১৯২০ চনত অৱসৰ গ্ৰহণ কৰে। এইজন জগত বিখ্যাত বিজ্ঞানী এজন শিক্ষকক উপলুঙা কৰাৰ বাবে স্কুলৰ পৰা নাম কাটি দিয়াত ঘৰতে অধ্যয়ন কৰি পৰীক্ষা দিব লগা হৈছিল। ১৯২৩ চনৰ ১০ ফেব্ৰুৱাৰীৰ দিনা কৰ্কট ৰোগত মৃত্যু হয়।

৪৩৮। **ৱীলে ব্ৰৰ্ড স্নেল** :—১৫৫১ চনত হলেণ্ডৰ লেইডেন চহৰত জন্ম হৈছিল। পোহৰৰ প্ৰতিসৰণৰ এটি বিখ্যাত সূত্ৰ আৱিষ্কাৰ কৰিছিল। ১৬২৬ চনত মৃত্যু হয়।

৪৩৯। **ৱীল হেলম্ ৱীন** :—১৮৬৪ চনত জাৰ্মান দেশত জন্মগ্ৰহণ কৰা এই পদাৰ্থবিদ্‌জনে তাপ বিজ্ঞানৰ এটি বিখ্যাত সূত্ৰ আৱিষ্কাৰ কৰিছিল। ১৯১১ চনত নোবেল বঁটা লাভ কৰে তাপ বিজ্ঞান গৱেষণাৰ বাবে। ১৯২৪ চনত মৃত্যু হয়।

৪৪০। **শকুন্তলা** :—এওঁ বিশ্বামিত্ৰ মুনিৰ ঔৰসত আৰু মেনকাৰ গৰ্ভত জন্মগ্ৰহণ কৰে। জন্মৰ পাচতে মাকে এৰি যোৱাত কণ্বমুনিয়ে পায়, আশ্ৰমলৈ আনে আৰু তুলি তালি ডাঙৰ দীঘল কৰে। ৰজা দুষ্মন্ত চিকাৰলৈ আহি এওঁৰ ৰূপত মুগ্ধ হৈ শকুন্তলাক বিয়া কৰায়। বিখ্যাত নাট্যকাৰ কালিদাসে এই কাহিনীক লৈ শকুন্তলা নাটক ৰচনা কৰে। যাৰ বাবে এওঁৰ নাম বিশ্বত জনাজাত হৈ অমৰ হ'ল।

৪৪১। **শ্ৰীমন্ত শঙ্কৰদেৱ** :—অসমৰ নগাঁৱৰ আলিপুখুৰী নামেৰে ঠাইত ১৪৪৯ চনত (১৩৭১ শকত) অসমীয়া জাতিৰ জনক—সাহিত্যিক, বিদগ্ধ পণ্ডিত, সমাজ সংস্কাৰক, এক শৰণ নাম ধৰ্মৰ প্ৰবৰ্তক, গীতিকাৰ, দাৰ্শনিক, কলাকাৰ, চিত্ৰকৰ, শৰীৰবিদ্, বিশিষ্ট বিপ্লৱী, স্থাপত্যবিদ্ আদি গুণেৰে বিভূষিত সৰ্বগুণাকৰ জগত গুৰু শ্ৰীমন্ত শঙ্কৰদেৱৰ আবিৰ্ভাৱ হৈছিল। শঙ্কৰদেৱক ১০টা নামেৰে

মতা হৈছিল—শঙ্কৰদেৱ, গদাধৰ, মহাপুৰুষ, ভেকাগিৰি, অধিকাৰী, সত্ত, মহন্ত, আতা, গোমোস্তা আৰু জগন্নাথ। জন্মৰ তিনি দিনৰ পাচতে মাক সত্যসন্ধ্যা আৰু কিছু দিনৰ পিচতে দেউতাক কুসুম্বৰ ভূঁঞা ঢুকুৱাত বুঢ়ীমাক খেৰসুতীয়ে শঙ্কৰদেৱক তুলি তালি ডাঙৰ দীঘল কৰিছিল। এওঁ সৰুৰ পৰা অতি চোকা বুদ্ধিৰ, বলবান আৰু সাহসী আছিল। টোলত ১২ বছৰ বয়সত নাম লগাইয়েই ব্যঞ্জনবৰ্ণ নিশিকাকৈয়ে এটা গভীৰ অৰ্থপূৰ্ণ কবিতা লিখি এওঁৰ গুৰু মহেন্দ্ৰ কন্দলিক আচৰিত কৰি তুলিছিল। প্ৰায় ১০ বছৰকাল শিক্ষা গ্ৰহণ কৰাৰ পাচত সকলো বিদ্যাতে পাৰ্গত হৈ পৰে। এওঁ ছাত্ৰ অৱস্থাতে হৰিশ্চন্দ্ৰ উপাখ্যান কাব্যখন ৰচনা কৰে। ১৪৭০ চনত টোল এৰি ২১ বছৰ বয়সত ভূঁঞা ৰাজ্যৰ শাসনৰ ভাৰ লয়। ১৪৮১ চনত এওঁ জোঁৱায়েকক ঘৰৰ দায়িত্ব আৰু দুই দদা ককাকক ৰাজ্যৰ দায়িত্ব অৰ্পণ কৰি প্ৰায় ১২ বছৰ ভাৰতৰ উত্তৰ আৰু দক্ষিণ অঞ্চলৰ তীৰ্থসমূহ ভ্ৰমণ কৰে। ১৪৯৩ চনত প্ৰায় ৪৪ বছৰ বয়সত বিভিন্ন তীৰ্থস্থান ঘূৰি আহি অসমত তেতিয়া ধৰ্মৰ নামত চলা নানা ব্যভিচাৰ আদি দূৰ কৰি প্ৰকৃত ধৰ্ম প্ৰতিষ্ঠাৰে সমাজক ৰক্ষা কৰিবৰ বাবে এই সৰ্বগুণাকৰ মহাপুৰুষ গৰাকীয়ে সমাজত বৈষ্ণৱ ধৰ্ম প্ৰৱৰ্তন কৰি সমগ্ৰ জগতক যি মহামূল্যবান অৱদান দি গৈছে বিশ্বত তাৰ তুলনা পাবলৈ নাই। এই ধৰ্মত সাম্যবাদিতা, এই ধৰ্মৰ নৈতিকতা আৰু এই ধৰ্মৰ দৰ্শনাদি বিশেষভাৱে মনকৰিবলগীয়া। সংসাৰৰ মায়া, মোহ, পাপ খণ্ডনৰ কাৰণে ভগৱানৰ আশ্ৰয়লৈ ভগৱানৰ গুণানুকীৰ্ত্তন, শ্ৰৱণ কৰি সকলো জীৱকে ভগৱানৰ অংশ বুলি ভাবিব লাগে। এক দেও, এক সেও, এক বিনে নাই কেও, আৰু ভক্তিবাদেই এই ধৰ্মৰ মূল মন্ত্ৰ।

মহাপুৰুষ গৰাকীৰ প্ৰৱৰ্তিত ভাওনা বিশ্বৰ ভিতৰতে সৰ্বপ্ৰথম কলাসন্মত দৃশ্যানুষ্ঠান। ইয়াৰ উপৰিও মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱে সংস্কৃতিৰ যাদুঘৰ স্বৰূপ নামঘৰ, গীত, বাদ্য, নৃত্য, কাব্য, সুৰ সঞ্চাৰ, কলাকৃষ্টি, ভাষা-সাহিত্য, সমাজনীতি, ৰাজনীতি, অৰ্থনীতি, স্বাস্থ্যনীতি, ধৰ্মনীতি, কৃষি, বিজ্ঞান, বিচাৰ, আইন, অহিংসা, ত্যাগ, ভোগ, বৈৰাগ্য, নৈতিকতা, ঐক্য, শান্তি আদি সু-জাতি এটাৰ কাৰণে প্ৰয়োজনীয় সকলোখিনি দি গৈছে।

এওঁ প্ৰথমে লিখা নাটকখন হ'ল 'চিহ্নযাত্ৰা', যিখন একেৰাহে ৭ দিন ৭ ৰাতি অভিনয় কৰি দৰ্শকক বিস্মিত কৰিছিল। তেৰাই ৰচনা কৰা আন কেইখন নাটক হ'ল—পত্নীপ্ৰসাদ, কালীয়-দমন, কেলিগোপাল, ৰুক্মিণী হৰণ, পাৰিজাত হৰণ

আৰু ৰামবিজয়। শঙ্কৰদেৱে ২৪০টা গীত ৰচনা কৰিছিল বুলি জনা যায়, যাক বৰগীত বোলা হৈছিল। শঙ্কৰদেৱৰ কাব্যপুথি কেইখন হ'ল—হৰিশ্চন্দ্ৰ উপাখ্যান, ৰুক্মিণী হৰণ কাব্য, বলিছলন, অমৃত মন্থন, গজেন্দ্ৰ উপাখ্যান, অজামিল উপাখ্যান আৰু কুৰুক্ষেত্ৰ। ইয়াৰ উপৰিও কীৰ্ত্তন, দশম, গুণমালা আৰু ভক্তি ৰত্নাৱলী লিখিছিল। তেৰাই ৰচনা কৰা সকলো গ্ৰন্থৰ ভিতৰত কীৰ্ত্তন পুথিয়েই সৰ্বশ্ৰেষ্ঠ। বিশ্বৰ বিভিন্ন ধৰ্মগ্ৰন্থৰ ভিতৰত কীৰ্ত্তন পুথিখন লেখত লবলগীয়া ধৰ্মগ্ৰন্থ। ১২০ বছৰ বয়সত ১৫৬৮ চনত কোচবিহাৰৰ ভেলা কাকত কুটাত শঙ্কৰদেৱে দেহত্যাগ কৰে।

৪৪২। **শাল বোদলেয়াৰ :**—ফৰাচী প্ৰখ্যাত এই কবি গৰাকীৰ জন্ম হৈছিল ১৮২১ চনৰ ৯ এপ্ৰিলত। পেৰিচ চহৰত এটা ৰহস্যজনক কাৰণত স্কুলৰ পৰা বহিস্কাৰ হবলগীয়া হৈছিল যদিও এওঁ ঘৰুৱা শিক্ষকৰ সহায়ত বি. এ পাচ কৰিলে ১৮৪২ চনত। বাপেকৰ পৰা লাভ কৰা অজস্ৰ ধন-সম্পত্তিৰে অতি বিলাসিতা জীৱন যাপন কৰিছিল যদিও ১৮৪৫ চনত বিলাসী জীৱন এৰি সাহিত্যিক জীৱন আৰম্ভ কৰে। এডগাৰ পোৰ লিখনীখিনি অনুবাদ কৰাৰ কাৰণে এওঁ প্ৰথমে বিখ্যাত আছিল। ৰোমাণ্টিকতাৰ পৰিশোধন কৰি কবিতাকেই সৰ্বস্ব কৰি তোলা বোদলেয়াৰে ১৯ শতিকাৰ প্ৰথম কবি। যাক কবিৰ ৰজা বোলা হৈছিল। ১৮৬৭ চনৰ ৩১ আগষ্টত মাকৰ কোলাত মূৰ থৈ এই প্ৰখ্যাত কবি গৰাকীয়ে দেহত্যাগ কৰিছিল।

৪৪৩। **শ্বি হোৱাংটি :**—চীনত জন্মগ্ৰহণ কৰা এই গৰাকী ব্যক্তিয়ে চীন বোলা ৰাজবংশটোৰ প্ৰতিষ্ঠা কৰিছিল। বিশ্ববিখ্যাত চীনৰ প্ৰাচীৰ এওঁয়েই সজাইছিল যাৰ বাবে এওঁৰ নাম যুগমীয়া হৈ থাকিব।

৪৪৪। **শিশিৰকুমাৰ মিত্ৰ :**—১৮৯০ চনত জন্মগ্ৰহণ কৰা এই গৰাকী বিজ্ঞানীয়ে টেলিভিচন আৱিষ্কাৰ কৰা সকলৰ ভিতৰত অন্যতম। পদাৰ্থ বিজ্ঞানৰ ইলেকট্ৰনিক্স ক্ষেত্ৰত এওঁৰ যথেষ্ট অবদান আছে। ১৯৪৬ চনত মৃত্যু হয়।

৪৪৫। **শেক্সপীয়েৰ :**—খৃঃ ১৫৬৪ চনত ইংলেণ্ডৰ ষ্টাফ'ৰ্ড অন এভনত জন্মগ্ৰহণ কৰিছিল। এওঁ এজন বিখ্যাত ইংৰাজ কবি আৰু নাট্যকাৰ। এওঁ প্ৰথমে ৰঙ্গমঞ্চত কামত সোমায় আৰু পিচত ১। জুলিয়াচ চিজাৰ, ২। ৰোমিও এণ্ড জুলিয়েট, ৩। হেমলেট, ৪। মেকবেথ, ৫। মাৰ্চেণ্ট অৱ ভেনিচ আদি ৰচনা কৰি বিশ্ববিখ্যাত নাট্যকাৰ হিচাবে খ্যাতি অৰ্জন কৰে। ১৬১৬ চনত মৃত্যু হয়।

৪৪৬। ষ্টানিছ লড´ কানিজাৰ :—১৮২৬ চনৰ গ্ৰীচৰ চিচিলি দ্বীপত জন্ম হৈছিল। এওঁ গ্ৰেভৰ আণবিকতা প্ৰতিষ্ঠাতা আণবিক ভাৰ নিৰ্ণয়, তাৰ পদ্ধতি আৱিষ্কাৰক। ১৯১০ চনত মৃত্যু হয়।

৪৪৭। ষ্টিফেন হকিং :—বৰ্তমান তাত্বিক বিজ্ঞান সমাজত আইনষ্টাইনৰ পিচৰ সময়ৰ অন্যতম শ্ৰেষ্ঠ বিজ্ঞানী ষ্টিফেন হকিঙৰ জন্ম হৈছিল ১৯৪২ চনত আমেৰিকাত। এই প্ৰসিদ্ধ বিজ্ঞানী গৰাকীয়ে খোজ কঢ়িব নোৱাৰে। চকালগা চকীতেই জীৱনৰ বেছি ভাগ সময় কটাইছে। জীৱনৰ শেষ কালত ভুল চিকিৎসাৰ বাবে এওঁ কলমেৰে লিখিব আৰু কথা কব নোৱাৰা অৱস্থা। 'এ ব্ৰীফ হিষ্টৰী অৱ টাইম্' নামৰ গ্ৰন্থখনে সুখ্যাতি কঢ়িয়াই আনে। এইখন প্ৰকৃততে বিশ্ব-ব্ৰহ্মাণ্ডৰ সৃষ্টিৰ বুৰঞ্জীৰ গ্ৰন্থ। বিজ্ঞান বিষয়ৰ এই কিতাপখন প্ৰকাশ হোৱাৰ পাচত পাঠকে কিনিবৰ বাবে ইমান হৈ-চৈয়ে উথপথপ লগায় যে স্নেইয়া প্ৰকৃততে বিৰল। ৰহস্যময় "ব্লেক হল" এওঁ বিজ্ঞানৰ ক্ষেত্ৰত আগবঢ়োৱা বিশেষ অৱদান।

৪৪৮। সৰোজিনী নাইডু :—১৮৭৯ চনৰ ১৩ ফেব্ৰুৱাৰী তাৰিখে হায়দৰাবাদত জন্মগ্ৰহণ কৰিছিল। এওঁ ল'ৰালি কালতেই ঘৰুৱা সুন্দৰ পৰিবেশ এটা পাইছিল। ১২ বছৰ বয়সতে স্কুল শিক্ষান্ত পৰীক্ষাত সকলো বিষয়তে সৰ্বোচ্চ নম্বৰ পাই মাদ্ৰাজৰ প্ৰেচিডেঞ্চিৰ ভিতৰতে প্ৰথম স্থান পাইছিল। উচ্চ শিক্ষাৰ বাবে ইংলেণ্ডলৈ যায় যদিও শিক্ষা সমাপ্ত কৰিব নোৱাৰিলে। ১৯০৫ চনত ইংলেণ্ডত থাকোঁতেই এওঁৰ কবিতা প্ৰকাশ হৈছিল আৰু এই কবিতাই এওঁক এগৰাকী মহিলা কবি হিচাবে আন্তৰ্জাতিক প্ৰতিষ্ঠা লাভ কৰে। ইয়াৰ পাচত ১৯১২ আৰু ১৯১৭ চনত প্ৰকাশ কৰা কবিতা পুথি দুখনেও এওঁলৈ সুখ্যাতি কঢ়িয়াই আনে। এওঁ পিচত স্বদেশলৈ ঘূৰি আহি ভাৰতৰ স্বাধীনতা আন্দোলনত জঁপিয়াই পৰে। ১৯০৮ চনত ভাৰতত প্লেগ মহামাৰীয়ে পীড়িত অঞ্চলত এওঁ আগবঢ়োৱা সেৱাৰ বাবে হায়দৰাবাদত নাইডুক "কেশৰ ই হিন্দ" নামেৰে বিভূষিত কৰি সোণৰ পদক আগবঢ়ায়। হিন্দু-মুছলমানৰ সম্প্ৰীতিৰ বাবে এওঁ অশেষ কষ্ট স্বীকাৰ কৰিছিল। ভাৰতত স্বাধীনতা সম্পৰ্কে লণ্ডনত বহা ঘূৰণীয়া মেজমেলতো এওঁ অংশগ্ৰহণ কৰিছিল। ১৯৪৭ চনৰ এচিয়ান ৰিলেচন্চ্ কন্ফাৰেন্সৰ সভানেত্ৰী আছিল। সংযুক্ত ভাৰতৰ সৰ্ব বৃহৎ ৰাজ্য উত্তৰ প্ৰদেশৰ প্ৰথম মহিলা গৱৰ্ণৰৰ কাৰ্য্যভাৰ গ্ৰহণ কৰিছিল। এওঁকেই

Nightingle of India বোলা হয়। ১৯৪৭ চনৰ ২ মাৰ্চ তাৰিখে ৭০ বছৰ বয়সত লক্ষৌৰ ৰাজভৱনত মৃত্যু হয়।

৪৪৯। সত্যেন্দ্ৰনাথ বসু:—১৮৯৪ চনৰ ১ জানুৱাৰী তাৰিখে ভাৰতৰ কলিকতা চহৰত জন্ম হৈছিল। ফটনৰ পৰিসংখ্যা বিজ্ঞান আৱিষ্কাৰক। বিশ্বৰ কেইবাখনো বিশ্ববিদ্যালয়ে সম্মানিত ডি. এচ্. চি. উপাধি প্ৰদান কৰিছিল। বিশ্বভাৰতীৰ পৰা দেশিকোত্তম উপাধি পাইছিল। ১৯৫৪ চনত ভাৰত চৰকাৰে পদ্মভূষণ উপাধিৰে বিভূষিত কৰিছিল। ১৯৫৮ চনত ৰয়েল চ'চাইটিৰ সভাপতি পদ লাভ' কৰে। লোহৰৰ দ্ৰুত বিশ্লেষণৰ বাবে বসুৱে এবিধ "ফট' মিটাৰ" আৱিষ্কাৰ কৰিছিল। ৰসায়ন বিজ্ঞানত পৰীক্ষামূলক গৱেষণাতো এই গৰাকী বিজ্ঞানীৰ যথেষ্ট অৱদান আছে। ১৯৪৭ চনত ৮০ বছৰ বয়সত মৃত্যু হয়।

৪৫০। ডাঃ সৰ্বপল্লি ৰাধাকৃষ্ণন:—ভাৰতৰ গৌৰৱ মুকুট বিখ্যাত শিক্ষাবিদ্ আৰু দাৰ্শনিক ৰাধাকৃষ্ণনৰ জন্ম হৈছিল ১৮৮৮ চনৰ ৫ চেপ্তেম্বৰ তাৰিখে মাদ্ৰাজৰ (বৰ্তমান তামিলনাড়ু) হিন্দুৰ অতি পবিত্ৰ তীৰ্থস্থান তিৰুতানি নামৰ গাৱঁত। এওঁ এম. এ. পৰীক্ষাত বিশ্ববিদ্যালয়ত ভিতৰতে সৰ্বোচ্চ নম্বৰ পাইছিল। কিতাপ পঢ়াৰ অভ্যাস গঢ়াৰ কাৰণেই এই গৰাকী মণীষা বিশ্বত এক ডাঙৰ পণ্ডিত হৈ পৰিছিল। ১৯০৯ চনত দৰ্শনত স্নাতকোত্তৰ হোৱাৰ পাচত মাদ্ৰাজৰ প্ৰেচিডেন্সি কলেজৰ দৰ্শন বিভাগৰ অধ্যাপক হিচাবে নিযুক্তি লাভ কৰে। ৪০ বছৰ কাল সুখ্যাতিৰে অধ্যাপনা কৰি কৃতিত্ব অৰ্জন কৰে। ইংৰাজী, ফৰাচী, পালী, স্পেনীয় আদি ভাষাত সুপণ্ডিত আছিল। অন্ধ্ৰ আৰু বেনাৰস হিন্দু বিশ্ববিদ্যালয়ৰ উপাচাৰ্য্য পদো অলংকৃত কৰিছিল। এখেতৰ অমূল্য গ্ৰন্থসমূহ হ'ল—১। দি হিন্দু ভিউ অব লাইফ। ২। এন আইডিয়েলিষ্টিক ভিউ অব লাইফ। ৩। কল্কি অব দি ফিউচাৰ অব দি চিভিলাইজেচন। ৪। ইষ্টাৰ্ণ ৰিলিজন এণ্ড ৱেষ্টাৰ্ণ থট, ৫। ৰবীন্দ্ৰনাথৰ দৰ্শন, ৬। ইণ্ডিয়া এণ্ড চাইনা আদি। এখেত চোভিয়েট ৰাচিয়াত ভাৰতৰ ৰাষ্ট্ৰদূত আছিল। ৰাধাকৃষ্ণন ভাৰতৰ ৰাষ্ট্ৰপতি হৈ থকা সময়ত মাহিলি ১০ হাজাৰ বেতনৰ ভিতৰত মাত্ৰ ৩ হাজাৰহে গ্ৰহণ কৰি বাকী ৭ হাজাৰ টকা জনসাধাৰণৰ কল্যাণৰ বাবে প্ৰধানমন্ত্ৰীৰ পুঁজিত জমা দিছিল। ১৯৫৪ চনত ভাৰত চৰকাৰে ভাৰতৰত্ন উপাধিৰে বিভূষিত

কৰে। এওঁৱেই এই উপাধি পোৱা প্ৰথম ব্যক্তি। ১৯৪৮-৪৯ চনত আন্তঃৰাষ্ট্ৰীয় সন্থা ইউনেস্কোৰ অধ্যক্ষ আছিল। ১৯৫২ চনলৈকে এই সন্থাত ভাৰতৰ হৈ প্ৰতিনিধিত্ব কৰিছিল। ৰাধাকৃষ্ণনক ইংলণ্ডই ফেল'শ্বিপ অৱ্ ব্ৰিটিছ একাডেমিৰ পদেৰে সন্মানিত কৰিছিল। ১৯৩১ চনত নাইট উপাধিৰে বিভূষিত হয়। এই মহান শিক্ষকজনাৰ এখেতৰ জন্ম ৫ চেপ্তেম্বৰ তাৰিখটো সমগ্ৰ ভাৰতত শিক্ষক দিৱস হিচাবে পালন কৰা হয়। ১৯৭৫ চনৰ ২৪ এপ্ৰিলত এই বিদগ্ধ অসাধাৰণ পণ্ডিত গৰাকীয়ে শেষ নিশ্বাস ত্যাগ কৰে মাদ্ৰাজত।

৪৫১। **সত্যজিৎ ৰায় :**—ভাৰতীয় চলচ্চিত্ৰৰ পিতৃস্বৰূপ সত্যজিৎ ৰায় পশ্চিমবঙ্গৰ কলিকতাত জন্মগ্ৰহণ কৰিছিল। ১৯৫২ চনতে জীৱন বীমা নিগমৰ পৰা ৭ হাজাৰ টকা ধাৰ লৈ "পথেৰ পাঁচালী" তিনি বছৰ চিত্ৰগ্ৰহণৰ পাচত সম্পূৰ্ণ কৰে আৰু এই প্ৰথম কথাছবিখনেই এওঁলৈ বিশ্বব্যাপী খ্যাতি কঢ়িয়াই আনে। উল্লেখযোগ্য যে নিউইয়ৰ্ক চহৰত এই কথাছবিখন একেৰাহে ২৪ সপ্তাহ চলিছিল আৰু ১৯৫৬ চনত "বেষ্ট হিউমেন ডকুমেণ্ট" পুৰস্কাৰ লাভ কৰে। এওঁৰ একোখন চিনেমাই ১১টা লৈকে বিভিন্ন দেশৰ পুৰস্কাৰ পাবলৈ সক্ষম হৈছিল। ১৯৫৯ চনত সঙ্গীত একাডেমী পুৰস্কাৰ, পদ্মশ্ৰী, পদ্মভূষণ, (১৯৬৫), মেগ্‌চেচে (১৯৭৬), ডক্টৰ অৱ লেটাৰ্চ (১৯৭৩), লণ্ডন ৰয়েল কলেজ আৰ্টছৰ পৰা ডক্টৰেট (১৯৭৪) আৰু সেই বছৰতে এনচাইক্লোপেডিয়া ব্ৰিটানিকাত নাম অন্তৰ্ভুক্ত হয়। পদ্মবিভূষণ (১৯৭৬), অক্সফোৰ্ড বিশ্ববিদ্যালয় ডক্টৰেট অৱ লিটাৰেচাৰ (১৯৭৮), ফৰাচী ৰাষ্ট্ৰপতিয়ে "লিচিঅ' দি অনৰ" বহু সন্মানেৰে এই গৰাকী মহান ব্যক্তিত্ব সম্পন্ন শিল্পীক সন্মানিত কৰিছিল।

৪৫২। **স্বামী বিবেকানন্দ :**—১৮৬৩ চনৰ ১২ জানুৱাৰীত কলিকতাৰ গৌৰমোহন মুখাৰ্জী ষ্ট্ৰীটত জন্মগ্ৰহণ কৰে। এওঁৰ প্ৰকৃত নাম আছিল নৰেন্দ্ৰ নাথ দত্ত। এওঁ ৰামকৃষ্ণ পৰমহংসৰ শিষ্য। এওঁ আমেৰিকাৰ চিকাগো চহৰত ১৮৯৩ চনৰ ১১ চেপ্তেম্বৰ তাৰিখে অনুষ্ঠিত হোৱা বিশ্ব ধৰ্মমহা-সন্মিলনত হিন্দু ধৰ্মৰ প্ৰতিনিধিত্ব কৰি ধৰ্মৰ সংকীৰ্ণতা আৰু গোঁড়ামিৰ বিৰুদ্ধে উদাত্ত ভাষণ দি মানৱ ধৰ্মৰ বাবে যি আহ্বান জনালে সেইয়াই এওঁলৈ বিশ্বজুৰি বিশেষ সন্মান কঢ়িয়াই আনে। এওঁ এজন সুবক্তা আৰু সুলেখক হিচাবে পৰিচয় দিব পাৰিছিল। জ্ঞান, কৰ্ম আৰু ভক্তিযোগ সম্পৰ্কীয় এওঁৰ তিনিখন ধৰ্মপুথি বিশেষভাৱে উল্লেখযোগ্য। ১৯০২ চনৰ ৪ জুলাইত মৃত্যু

হয়। এওঁৰ স্মৰণশক্তি অসাধাৰণ আছিল। এনচাইক্লোপেডিয়া কিতাপখন মাত্ৰ একবাৰ পঢ়িয়েই প্ৰতিটো পৃষ্ঠা মনত ৰাখিব পাৰিছিল।

৪৫৩। **স্বান্তে আগষ্ট অৰ্হেনিয়াচ :**—১৮৫৯ চনত চুইডেনত জন্মগ্ৰহণ কৰিছিল। এওঁ পদাৰ্থবিদ্ আৰু ৰসায়ন বিজ্ঞানী। বিদ্যুৎ সম্পৰ্কীয় গৱেষণা কৰি বহু মূল্যবান তথ্য উদ্ভাৱন কৰিছিল। ১৯০৩ চনত ৰসায়ন বিজ্ঞানত নোবেল বঁটা লাভ কৰে। ১৯২৭ চনত মৃত্যু হয়।

৪৫৪। **সুব্ৰমনিয়াম চন্দ্ৰচেখৰ :**—ভাৰতৰ জ্যোতিৰ্বিজ্ঞানৰ পথ প্ৰদৰ্শক চন্দ্ৰশেখৰৰ ১৯১০ চনৰ ১৯ অক্টোবৰ তাৰিখে লাহোৰত জন্ম হৈছিল। সৰুৰ পৰাই তীক্ষ্ণ বুদ্ধিৰ ছাত্ৰ আছিল। অতি কম বয়সতে মাত্ৰ ১৮ বছৰ বয়সতে ভাৰতীয় বিজ্ঞান মহাসভাৰ অধিৱেশনত বৈজ্ঞানিক নিবন্ধ পাঠ কৰে। চন্দ্ৰশেখৰে গৱেষণা কৰা বিষয়সমূহ হ'ল—'জ্যোতিষ্ক বলবিজ্ঞান', প্লাজমা পদাৰ্থ বিজ্ঞান। জ্যোতিৰ্বিজ্ঞান সম্পৰ্কীয় এওঁৰ পুথিসমূহ হ'ল—১। জ্যোতিষ্ক বিলাকৰ গঠনৰ বিষয়ে। জ্যোতিষ্ক বিলাকৰ বলবিজ্ঞানৰ সাৰ কথা। ১৯২৬ চনত ৰয়েল মেডেল লাভ কৰে। তেওঁ কেইবাটাও বিজ্ঞান সন্থাৰ পৰা সোণৰ পদক পায়। ভাৰতৰ পৰা "ৰামানুজন' পুৰস্কাৰ" প্ৰদান কৰে। ১৯৮০ চনত নোবেল বঁটা লাভ কৰে। বৰ্তমান এওঁ মাৰ্কিন নাগৰিকহে।

৪৫৫। **সুনীতি কুমাৰ চট্টোপাধ্যায় :**—১৮৯০ চনৰ ২৬ নৱেম্বৰত বঙ্গদেশৰ হাওড়া জিলাৰ শিৱপুৰত জন্ম হৈছিল। সৰুৰ পৰাই অতি মেধাবী ছাত্ৰ হিচাবে পৰিচয় দিছিল। ইংৰাজী বিষয়ত কলিকতা বিশ্ববিদ্যালয়ৰ পৰা প্ৰথম শ্ৰেণীত ১ম হৈ স্নাতকোত্তৰ পৰীক্ষাত উত্তীৰ্ণ হৈছিল। ইন্দো-এৰিয়ান ফিলোলজিৰ ওপৰত গৱেষণা কৰি ডি. লিট উপাধি লাভ কৰে। ১৯৬৫ চনত এই বিশ্ববিশ্ৰুত ভাষাবিদ পণ্ডিত গৰাকীক ভাৰত চৰকাৰে জাতীয় অধ্যাপক পদ যাচে আৰু এওঁৰ ব্যক্তিত্ব আৰু পাণ্ডিত্যৰ বাবে ভাৰত চৰকাৰে পদ্মবিভূষণ উপাধিৰে সন্মানিত কৰে। বিশ্বৰ বিভিন্ন সন্মিলনত এওঁ ভাৰতৰ হৈ প্ৰতিনিধিত্ব কৰিছিল। এওঁ ইংৰাজী, হিন্দী আৰু বঙালী ভাষাত গ্ৰন্থ ৰচনা কৰিছিল। এওঁৰ বিখ্যাত গ্ৰন্থসমূহৰ ভিতৰত—১। The Language of linguistic problems, Languages and literatures of modern India. ২। Indo-Aryan and Hindi (1941), ৩। Origin & Development of the Bengali Language (1926), ৪। বৈদেশিকী, ৫। দ্বীপময় ভাৰত আদি

উল্লেখযোগ্য। ১৯৭৭ চনৰ ২৯ মে'ত কলিকতাত মৃত্যু হয়। তেতিয়া তেওঁ সাহিত্য একাডেমিৰ সভাপতিৰ পদত আছিল।

৪৫৬। **সুভাষ চন্দ্ৰ বসু :**—১৮৯৭ চনত সুভাষ চন্দ্ৰ বসু (যাক নেতাজী নামেৰে জনাজাত) উৰিষ্যাৰ কটক নগৰীত এটি সম্ভ্ৰান্ত পৰিয়ালত জন্মগ্ৰহণ কৰিছিল। এই বিখ্যাত প্ৰকৃত দেশপ্ৰেমী গৰাকী ল'ৰালিকালৰ পৰাই অতি তীক্ষ্ণ বুধিয়ক আছিল আৰু দেশক ভাল পাবলৈ শিকিছিল। ভাৰতীয় এই মহান মুক্তি যুঁজাৰু গৰাকীয়ে ১৯৪৩ চনত ইণ্ডিয়ান নেচ্‌নেল আৰ্মি আৰু প্ৰভিচনেল গভৰ্ণমেণ্ট অব্ ইণ্ডিয়া গঠন কৰে। 'জয় হিন্দ্' শ্লোগানটি এওঁৰেই সৃষ্টি। 'মোক তেজ দিয়া আৰু মই স্বাধীনতা দিম' বুলি এওঁৱেই কৈছিল। ১৯৪৫ চনৰ ২৩ আগষ্টত উৰাজাহাজ দুৰ্ঘটনাত মৃত্যু হয় বুলি কোৱা হয় যদিও আজি পৰ্য্যন্ত ইয়াৰ কোনো সঠিক প্ৰমাণ হোৱা নাই।

৪৫৭। **সুনীল গাভাচকাৰ :**—১৯৪৯ চনৰ ১০ জুলাই তাৰিখে ক্ৰিকেট জগতৰ্ত্ত অদ্বিতীয় শ্ৰেষ্ঠ বেটচ্‌মেন সুনীল গাভাস্কাৰৰ জন্ম হৈছিল বম্বে মহা-নগৰীত। এওঁ ছাত্ৰ অৱস্থাৰ পৰাই ভাল ক্ৰিকেট খেলুৱৈ আছিল। ৱেষ্ট ইণ্ডিজ আৰু ভাৰতৰ মাজত ১৯৭১ চনত হোৱা মেচত এওঁ ভাৰতৰ হৈ প্ৰথম খেলে আৰু বৰ্তমানলৈকে ১৩ হাজাৰতকৈ অধিক ৰাণ কৰা এই ক্ৰিকেট খেলুৱৈ-জনৰ লগত ফেৰ মাৰিব পৰা খেলুৱৈ হয়তো পৃথিৱীত খুব কমহে আছে ক্ৰিকেট খেলত পাৰদৰ্শিতা দেখুৱাৰ বাবে ১৯৭৫ চনত "অৰ্জুন বঁটা", ১৯৮০ চনত "পদ্মভূষণ" উপাধিৰে ভাৰত চৰকাৰে বিভূষিত কৰিছিল। ইয়াৰ উপৰিও ভাৰতৰ বাহিৰৰ বহু দেশৰ পৰা এওঁলৈ সম্মান আৰু পুৰস্কাৰ আগবঢ়াই আছে। ক্ৰিকেটৰ ওপৰত এওঁ লিখা বিখ্যাত গ্ৰন্থকেইখন হ'ল—১। চানি দেইজ, ২। আইডলচ্, ৩। ৰাণচ্ এণ্ড ৰুইন্‌চ্, ৫। ৰান দে অ'নভাৰ্চ।

৪৫৮। **হজৰত মহম্মদ :**—ইচ্‌লাম ধৰ্মৰ প্ৰবৰ্তক হজৰত মহম্মদৰ জন্ম হৈছিল ৫৭০ চনত আৰবৰ মক্কা নগৰত। মুছলমানসকলৰ এওঁৱেই শেষ নবী বা পয়গম্বৰ। আৰববাসীয়ে এওঁক প্ৰথমে নানা অত্যাচাৰ কৰাত মক্কাৰ পৰা মদিনালৈ পলাই যাবলগীয়া হৈছিল; আৰু তেতিয়াৰ পৰাই হিজৰী চনৰ আৰম্ভ হৈছিল (৬২২ চনৰ ২ জুলাইৰ পৰা)। ইছলাম ধৰ্মৰ ধৰ্মগ্ৰন্থ কোৰাণ এওঁ হেৰা নামৰ গুহা এটাত ধ্যান কৰি থাকোঁতে জিব্ৰাইলৰ যোগেদি এও লাভ কৰে। ইছলাম ধৰ্মৰ প্ৰবৰ্তন হোৱাৰ আগতে আৰব দেশত নাৰীৰ

স্থান অতি দুঃখ লগা আছিল। এই ধৰ্ম প্ৰৱৰ্তন হোৱাৰ পাচতে নাৰীয়ে সম মৰ্য্যাদা লাভ কৰে। এই মহাপুৰুষ গৰাকী সৰ্বসাধাৰণ লোকৰ দৰে নিত্য-নৈমিত্তিক কামখিনি ঠিক মতে সমায় কৰিছিল। সাধাৰণ জীৱন যাপন কৰা এই মহাপুৰুষ গৰাকীৰ ৬৩২ চনত মৃত্যু হয়। এওঁ প্ৰচাৰ কৰা ধৰ্মও আছিল একেশ্বৰবাদ।

৪৫৯। ডঃ হৰগোবিন্দ খোৰাণা :—১৯২২ চনৰ ২ জানুৱাৰী তাৰিখে পঞ্জাবৰ ৰায়পুৰ (বৰ্তমান পাকিস্থান) নামে ঠাইত জন্ম হৈছিল। ১৭৭৬ চনত পৰীক্ষাগাৰত পোন প্ৰথমে জীন (Genes) ৯ বছৰ চেষ্টাৰ ফলত তৈয়াৰ কৰিবলৈ সক্ষম হোৱা এই ভাৰতীয় বিজ্ঞানী গৰাকীৰ এই আৱিষ্কাৰে এওঁলৈ বিশ্ব জোৰা খ্যাতি কঢ়িয়াই আনে। লিভাৰপোল বিশ্ববিদ্যালয়ৰ পৰা এওঁ পি. এইচ. ডি. ডিগ্ৰী লাভ কৰিছিল। ১৯৫৩ চনত কমনৱেল্থ ৰিচাচ অৰ্গেনাইজেচনৰ জৈৱিক ৰসায়ন বিভাগৰ মূৰব্বী থকাৰ সময়ত এওঁ কেইবাটাও নতুন আৱিষ্কাৰৰ বাবে ১৯৬৮ চনত চিকিৎসা বিজ্ঞানত নোবেল বঁটা যুটীয়াভাৱে লাভ কৰে। ইয়াৰ উপৰিও ১৯৫৮ চনত কানাডাৰ কেমিকেল ইনষ্টিটিউট মাৰ্চ পুৰস্কাৰ, ১৯৬০ চনত প্ৰফেচিয়ান ইন্ষ্টিটিউট্ অব কানাডিয়ান পাব্লিক চাৰ্ভৰ পৰা সোণৰ পদক, ১৯৬৭ চনত ডেনি হেনিমেল পুৰস্কাৰ আদি লাভ কৰে। এওঁ জীন সম্পৰ্কীয় ৩০০ গৱেষণা পত্ৰ প্ৰকাশ কৰিছিল। ভাৰত চৰকাৰে এওঁক ভাৰতভূষণ আৰু পঞ্জাবৰ চণ্ডীগড় বিশ্ববিদ্যালয় সন্মানিত ডি. এচ. চি. উপাধিৰে বিভূষিত কৰে।

৪৬০। হেনৰিক্ চিয়েন কুইজ্ :—১৮৪৬ চনত পোলেণ্ডত জন্মগ্ৰহণ কৰা এই গৰাকী বিখ্যাত সাহিত্যিকৰ কিতাপ প্ৰকাশ হোৱাৰ লগে লগে বিক্ৰি হৈ গৈছিল। ১৮৭২ চনত এওঁৰ প্ৰথম উপন্যাস ইন্‌ভেইন্ প্ৰকাশ হয়। এওঁ আমেৰিকা আৰু পোলেণ্ডৰ দুখন বাতৰি কাকতৰ সম্পাদনাৰ কাম কৰিছিল। আৰু সেই সময়তে গল্প, উপন্যাস লিখি বিশ্ব খ্যাতি লাভ কৰে। 'ত্ৰিলজি' নামৰ উপন্যাসখনে এওঁলৈ যথেষ্ট খ্যাতি আনে। এওঁৰ ৰচনা কৰা উপন্যাস সমূহৰ ভিতৰত, ১। উইথ ফাইন্দ্ চৰ্ড, ২। উইথ দি ফিল্ড অব্ গ্ৰৰি উইদাউত ডগমা, ৩। দি ভিলাগ আদি উল্লেখযোগ্য। সাহিত্যত নোবেল পুৰস্কাৰ লাভ কৰা এই গৰাকী সাহিত্যিকৰ ১৯১৬ চনত মৃত্যু হয়।

৪৬১। ফ্ৰেচিস' নেলচা:—বাৰ্ড নেষ্টত জন্মগ্ৰহণ কৰা এই গৰাকী সুনিপুণ নাবিক অসীম সাহসী নৌ-যোদ্ধা প্ৰায় ১২ বছৰ বয়সৰ পৰাই এওঁ সাহসিকতা

প্ৰদৰ্শন কৰিছিল। সৰু পৰাই নাৱিক হোৱাৰ কল্পনা কৰি পিচত সুনাবিক আৰু নৌ-যোদ্ধা হৈ খ্যাতি অৰ্জন কৰিছিল। ১৮০৫ খৃঃ সম্ৰাট নেপোলিয়নৰ বহু হাজাৰ-বিজাৰ সৈনিকক পৰাজিত কৰি ইংলেণ্ডৰ হেৰুৱা গৌৰৱ এওঁ ঘূৰাই আনিছিল।

৪৬২। **হিডেকি য়ুকাৱা** :—১৯০৭ চনত টকিঅ' চহৰত জন্ম হৈছিল। ১৯৩৮ চনত ডি. এচ. চি. উপাধি লাভ কৰে। মেচন নামৰ কণিকা শ্ৰেণীৰ সঠিক ভৱিষ্যতবাণী কৰিছিল ১৯৩৫ চনত আৰু ১৯৩৯ চনত এই কামৰ বাবে নোবেল বঁটা লাভ কৰিছিল। 'কিয়ট' বিশ্ববিদ্যালয়ত অধ্যাপনা কৰিছিল।

৪৬৩। **হাৰ্মান হেজ** :—১৯৪৬ চনত সাহিত্যত নোবেল বঁটা বিজয়ী ঔপন্যাসিক আৰু কবি হাৰ্মান হেজৰ ১৮৭৭ চনৰ ২ জুলাই তাৰিখে জন্ম হৈছিল এওঁ ল'ৰালি কালতে ঘড়ী দোকান আৰু কিতাপৰ দোকানত চাকৰি কৰিছিল। এওঁ ৰচনা কৰা গ্ৰন্থসমূহ হ'ল—১। বিনিথ দা হুইল, ২। সিদ্ধাৰ্থ, ৩। দাচ গ্লেচপেৰ, ৪। 'লেন্‌চপিল'। ইয়াৰ উপৰিও এওঁৰ ২খন কাব্য গ্ৰন্থও প্ৰকাশ হৈছিল। পিচৰ বয়সত এওঁ মানসিক অশান্তিত ভুগিবলগীয়া হৈছিল। পিতৃ, পত্নী আৰু সৰু পুত্ৰৰ মৃত্যুৰ শোকত। এই মানসিক অশান্তিৰ বাবে নিজকে মানসিক চিকিৎসালয়ত ভৰ্তি কৰাইছিল। ১৯৬২ চনৰ ৯ আগষ্ট তাৰিখে এই মহান সাহিত্যিক গৰাকীয়ে শেষ নিশ্বাস এৰে।

৪৬৪। **হানচ্ খৃষ্টীয়ান এণ্ডাৰচন** :—ৰূপকুমাৰ অমৰ ৰাজকুমাৰ হিচাবে খ্যাত এণ্ডাৰচনৰ জন্ম হৈছিল ১৮০৫ চনত. ইংলেণ্ডৰ অডেন্‌চ নামৰ ঠাইত। ল'ৰালি কালৰ পৰাই পেটৰ ভাত মুঠিৰ কাৰণে ৰাস্তাই ঘাটে খুজি মাগি দিন কটাবলগীয়া এণ্ডাৰচনে ১৮২২ চনত কোপেনহেগেনত ৰয়েল থিয়েটাৰৰ এজন শিক্ষানবীচ হিচাবে যোগদান কৰে। থিয়েটাৰত লাগি থাকোঁতেই কেইবাজনো বিখ্যাত লোকৰ সান্নিধ্যলৈ অহাত লিখাপঢ়া আৰম্ভ কৰি ১৮৩৫ চনত এওঁ বিশ্ববিখ্যাত গ্ৰন্থ "ডি ইম্‌প্ৰভাইজেট্" প্ৰকাশ হয়। ৩০ বছৰৰ ভিতৰতে এওঁ অসংখ্য নাটক, উপন্যাস, ভ্ৰমণ কাহিনী, শিশু-সাহিত্য আদি ৰচনা কৰি বিশ্ব জোৰা যশ, খ্যাতি আৰু বহু অৰ্থ অৰ্জন কৰিবলৈ সক্ষম হৈছিল। এওঁৰ জনপ্ৰিয় গ্ৰন্থ কেইখন হ'ল—১। দি আগ্‌লি ডাকলিং, ২। দি এম্পেৰৰ্চ নিউ ক্লথচ্, ৩। দি স্ন্‌ কুইন্, ৪। দি ৰেড খোভা, ৫। দি লিটুল মাৰমেইদ্। এওঁৰ অন্য এখন নিজৰ মাকক লৈ ৰচিত সত্য কৰুণ কাহিনীৰ গ্ৰন্থ "দি লিটল্ মেটচ্ গাৰ্ল"। বিশেষ আনুষ্ঠানিক শিক্ষা-দীক্ষা নোহোৱা জোলোঙালৈ ফুৰা এই বাটৰ ভিক্ষাৰী

ল'ৰাজনেই সৃষ্টি কৰা অমৰ সাহিত্যৰাজিয়ে বিশ্ব-সাহিত্যলৈ যি অৱদান আগবঢ়ালে, সেই সাহিত্যই এওঁক সদায় অমৰ কৰি ৰাখিব। ১৮৭৫ চনত এই মহান্ সাহিত্যিক গৰাকীয়ে শেষ নিঃশ্বাস ত্যাগ কৰে।

৪৬৫। **হানচ্ৱীল হেলম গাইগাৰ :**—১৮৮২ চনত জাৰ্মান দেশত জন্মগ্ৰহণ কৰা এই জাৰ্মান পদাৰ্থ বিজ্ঞানী গৰাকীয়ে মৌলিক কণিকা সন্ধানী যন্ত্ৰ "গাইগাৰ কাউণ্টাৰ" আৱিষ্কাৰ কৰাৰ উপৰিও আলফা ৰশ্মিৰ ভৰ আৰু তাৰ নিৰ্গমনৰ হাৰ জোখা এটা যন্ত্ৰও আৱিষ্কাৰ কৰিছিল। ১৯৪৫ চনত মৃত্যু হয়।

৪৬৬। **হাইনৰিখ ফ্ৰেডাৰিখ এমিল লেঞ্জ :**—১৮০৪ চনত ৰাচিয়াত জন্মগ্ৰহণ কৰা এই জাৰ্মান পদাৰ্থবিদ্ গৰাকীয়ে বিদ্যুৎ চুম্বকীয় আবেশ সম্পৰ্কীয় এটা বিখ্যাত সূত্ৰ আৱিষ্কাৰ কৰিছিল। ১৮৬৫ চনত মৃত্যু হয়।

৪৬৭। **হাইনৰিখ, হাৰ্টজ :**—১৮৫৭ চনত জাৰ্মানীৰ হামবুৰ্গ চহৰত জন্মগ্ৰহণ কৰিছিল। ১৮৮৯ চনত বন বিশ্ববিদ্যালয়ত পদাৰ্থ বিজ্ঞানৰ অধ্যাপক নিযুক্ত হয়। বিদ্যুৎ চুম্বকীয় ঢৌৰ উপৰিও গেচৰ মাজেদি বিদ্যুৎ পৰিবহনৰ ক্ষেত্ৰতো হাৰ্টজৰ বিশেষ অৱদান আছে। ১৮৯৬ চনত ডেকা কালতে কৰ্কট ৰোগত মৃত্যু হয়।

৪৬৮। **হাইনৰিখ আণ্টুন নৰেণ্টচ :**—১৮৫৩ চনত হলেণ্ডৰ অন্তৰ্গত আৰ্নহেম নামে এখন চহৰত জন্ম হৈছিল। জুইন্দাৰ ঝি নামৰ হলেণ্ডৰ বিখ্যাত জলসিঞ্চন আঁচনিখনৰ এওঁ প্ৰধান উদ্যোক্তা আছিল। পোহৰ বিজ্ঞান সম্পৰ্কীয় এওঁৰ গৱেষণা গ্ৰন্থখন অতি উচ্চখাপৰ আছিল। এওঁৰ বহুমূলীয়া অৱদান আছে বিদ্যুৎগতি বিজ্ঞানত। লেডেন বিশ্ববিদ্যালয়ত সুদীৰ্ঘ ৩৫ বছৰ কাল প্ৰফেচাৰ আছিল। ১৯২০ চনত পিটাৰ ঝী মানৰ লৈতে নোবেল বঁটা লাভ কৰিছিল। ১৯২৮ চনত মৃত্যু হয়।

৪৬৯। **হামফ্ৰে ডেভি :**—এওঁৰ জন্ম হৈছিল বৃটেইনৰ পেনজান্স নামে চহৰৰ এজন কাঠমিস্ত্ৰিৰ ঘৰত ১৭৭৮ চনত। নাইট্ৰাচ অক্সাইদ্ নামৰ "হাস্যকৰ গেছটোৰ" কিছুমান ধৰ্ম আৱিষ্কাৰ কৰিছিল। ১৮০৬ চনত ৰয়েল চ'চাইটিৰ সভ্য পদ লাভ কৰে। ক্লোৰিণ নামৰ মৌলিক পদাৰ্থৰ আৱিষ্কাৰক। চেফ্‌টি লেম্প আৱিষ্কাৰ কৰিছিল। ১৮১২ চনত চাৰ উপাধি লাভ কৰে। বৃটেইনৰ ৰসায়নবিদ্ সকলৰ ভিতৰত এওঁ অন্যতম। ১৮২৯ চনত ৫১ বছৰ বয়সত মৃত্যু হয়।

৪৭০। **হাৰ্বাৰ্ট স্পেন্সাৰ :**—বৈজ্ঞানিক চিন্তাধাৰাৰে শিক্ষাজগতৰ অগ্ৰগতিত অৰিহণা আগবঢ়োৱা এই শিক্ষাবিদ্ গৰাকীয়ে ১৭ বছৰ বয়সতে গণিত, বিজ্ঞান, অৰ্থশাস্ত্ৰ আৰু জটিল বিষয়ৰ ওপৰত জ্ঞান লাভ কৰিছিল। নতুন

শিক্ষাদানত তেখেতৰ বিশেষ অৱদান হ'ল বিখ্যাত চিন্তাভিত্তিক মনোভাৱৰ প্ৰয়োগ। তেখেতে ২০খন মান কিতাপ লিখিছিল।

৪৭১। **হাৰ্বাৰ্ট ব্ৰাউন** :—১৯১৭ চনত লণ্ডনত জন্মগ্ৰহণ কৰা এই পদাৰ্থ বিজ্ঞানী গৰাকীয়ে ২ বছৰ বয়সতে আমেৰিকালৈ যায় আৰু ইয়াতে শিক্ষা গ্ৰহণ কৰে। চিকাগো বিশ্ববিদ্যালয়ৰ পৰা ডক্টৰেট ডিগ্ৰী লাভ কৰে। সৰু কালত এওঁ আৰ্থিক দুৰৱস্থাৰ বাবে অতি কষ্টেৰে দিন অতিবাহিত কৰিছিল। বোৰো-হাইড্ৰাইদ্ বা বোৰেণ প্ৰস্তুত কৰা পদ্ধতি আৱিষ্কাৰ কৰে। ৰসায়ন বিজ্ঞানত এওঁক নোবেল পুৰস্কাৰেৰে সন্মানিত কৰা হয়।

৪৭২। **হ্যানচ লিপাৰচে** :—এওঁ নেডাৰলেণ্ডৰ এজন সাধাৰণ চচমা বেপাৰী আছিল। প্ৰায় ১৬-১৭ শতিকাত এওঁৰ দোকানত এজন সৰু ল'ৰাই দুখন চচমা লেন্স থেলি থাকোঁতেই হঠাতে এওঁ দেখা পালে যে দুখন লেন্সৰ মাজেৰে চালে দূৰৰ বস্তু ওচৰতে দেখা পোৱা যায়। ইয়াৰ ওপৰত ভিত্তি কৰিয়েই এওঁ ১৬০৮ চনত পোন প্ৰথম বাৰৰ বাবে দূৰৰ বস্তু ওচৰত চোৱা "কিজকাৰ" নামৰ টেলিস্কোপ সাজি উলিয়াইছিল। এই কথা জানি পিচত গেলিলিওৱে টেলিস্কোপ সাজিছিল।

৪৭৩। **হেন্‌ৰি ফোৰ্ড** :—আমেৰিকাৰ মিচিগানত ১৮৬৩ চনৰ ৩০ জুলাই তাৰিখে হেন্‌ৰি ফোৰ্ডৰ জন্ম হৈছিল। অট'ম'বাইল উদ্যোগ প্ৰতিষ্ঠা কৰি এওঁ বিশ্বৰ ভিতৰতে অন্যতম ধনী উদ্যোগপতি হিচাবে নিজকে প্ৰতিষ্ঠা কৰিব পাৰিছিল। ১৯০৮-ৰ পৰা ১৯২৬ চনৰ ভিতৰত এওঁৰ মডেল টি গাড়ী ১৫ নিযুত বিক্ৰি হৈছিল। এওঁৰ উপাৰ্জিত অধিক টকা ৰাইজৰ কল্যাণৰ কাৰণে ব্যৱহাৰ কৰিছিল। ফোৰ্ড প্ৰথমে এজন খেতিয়ক আছিল। পিচত ইলেকট্ৰিচিয়ান হয়। বিশ্ব উদ্যোগ উন্নতি কৰণত যথেষ্ট অৱদান থকা এই গৰাকী ব্যক্তি এজন সুলেখকো। এওঁৰ বিখ্যাত গ্ৰন্থ দুখন হ'ল—১। মাই লাইফ এণ্ড ৱৰ্ক। ২। টুদে এণ্ড টুমৰু। ১৯৪৭ চনৰ ৭ এপ্ৰিল তাৰিখে বিশ্ববিখ্যাত উদ্যোগপতিজনৰ ৮৪ বছৰ বয়সত মৃত্যু হয়। এওঁ মটৰ গাড়ীৰ উন্নতিসাধন কৰি অতি দ্ৰুততৰ আৰু সহজলভ্য কৰি তোলে আৰু সেইবাবে এওঁক মটৰগাড়ীৰ যাদুকৰ বুলি কোৱা হয়।

৪৭৪। **হেনৰি মজলে** :—১৮৮৭ চনত ইংলেণ্ডত জন্ম হৈছিল। এওঁৰ আটাইতকৈ ডাঙৰ অৱদান হ'ল পৰ্য্যাবৃত্ত তালিকা সংশোধন। এওঁ প্ৰমাণ কৰিছিল যে মেণ্ডেলিয়েফে কোৱাৰ দৰে পাৰমাণবিক ভাৰৰ লগত নহয়

পাৰমাণৱিক সংখ্যাৰ লগত হে মৌলিক পৰ্য্যাবৃত্ত সম্পৰ্ক আছে। এওঁৰ এই আৱিষ্কাৰৰ ফলত পৰমাণু জগতৰ বহুতো ৰহস্য সহজ হৈ পৰিল। প্ৰথম মহাযুদ্ধত শত্ৰুপক্ষৰ গুলিত ১৯১৫ চনত মৃত্যু হয়।

৪৭৫। **হেনৰি কেভেণ্ডিচ :**—১৭৩১ চনত ইংলেণ্ডত বিখ্যাত ৰসায়নবিদ্ আৰু পদাৰ্থবিদ্ গৰাকীৰ জন্ম হৈছিল। পৃথিৱীৰ ওজন জোখা প্ৰথম লোক। আৰ্চেনিক নামৰ মৌলিক পদাৰ্থৰ আৱিষ্কাৰক কেভেণ্ডিচ। এওঁ ইউৰোপৰ আটাইতকৈ চহকী মানুহ বিলাকৰ এজন আছিল যদিও তেওঁ গোটেই জীৱন অনাড়ম্বৰেই যাপন কৰিছিল। বিজ্ঞানৰ উঁৱাল টনকীয়াল কৰা এই বিজ্ঞানী গৰাকীৰ মৃত্যু হয় ১৮১০ চনত।

৪৭৬। **হোৱাইট পেট্ৰিক :**—১৯৭৩ চনত সাহিত্যত বিশ্বৰ সৰ্বশ্ৰেষ্ঠ বঁটা নোবেল পুৰস্কাৰ আৰু ১৯৫৯ চনত ডব্লিউ এইচ স্মিম বঁটা লাভ কৰা এই সাহিত্যিক গৰাকী ১৯১২ চনৰ ২৮ মে তাৰিখে লণ্ডনত জন্মগ্ৰহণ কৰিছিল। এওঁ কেম্ব্ৰিজ বিশ্ববিদ্যালয়ত শিক্ষা শেষ কৰি আৰ. এ. এফ. চোৰাং চোৱা বিভাগত দ্বিতীয় মহাসমৰৰ সময়ত যোগদান কৰি অষ্ট্ৰেলিয়া, আমেৰিকা, ইংলেণ্ড আদিত কটায়। এওঁৰ বিখ্যাত গ্ৰন্থসমূহ হ'ল— হেপি ভেলি, লিভিং এণ্ড দি ডেড, দি ৰাণ্টছ্ ষ্টৰী, দি ট্ৰি অব মেন্ ভছ, দি চলিও মাণ্ডালা, ৰাইভাৰছ ইন দি চোৰিয়ট আদি এওঁ কেইবাখনো নাটকো লিখে।

৪৭৬। **হেন্‌ৰি বোছমাৰ :**—এই বৃটিছ ৰসায়নবিদ্ গৰাকীৰ ১৮১৩ চনত জন্ম হৈছিল। লোহাৰ পৰা তীখা তৈয়াৰ কৰা এটা পদ্ধতি আৱিষ্কাৰ কৰিছিল। ১৮৯৮ চনত মৃত্যু হয়।

৪৭৮। **হেৰমান ৱাল্‌থাৰ নাৰ্নষ্ট :**—১৮৬৪ চনত প্ৰোচিয়াত জন্মগ্ৰহণ কৰা এই গৰাকী পদাৰ্থবিদ্ আৰু ৰসায়ন বিজ্ঞানীয়ে তাপগতি বিজ্ঞানৰ অনেক মৌলিক তত্ত্ব আৱিষ্কাৰ কৰিছিল। ১৯২০ চনত নোবেল বঁটা লাভ কৰিছিল। গেচীয় আয়নীকৰণ আৰু জ্যোতিৰ্বিজ্ঞানতো এওঁৰ যথেষ্ট অৱদান আছে।

৪৭৯। **হেনৰি মুৰ :**—বিশ্ববিখ্যাত ভাস্কৰ আৰু চিত্ৰকৰ হেনৰি মুৰ। এই কুৰি শতিকাত শ্ৰেষ্ঠ ভাস্কৰৰূপে বিশ্বত স্বীকৃতি পোৱা হেনৰি মুৰৰ জন্ম হৈছিল কেষ্টলাখনিৰ এলেকাত। লণ্ডনৰ ৰেজিমেণ্টত ভৰ্তি হৈ সৈনিকৰ বেশত যুদ্ধলৈ গৈছিল। সৈনিক চাকৰিৰ পাচত আৰ্টচ্ স্কুলত এওঁ ভৰ্তি হৈছিল। ৱাৰেন গেলেৰীত এওঁৰ প্ৰথম প্ৰদৰ্শনী অনুষ্ঠিত হয়। এওঁৰ পৃথিৱী বিখ্যাত ভাস্কৰ্য্যসমূহ হ'ল ১। মাদাৰ এণ্ড চাইল্ড, ২। ম্যুভচ্ কিং এণ্ড কুইন্, ৩। উৱমেন, ৪। ৰকিং বেয়াৰ, ৫। ৰেকলিনিং ফিগাৰ আদি। সকৰ পৰাই এওঁ ছবি আদি আঁকিছিল। মানুহক বহুৱাই লৈ এওঁ মডেল আঁকিছিল।

৪৮০। **হেৰল্ড উৰে** :—১৮৯৩ চনত মাৰ্কিনত জন্মগ্ৰহণ কৰা এই পাৰমাণু বিজ্ঞানী গৰাকীয়ে "গধুৰ পানী" বিষয়ক গৱেষণাৰ বাবে ১৯৩৪ চনত নোবেল বঁটা লাভ কৰে।

৪৮১। **হেনৱে** :—১৭১২ খৃঃত ইংলেণ্ডত জন্মগ্ৰহণ কৰা এই মহান দানী ব্যক্তি গৰাকীয়ে পোন প্ৰথমবাৰৰ বাবে ছাতি ব্যৱহাৰ কৰি ৰাষ্টাত খোজ কাঢ়ি গৈছিল। মহিলাৰ বাবে "মেগদানেল হস্পিতেল" এওঁৱেই প্ৰতিষ্ঠা কৰিছিল। ১৭৮৬ চনত মৃত্যু হয়।

৪৮২। **হেনিবল** : ২৭৭ খৃঃত জন্মগ্ৰহণ কৰা এওঁ এজন বিশ্ববিখ্যাত সেনাধিনায়ক। বিশ্বৰ শ্ৰেষ্ঠ সেনাধিনায়কসকলৰ ভিতৰত এওঁ অন্যতম। এওঁ বীৰত্ব গুণেৰে পৰিপূৰ্ণ এজন ব্যক্তিত্ব সম্পন্ন ব্যক্তি আছিল। ৰোমৰ বিৰুদ্ধে এও গোটেই জীৱন বিৰোধিতা কৰিছিল। দ্বিতীয় পিউনিক যুদ্ধত জয়লাভ কৰি ৰোমান সকলে কাৰ্থেচ্ চৰকাৰক হেনিবলক দাবি কৰাত হেনিবল চিৰিয়াৰ ৰাজদৰবাৰত পলাই আছিল যদিও ৰোমানসকলে এওঁক অনুসৰণ কৰাত ২৮৩ চনত বিহ খাই আত্মহত্যা কৰে।

৪৮৩। **হেলেন কেলাৰ** :—১৮৮০ চনত আমেৰিকাত জন্মগ্ৰহণ কৰা এই নাৰী আমেৰিকাৰ লেখিকাই ২ বছৰ পূৰ্ণ নোহওঁতেই অন্ধ, বোবা আৰু বধিৰ হয় যদিও এওঁ ১। আউট অব দি ডাৰ্ক ২। দি ওৱাৰ্ল্ড আই লিভ ইন, ৩। মাই ৰিলিজিয়ন নামৰ তিনিখন বিখ্যাত পুঁথি লিখি যথেষ্ট খ্যাতি অৰ্জন কৰিছিল। অন্ধ যদিও এওঁ সন্মান সহকাৰে ডিগ্ৰী পৰীক্ষাত সুখ্যাতিৰে উত্তীৰ্ণ হৈছিল। ১৯৫৮ চনত মৃত্যু হয়।

৪৮৪। **হেন্‌ৰি বাৰ্গছন** :—কুৰি শতিকাৰ বিখ্যাত দাৰ্শনিক সকলৰ অন্যতম। হেনৰি বাৰ্গছনে ১৮৫৯ চনৰ ১৮ অক্টোবৰ তাৰিখে জন্ম হৈছিল। ১৯০০ চনৰ পৰা ১৯২১ চনলৈকে ফ্ৰান্সৰ মহাবিদ্যালয়ত দৰ্শন শাস্ত্ৰৰ অধ্যাপক আছিল। এওঁৰ কেইবাখনো কিতাপৰ ভিতৰত "সৃষ্টিধৰ্মী বিকাশ" কিতাপখনেই আটাইতকৈ বিখ্যাত ফ্ৰান্সৰ একাডেমিলৈ ১৯১৪ চনত নিৰ্বাচিত হয়। এও সাহিত্যত নোবেল বঁটা লাভ কৰে। ১৯৪১ চনৰ ৪ জানুৱাৰী তাৰিখে মৃত্যু হয়।

৪৮৫। **হেন্‌ৰিক পণ্ট পিডান্** :—১৮৫৭ চনৰ ২৪ জুলাইত ফেডেৰিকাত জন্মগ্ৰহণ কৰিছিল। ধৰ্মপ্ৰাণ দেউতাকে ইঞ্জিনিয়াৰিং পঢ়িবলৈ বাধা দিয়া সত্বেও এওঁ ইঞ্জিনিয়াৰিং পঢ়িছিল। এওঁ প্ৰথমে শিক্ষকতা কৰিছিল যদিও ১৮৮১ চনত গল্প সংকলন প্ৰকাশ হোৱাৰ পাচত ১৯০০ চনলৈকে লিখনি জীৱিকা হিচাবে গ্ৰহণ

কৰিছিল। এওঁৰ সাহিত্যত ডেনমাৰ্কৰ জীৱনীধাৰাৰ ওপৰত তথ্য সমৃদ্ধ বৰ্ণনাৰ বাবে নোবেল পুৰস্কাৰ লাভ কৰে। ১৯৪৩ চনৰ ২১ আগষ্টত মৃত্যু হয়।

৪৮৬। **হামচুন :**—নৰৱেৰ প্ৰখ্যাত এই সাহিত্যিক গৰাকীৰ জন্ম হয় ১৮৫৯ চনত। এওঁ এজন প্ৰখ্যাত ঔপন্যাসিক। এওঁ কেইবাখনো গ্ৰন্থ ৰচনা কৰে আৰু এই গ্ৰন্থৰাজিৰ বাবেই ১৯২০ চনত সাহিত্যত নোবেল বঁটা লাভ কৰে। এওঁৰ বিখ্যাত গ্ৰন্থ কেইখন হ'ল—১। গ্ৰোথ অৱ দি চইল, ২। হাঙ্গাৰ ৩। ৩। ভাগাবণ্ডচ্, ৪। দি ৰ'দ লিডচ্ অন। ১৯৫২ চনত এই বিখ্যাত ঔপন্যাসিক গৰাকীয়ে শেষ নিশ্বাস এৰে।

৪৮৭। **হোমাৰ :**—বিশ্ববিখ্যাত এই মহাকবি গৰাকীৰ গ্ৰীচ দেশত জন্ম হৈছিল। এওঁৰ জন্মৰ তাৰিখ সঠিক ভাবে জনা নাযায যদিও ক্ৰিত্ৰিম হেৰ'ডোটাজীয় জীৱনে ১১০২ খৃঃ পূঃ জন্ম হৈছিল বুলি কৈছে। বিশ্ববিশ্ৰুত ইলিয়াদ আৰু ও'ডিচি নামৰ মহাকাব্য দুখন এই গৰাকী মহাকবিয়ে ৰচনা কৰিছিল। দুয়োখন মহাকাব্য মৰ্মন্তুদ কাহিনীৰে ভৰপূৰ। এওঁক অন্ধ, দৰিদ্ৰ পৰিব্ৰাজক বুলি এওঁৰ জীৱনীকাৰ সকলে অনুমান কৰিছে। ইলিযাদ্ আৰু ওডিচি মহাকাব্য দুখনে মহাকবি হোমাৰক নিশ্চিত সদায অমৰ কৰি ৰাখিব।

৪৮৮ **হোমি জাহাঙ্গীৰ ভাবা :**—বিশ্ববৰণীয এই বিজ্ঞানী গৰাকীৰ জন্ম হৈছিল ১৯০৯ চনৰ ৩০ অক্টোবৰ বোম্বাইত ১৯৩৪ চনত কেম্ব্ৰিজ বিশ্ববিদ্যালয়ৰ পৰা পি এইচ্. ডি. ডিগ্ৰী লাভ কৰে। তত্ত্বীয় পদাৰ্থ বিজ্ঞান বিভাগৰ ৰিডাৰ আছিল ১৯১৪—৪২ পৰ্য্যন্ত। ইণ্ডিযান ইন্‌ষ্টিটিউট অৱ চায়েন্স (লাহোৰত) ভাৰত চৰকাৰৰ আণবিক শক্তি আযোগৰ ১৯৪৭—৬৬ চন পৰ্য্যন্ত সভাপতি আছিল। ১৯৫৪—৬৬ চনত ভাৰত চৰকাৰৰ আণবিক শক্তি দপ্তৰৰ সচিব আছিল। ১৯৫৫ চনৰ আন্তৰ্জাতিক সন্মিলন, "শান্তিৰ বাবে পৰমাণু শক্তিৰ" প্ৰথম সভাপতি আছিল। আণবিক পাৰমাণবিক শক্তি সন্থাৰ ১৯৬৩ চনত অন্যতম উপদেষ্টা আছিল। এডিনবাৰ্গ ৰয়েল চ'চাইটিৰ ১৯৫৭ চনত সন্মানীত সদস্য পদ অলঙ্কৃত কৰিছিল। ১৯৪১ চনত আডামচ, ১৯৪৮ চনত হপিকিনচ পুৰস্কাৰৰ উপৰিও ভাৰত চৰকাৰে পদ্মভূষণ উপাধি আৰু দেশ-বিদেশৰ বিশ্ববিদ্যালয়ৰ পৰা ডি এচ্ চি. উপাধি পাইছিল। মহাজাগতিক ৰশ্মি প্ৰপাতৰ কাচকেড্ তত্ত্ব উদ্ভাৱক। বিজ্ঞানক জীৱনৰ সঙ্গী বুলি লৈয়ে ভাবাই জীৱনত বিয়া কৰোৱা নাছিল। এওঁক ভাৰতীয় পৰমাণু শক্তিৰ পিতৃ বুলি জৱাহৰলাল নেহৰুৱে কৈছিল। জীৱনৰ প্ৰতি মুহূৰ্ত বিজ্ঞানৰ সেৱাৰ বাবে সৰ্বোচ্চ ত্যাগ ক । ডাঃ ভাবাৰ দৰে বিজ্ঞানী বিশ্বতে বিৰল। বহুমুখী প্ৰতিভাবান

এই বিশ্ববিখ্যাত বিজ্ঞানী গৰাকীয়ে মাত্ৰ ৫৭ বছৰ বয়সতে ১৯৬৬ চনৰ ২৪ জানুৱাৰী তাৰিখে এক বিমান দুৰ্ঘটনাত পতিত হৈ সমগ্ৰ বিশ্ববাসীক কন্দুৱাই স্বৰ্গগামী হয়।

৪৮৯। **হোৰিচিও নেল্‌চন** :—ইতিহাসৰ প্ৰসিদ্ধ ট্ৰাফালগাৰ বিজয়ী বৃটিছ জাতিৰ নৌবাহিনীৰ ইতিহাসৰ এক চিৰস্মৰণীয় ব্যক্তি হোৰিচিও নেলচনে ১৭৫৮ চনত ইংলেণ্ডৰ বাৰ্ণহাম নামেৰে ঠাইত এটি সাধাৰণ পৰিয়ালত জন্মগ্ৰহণ কৰছিল। এওঁ ১২ বছৰ বয়সতে জাহাজৰ মিড শ্বিপমেন কামত ভৰ্তি হয়। এওঁ কেইবাখনো যুদ্ধত অসীম সাহসিকতাৰ পৰিচয় দিছিল। যুদ্ধত এবাৰত সোঁ চকু আৰু আনবাৰত সোঁ হাতখন হেৰাইও এওঁ ১৭৯৮ চনৰ ১ আগষ্টৰ দিনা নাইলৰ যুদ্ধত ফৰাচীসকলক পৰাস্ত কৰে। এই যুদ্ধত জয়ী হৈয়েই এওঁ লৰ্ড উপাধি লাভ কৰে আৰু এওঁক নেপলচ্‌ৰ ৰজা প্ৰজা সকলোৱে বিপুলভাৱে আদৰণি জনায়। ৰজাই এওঁক চিচিলিৰ ব্ৰোনটিৰ ডিউক পদৰে সন্মানিত কৰে। ১৯০৩ চনত ফৰাচীসকলৰ লগত যুদ্ধ কৰি ২ বছৰ তুলোঁ বন্দৰ অৱৰোধ কৰি ৰাখিছিল। ১৮০৫ চনত ইতিহাস প্ৰসিদ্ধ ট্ৰাফালগাৰত ভীষণ যুদ্ধ হয়। এই যুদ্ধত জয় হওঁ হওঁ অৱস্থাতে এই বীৰ সেনাপতিৰ বুকুত এটা গুলি লাগি বাগৰি পৰে আৰু ইংৰাজ নৌবাহিনীৰ সেনানায়কসকলৰ ভিতৰত শ্ৰেষ্ঠ এই বীৰপুৰুষে নিজৰ মাতৃভূমিৰ কাৰণে যুদ্ধক্ষেত্ৰতে প্ৰাণ আহুতি দি মহান শ্বহীদ হ'ল।

৪৯০। **হো-চি-মিন** :—১৮৯০ চনৰ ১৯ মে'ৰ দিনা ভিয়েতনামৰ এটা পিচ পৰা অঞ্চলত জন্ম হয় হো-চি-মিনৰ। মাক-বাপেকে দিয়া নাম নগুয়েন টাটথান। ডাঙৰ হোৱাৰ লগে লগে এই নামৰ বদলি আত্মৰক্ষাৰ তাৰণাত এই বিপ্লৱী বীৰ গৰাকীৰ বহু নামেই আছিল। ১৯২০ চনত তেওঁৰ বন্ধুসকলৰ সৈতে ফৰাচী কমিউনিষ্ট পাৰ্টি প্ৰতিষ্ঠা কৰে। ১৯৩৫ চনত তেওঁ নিৰ্বাসন অৱস্থাত প্ৰতিষ্ঠা কৰা কমিউনিষ্ট ভিয়েতনাম ৰাষ্ট্ৰৰ প্ৰথম ৰাষ্ট্ৰপতি হয়।

৪৯১। **শহীদ ক্ষুদিৰাম** :—এই শহীদ গৰাকী ১৮৮৯ চনত পশ্চিমবঙ্গৰ মেদিনীপুৰ জিলাত জন্মগ্ৰহণ কৰিছিল। ভাৰতৰ স্বাধীনতা আন্দোলনৰ বঙালীৰ প্ৰথম শহীদ। কলিকতাৰ অতি অত্যাচাৰী মেজিষ্ট্ৰেট কিংচ ফৰ্ডক হত্যা কৰিবৰ বাবে ক্ষুদিৰামে বোমা নিক্ষেপ কৰাৰ অপৰাধত এওঁক ফাঁচি দিছিল ১৯০৮ চনত।

৪৯২। **য়নয়েকৰ বাৰ্জিলিয়াচ্‌** :—১৭৭৯ চনত চুইডেনত জন্মগ্ৰহণ কৰিছিল। এওঁ চুইডেনৰ সৰ্বশ্ৰেষ্ঠ বিজ্ঞানীসকলৰ ভিতৰত অন্যতম। প্ৰথমে এওঁ চিকিৎসা ব্যৱসায় কৰিছিল। পিচত ৰসায়ন বিভাগত অধ্যাপনা কৰে। থৰিয়াম, চিচিয়াম আৰু চেলেনিয়াম ধাতু এওঁৱেই আৱিষ্কাৰ কৰে। প্ৰায়

২ হাজাৰ ৰাসায়নিক দ্ৰব্য এওঁ বিশ্লেষণ কৰিছিল আৰু মৌলিক আৰু যৌগিক পদাৰ্থবিলাকৰ আধুনিক নাম দিছিল। ৰাসায়নিক ফৰমূলাবিলাক লিখাৰ আধুনিক পদ্ধতিৰ এওঁৱেই উদ্ভাৱক আছিল। চিলিকন আৰু জিৰ্কনিয়াম ধাতু নিষ্কাশন কৰাৰ পদ্ধতি উদ্ভাৱন কৰিছিল। ১৮৪৮ চনত মৃত্যু হয়।

৪৯৩। **য়নাচ বাপিস্তাফন হেলমণ্ট :**—বেলজিয়ামৰ এই গৰাকী পদাৰ্থবিদ্, ৰসায়নবিদৰ ১৫৭৯ চনত জন্ম হৈছিল। এওঁ গেচ শব্দটোৰ উদ্ভাৱক। এওঁৰ ৰসায়ন শাস্ত্ৰত বিশেষ অৱিহণা আছে।

৪৯৪। **য়েকবাচ হেন্দ্ৰিকাচ ভাণ্ট হফ্ :**—১৮৫২ চনত হলেণ্ড দেশত জন্ম হৈছিল। নাইট্ৰিক এচিদ তৈয়াৰ কৰা বাণিজ্যিক পদ্ধতি উদ্ভাৱন কৰিছিল। ১৯০৯ চনত নোবেল বঁটা লাভ কৰে।

৪৯৫। **য়োহানেচ কেপলাৰ :**—১৫৭১ চনত জাৰ্মানীৰ ষ্টুকুগাৰ্ট নামৰ চহৰত জন্মগ্ৰহণ কৰে। এওঁৰ ঘৰৰ অৱস্থা আছিল অতি শোচনীয়। এওঁৰ উল্লেখযোগ্য গৱেষণামূলক পুথি হ'ল ১। বিশ্বৰ ৰহস্য ( Mysterium Cosmographicum ) ১৫৯৭ চন, ২। মঙ্গল গ্ৰহৰ গতি বিধিৰ বিষয়ে ( ১৬০৫ চন ) ( De Motibus Stellae martis ), ৩। সপোন বা চন্দ্ৰৰ জ্যোতি বিজ্ঞান (Sonomium Sek Astronomia Lumari) ৪। জগতৰ লয় ( Harmonices Munds ), ৫। এষ্ট্ৰনমিয়া পাৰ্চ অপ্টিকা, ৬। ভায়ষ্ট্ৰিচ্, ৭। জোখৰ কৌশল (Stereometical Doliorum)। এওঁৰ গুৰুত্বপূৰ্ণ সূত্ৰটো হ'ল গ্ৰহবিলাকে সূৰ্য্যক এবাৰ প্ৰদক্ষিণ কৰোঁতে লগা সময়ৰ বৰ্গফল, সূৰ্য্যৰ পৰা সিহঁতৰ গড় দূৰত্বৰ ঘনফলৰ সমানুপাতিক।

৪৯৬। **য়োহানচ ভিদাৰিক ভেন্দাৰ ৱাল্‌চ্ :**—১৮৩৮ চনত এই পদাৰ্থ বিজ্ঞানী গৰাকীৰ হলেণ্ডত জন্ম হৈছিল। প্ৰকৃত গেচৰ এটা সমীকৰণ আৱিষ্কাৰ কৰিছিল। ১৯১০ চনত নোবেল বঁটা লাভ কৰে। ১৯২৩ চনত মৃত্যু হয়।

৪৯৭। **য়হান ডগলাচ কক্ ক্ৰফট :**—ইংলেণ্ডত জন্মগ্ৰহণ কৰা এই ইংৰাজ পদাৰ্থ বিজ্ঞানী গৰাকীয়ে ৱাল্টন নামৰ বিজ্ঞানীৰ সহযোগত পৰমাণু কেন্দ্ৰক প্ৰথম বাৰৰ বাবে প্ৰ'টনেৰে খুন্দিয়াই ভাঙিছিল। ১৯৫১ চনত নোবেল বঁটা লাভ কৰে।

৪৯৮। **য়িহুদী মেনুহীন :**—বিশ্বৰ সৰ্বশ্ৰেষ্ঠ বেহেলাবাদক য়ুহুদী মেনুহীনৰ জন্ম হৈছিল আমেৰিকাত আৰু বসবাস কৰিছিল চুইজাৰলেণ্ডত। এওঁ মাত্ৰ ১১ বছৰ বয়সতে নিউইয়ৰ্কৰ কাৰনেগী হ'লত বেহেলা বজাই হাজাৰ বিজাৰ আমেৰিকাৰ দৰ্শক শ্ৰোতাক মুগ্ধ কৰিছিল। এওঁ সঙ্গীতৰ যোগেদি বিভিন্ন দেশ ভ্ৰমণ

কবি সকলোৰে মাজত বন্ধুত্বভাব আনিবলৈ যত্ন কৰিছিল। সেয়েহে এই সঙ্গীতজ্ঞ গৰাকীয়ে বিশ্বৰ বিভিন্ন দেশে দেশৰ সৰ্বোচ্চ সন্মান যাচিছিল। ১৯৬৮ চনত এওঁলৈ জৱাহৰলাল নেহৰু শান্তি বঁটা আগবঢাইছিল। ভাৰতীয় লোক কেইজন মানৰ বেহেলা বাদন দেখি এওঁ মুগ্ধ হৈছিল আৰু তেওঁলোকক প্ৰশংসা কৰিছিল।

৪৯৯। **মুৰিচ মেটেৰলিংক :**—সাহিত্যত নোবেল বঁটা লাভ কৰা এই গৰাকী বিশিষ্ট নাট্যকাৰ আৰু কবিৰ জন্ম হৈছিল ১৮৬২ চনৰ ২৯ আগষ্ট তাৰিখে বেলজিয়ামত। ফ্ৰান্সৰ একাডেমিয়ে ১৯৪৮ চনত এওঁক ফৰাচী ভাষাত আগবঢ়োৱা অৱদানৰ বাবে সোণৰ পদক যাচিছিল। এওঁৰ বিখ্যাত গ্ৰন্থসমূহ হ'ল—১। অডেণ্ট টেলনছ (১৮৮৯) কবিতা পুঁথি, নাটকৰ ভিতৰত ব্লু বাৰ্ড, দি বাৰ্গো, মাষ্টাৰ অৱ ষ্টিলমনডে, দি ট্ৰেজাৰ অৱ দি হাম্বল, উইজদম ডেষ্টিনি, দি ইন্‌টেলিজেন্স অৱ ফ্লাৱাৰ্চ, ১৯১০ চনত আত্মজীৱনী ব্লু বাবলছ প্ৰকাশ হয়। অন্যান্য গ্ৰন্থ লাইফ অৱ দি বি, লাইফ অৱ দি আণ্ট, লাইফ ইনস্পেছ। ১৯৪৯ চনৰ ৬ মে'ত ফ্ৰান্সত এই মহান সাহিত্যিক গৰাকীৰ মৃত্যু হয়।

৫০০। **য়ুৰি গেগেৰিণ :**—১৯৩৪ চনত চোভিয়েট ৰাচিয়াত জন্মগ্ৰহণ কৰিছিল। এওঁ লোৰ সাঁচত বস্তু নিৰ্মাণ কৰা কাৰখানাত কাম কৰিছিল। মানুহৰ ইতিহাসৰ আটাইতকৈ বেগী যানখনেৰে অন্তৰীক্ষ অভিমুখে যোৱাৰ বাবে এওঁক "অন্তঃগ্ৰহ অন্তৰীক্ষৰ কলম্বাচ" বোলা হৈছিল। ভষ্টক নামৰ যানখনেৰে ঘণ্টাত ২৮,৮০০ কিলোমিটাৰ বেগেৰে ১৯৬১ চনৰ ১২ এপ্ৰিল তাৰিখে দোক-মোকালিতে যাত্ৰা আৰম্ভ কৰি ১০৮ মিনিটত একাধিকবাৰ পৃথিৱীক প্ৰদক্ষিণ কৰিছিল। এই বিখ্যাত মহাকাশচাৰী গৰাকীক চোভিয়েট দেশৰ 'হিৰ' নামেৰে বিভূষিত কৰিছিল। তদুপৰি এটা পথ, এটা গিৰিপথ, এটা শৃঙ্গ, হিমবাহ আদিৰ এওঁৰ নামেৰে নামাকৰণ কৰি চোভিয়েট দেশে সন্মান প্ৰদৰ্শন কৰিছিল। পৃথিৱীৰ চাৰিওফালে প্ৰদৰ্শন কৰিবলৈ এওঁক মাত্ৰ ৮৯'৩৪ মিনিট সময়হে লাগিছিল। এওঁ জীৱিত কালতে বহু সন্মান লাভ কৰিছিল। অৰ্ডাৰ অৱ লেনিন, গল্ডেন ষ্টাৰ মেডেল, আদি সন্মান লাভ কৰিছিল। দুঃখৰ বিষয়, মহাকাশৰ এটা দুৰ্ঘটনাত ১৯৬৮ চনৰ ২৭ মাৰ্চ তাৰিখে মাত্ৰ ৩৪ বছৰ বয়সতে এই গৰাকী মহান্ সাহসী ব্যক্তিৰ মৃত্যু হয় যদিও বিশ্বৰ বুৰঞ্জীত এওঁৰ নাম সদায় সোণালী আখৰে জিলিকি থাকিব।

———